# সোণালী শিখাৰ পোহৰ


সম্পাদক

শ্ৰীমুৰাৰি মোহন দত্ত

যুটীয়া সম্পাদক

শ্ৰীচিৰঞ্জীব জৈন

শ্ৰীহেমন্ত কুমাৰ দত্ত





মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়

প্ৰকাশন সমিতি : নলবাৰী

**Sonali Sikhar Pohar : A biography of Mahendra Narayan Choudhury by different writers compiled, edited and published by Murari Mohan Datta, Principal, Mahendra Narayan Choudhury Balika Mahavidyalaya, Nalbari (Assam)**

প্ৰকাশক :

শ্ৰীমুৰাৰি মোহন দত্ত
অধ্যক্ষ,
মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়,
নলবাৰী

সম্পাদনা সমিতি :

উপদেষ্টা
শ্ৰীশশী শৰ্মা
শ্ৰীকৰুণা কান্ত শৰ্মা
শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী

সদস্য :
শ্ৰীগণেশ বৰ্মণ
ড° নৱনাৰায়ণ শৰ্মা
শ্ৰীপৰেশ নাথ শৰ্মা
শ্ৰীনৰ তালুকদাৰ
শ্ৰীগিৰীন্দ্ৰ ভট্ট

সম্পাদক :

শ্ৰীমুৰাৰি মোহন দত্ত

যুটীয়া সম্পাদক :

শ্ৰীচিৰঞ্জীৱ জৈন
শ্ৰীহেমন্ত কুমাৰ দত্ত

প্ৰথম প্ৰকাশ : ১১।৬।৯২ ইং

মূল্য : ত্ৰিশ টকা মাত্ৰ

মুদ্ৰক :

নেচনেল টেক্‌নো প্ৰিণ্টাৰ্চ,
কুমাৰপাৰা, গুৱাহাটী-৭৮১০০১

# সংলাপ

উচ্চ শিক্ষাৰ আদৰ্শ আৰু লক্ষ্যৰ সতে ঘনিষ্ঠভাৱে সম্পৃক্ত চিন্তা-চৰ্চা, গৱেষণা আৰু স্ৰজনধৰ্মিতাৰ পৰিৱেশ সৃষ্টি কৰা এটি মঞ্চৰ আৱশ্যকতা অনুভৱ কৰি গঠন কৰা "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয় গ্ৰন্থ প্ৰকাশন সমিতি"ৰ প্ৰথম নিবেদন আপোনাৰ হাতত থকা কিতাপখন। ইয়াৰ জন্মলগ্নত যশস্বী সাহিত্যিক শ্ৰীশশী শৰ্মা, মহাবিদ্যালয় পৰিচালনা সমিতিৰ সভাপতি শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু শিক্ষাবিদ শ্ৰীকৰুণা কান্ত শৰ্মাদেৱে যোগোৱা অনুপ্ৰেৰণা উল্লেখনীয়। সময়ে সময়ে—সাহিত্য, কলা, সংস্কৃতি তথা অন্যান্য বিষয়ক স্তৰবিশিষ্ট গ্ৰন্থ প্ৰকাশ কৰাৰ ওপৰত নিৰ্ভৰ কৰিব এই সমিতিৰ অস্তিত্বৰ সাৰ্থকতা।

এই গ্ৰন্থৰ প্ৰথিতযশা আৰু উদীয়মান লিখক-লিখিকাসকলৰ প্ৰতি আমাৰ কৃতজ্ঞতা অন্তৰ নিঃসৃত তথা সীমাতীত। লগতে নেচনেল টেক্‌নো প্ৰিণ্টাৰ্চ, গুৱাহাটীৰ উৎসাহী স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ প্ৰতি যাচিছোঁ অকৃত্ৰিম ধন্যবাদ। সহৃদয় পঢ়ুৱৈসকলৰ সঁহাৰি পালে পৰৱৰ্তী পদক্ষেপ বলিষ্ঠতৰ হ'ব বুলি আমাৰ বিশ্বাস।

সম্পাদনা সমিতি

# পোহৰৰ আঁত

মহৎলোকৰ চিন্তা-চৰ্চা আৰু কৰ্মৰ নিদৰ্শনে একপ্ৰকাৰ পোহৰ বিলায়। পৰৱৰ্তীকালৰ জীৱন-পথৰ পথিকসকলক তেনে পোহৰে আশা, উৎসাহ আৰু আত্মবিশ্বাসৰো যোগান ধৰে। যুগ-নেতাসকলে আকৌ নিজৰ জাতিৰ কাৰণে আৰু বহুক্ষেত্ৰত সমগ্ৰ মানৱ জাতিৰ কাৰণেই পথ নিৰ্দ্ধাৰণ কৰি থৈ যায়। মানুহৰ বিকাশৰ পথত বুদ্ধ, গান্ধী, যীশু, মহম্মদ, কাৰ্লমাক্স ইত্যাদি মনীষীসকলে বিলোৱা পোহৰক নুই কৰিব কোনে? অতীতৰ মহাপুৰুষসকলত দেৱত্ব আৰোপিত হৈছিল। অৱতাৰী পুৰুষসকলৰ শিক্ষা আৰু আদৰ্শই শাস্ত্ৰৰ বাণীৰূপে জনসাধাৰণৰ জীৱন পৰিচালনা কৰিছিল। জ্ঞান-বিজ্ঞানৰ ক্ৰমবিকাশৰ লগে লগে অলৌকিক লীলা-মহিমাৰ ঠাই বাস্তব দৃষ্টিভঙ্গীৰ বুদ্ধিমত্তা আৰু বস্তুবাদী উন্নয়নৰ আদৰ্শই দখল কৰিলে। সুধী সমাজত বুৰঞ্জী আৰু জীৱনী-সাহিত্যৰ সমাদৰ বাঢ়িল।

সমাজ-জীৱনৰ ধৰা ৰাজতন্ত্ৰৰ পৰা গণতন্ত্ৰমুখী হোৱাৰ ফলস্বৰূপে ৰাজতৰঙ্গিনী বুৰঞ্জীৰ সমানে সমানে গণজীৱন-তৰঙ্গৰ মাজৰ পৰা ওলোৱা শিল্পী, সাহিত্যিক, বিজ্ঞানী, দাৰ্শনিক, সমাজ-সংস্কাৰক ইত্যাদিসকলৰ জীৱনী ৰচিত হবলৈ ধৰিলে। ফৰাচী বিপ্লৱ, ৰুচদেশৰ অক্টোবৰ বিপ্লৱ, ভাৰতৰ স্বাধীনতা আন্দোলন ইত্যাদি যুগান্তকাৰী ঘটনাসমূহে মানৱসমাজত সৰ্বসাধাৰণ ব্যক্তিৰ গুৰুত্বক প্ৰতিষ্ঠা কৰিলে। সাহিত্যৰ কল্পলোকত সহজেই ৰাজকুমাৰ, ৰাজকুমাৰীসকলৰ স্থান শ্ৰমিক, কৃষক, বাঢ়ৈ, খনিকৰ ইত্যাদিয়ে দখল কৰিলে। জীৱনী-সাহিত্যৰ নায়কৰ ক্ষেত্ৰত কিছু পৰিমাণে ব্যক্তি মহত্বৰ প্ৰয়োজন থাকি গ'ল। কাৰণ কল্পনাৰ যাদুৰে পৰিৱেশৰ ইন্দ্ৰজাল ৰচনা কৰা অথবা চৰিত্ৰৰ দেহ-মনৰ গতি নিয়ন্ত্ৰণ কৰাৰ সুচল ইয়াত নাই। আন নহলেও সাহিত্যৰ

নান্দনিক দিশটোৰ প্ৰয়োজনতেই জীৱনী-সাহিত্যৰ বিষয়-বস্তু হৈ ৰ'ল মহৎলোকৰ জীৱন-কথা। মানুহৰ মহত্বৰ সংজ্ঞা অৱশ্যে আজি আৰু আগৰ নিচিনা হৈ থকা নাই। অতীতৰ মহামতি ৰজা-মহাৰজা-সকলৰ আড়ম্বৰ আৰু ভোগ-বিলাস আছিল ব্যক্তিত্বৰ অলংকাৰ। আজি সেইবোৰৰ এধানিমান অনুকৰণে যিকোনো ব্যক্তিৰ মহত্বক ম্লান কৰিব। ব্যক্তিগত প্ৰতিভাৰ সমাদৰ আজিও আছে যদিও, তাৰ চূড়ান্ত মূল্য নিৰূপণ কৰা হয় জনহিতকৰ কামৰ মাপকাঠিৰে। এয়া গণতান্ত্ৰিক বিকাশৰেই ফল।

আধুনিক যুগৰ এনে নতুন গণতান্ত্ৰিক পটভূমিত "সোণালী শিখাৰ পোহৰ" অ-পৰম্পৰাগত কলা-কৌশলেৰে লিখা এখন জীৱনীগ্ৰন্থ। অতি বিশিষ্টজনৰ জীৱনালেখ্যৰ চমৎকাৰিতা এই পুথিৰ সমল নহয়। ইয়াৰ নায়ক সৰ্বসাধাৰণৰ এজন। লক্ষ লক্ষ শ্ৰমজীৱিৰ সতে তেওঁ দুই হাতৰ পৰিশ্ৰমেৰে ভাত-কাপোৰ মোকলোৱাৰ সংগ্ৰামত নামিছিল। স্বভাৱজ গুণ আৰু আদৰ্শনীয় কামৰ মাজেৰে তেওঁৰ মহত্ব ফুটি উঠিছিল। সাহিত্য, শিক্ষা, সমাজসেৱাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লৈ নিজৰ প্ৰতিভাক জনসাধাৰণৰ বোধগম্য কৰি তুলিছিল। সমাজৰ সৰু-বৰ সকলোৰে মনত তেওঁৰ প্ৰতি মৰম আৰু শ্ৰদ্ধাৰ ভাব উদ্ৰেক হৈছিল।

প্ৰখ্যাত জীৱনীকাৰসকলে নিজৰ প্ৰয়োজন আৰু অভিৰুচি অনুসৰি জীৱনী লিখাৰ পৰম্পৰাগত ৰীতি পৰিহাৰ কৰি নতুন উপস্থাপন কৌশল উদ্ভাৱন কৰি আহিছে। লিটনষ্ট্ৰেচীয়ে তেওঁৰ বিখ্যাত গ্ৰন্থ "এমিনেণ্ট ভিক্টোৰিয়ানচ"ত সন্নিৱিষ্ট কৰা জীৱনীসমূহত ব্যক্তিপূজা (Hero-worship)-ৰ পৰম্পৰা ত্যাগ কৰিছে, আৰু জীৱনবৃত্তৰ ক্ৰম উপেক্ষি নায়ক-নায়িকাৰ জীৱনৰ সুনিৰ্বাচিত ঘটনাৰাজিৰ পৰিৱেশনেৰে দোষ-গুণ সমন্বিত চৰিত্ৰৰ বাস্তৱ ৰূপ দাঙি ধৰিছে। আধুনিক যুগৰ বিখ্যাত জীৱনীকাৰ আন্দ্ৰেমোৰোৱাই শ্যেলীৰ জীৱনী আৰম্ভ কৰিছে নায়কৰ ইটন স্কুলৰ ছাত্ৰজীৱনৰ ঘটনাবোৰৰ চমৎকাৰ উপস্থাপনেৰে। এওঁ-লোকে সাহিত্য-কলাৰ প্ৰয়োজনীয় ঐক্য-সংহতিৰ কাৰণে নায়ক-নায়িকাৰ

ব্যক্তিত্বৰ একক আকৰ্ষণীয়তাৰ ওপৰত নিৰ্ভৰ কৰিছে। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনী "সোণালী শিখাৰ পোহৰ"তো নায়কৰ জীৱনৰ গুৰুত্বপূৰ্ণ তথ্যসমূহ নিৰ্মোহভাৱে পৰিৱেশন আৰু পৰ্যালোচনা কৰাৰ লক্ষ্য ৰখা হৈছে। ইয়াৰো কেন্দ্ৰীয় আকৰ্ষণ নায়কৰ চৰিত্ৰ। অতীত-বৰ্তমানৰ পটভূমি, সমাজ-চিত্ৰ, ব্যক্তিসম্পৰ্ক ইত্যাদি পুথিত সন্নিৱিষ্ট সকলো দিশ নায়কৰ "জীৱন ছবি"ৰ ৰেখা আৰু ৰং। ছবিৰ সামগ্ৰিক সৌন্দৰ্যইহে পুথিখনৰ প্ৰকৃত মূল্য নিৰূপণ কৰিব।

লিখকৰ[১] একাধিক্য এইখন জীৱনীগ্ৰন্থৰ বৈশিষ্ট্য। সাধাৰণতে এজন মহৎলোকৰ জীৱনীৰ লিখক এজনহে হয়। বহুজন লিখকৰ দ্বাৰা ৰচিত স্মৃতিগ্ৰন্থ, অভিনন্দন-গ্ৰন্থসমূহ জীৱনীৰ তথ্যৰে ভৰপূৰ হলেও সেইবোৰত সাধাৰণতে কলাত্মক ঐক্য, সংহতি আৰোপ কৰাৰ লক্ষ্য ৰখা নহয়। "সোণালী শিখাৰ পোহৰ"ত এই লক্ষ্য ৰখা হৈছে। তাৰ বাবে এক সুনিৰ্দিষ্ট আঁচনি অনুসৰি লিখকসকলৰ পৰা প্ৰবন্ধপাতি সংগ্ৰহ কৰা হৈছে। আঁচনিৰ লক্ষ্য হ'ল নায়কৰ জীৱনৰ পৰিপূৰ্ণ ছবি অংকন। ৰচনাবোৰ সুন্দৰকৈ সজাই-পৰাই উপস্থাপন কৰাৰ উদ্দেশ্যে মনন প্ৰক্ৰিয়াৰ যৌক্তিক ক্ৰম (Logical sequence) অনুধাবন কৰি তিনিটা তৰঙ্গত পৰিৱেশন কৰা হৈছে। প্ৰথম তৰঙ্গত ৰাজহুৱা সম্বৰ্দ্ধনাৰে নায়কক আকৰ্ষণীয়ভাৱে উলিয়াই তাৰ দ্বাৰা সৃষ্ট অনুসন্ধিৎসাৰ ঢৌক নায়কৰ কৰ্মজীৱন, আৰ্থিক স্থিতি, শৈশৱ আৰু শিক্ষাৰ দিশ চুই গৈ জীৱন, সুঁতিৰ গুৰিত, অৰ্থাৎ বংশ-পৰিক্ৰমাত লীন যাবলৈ দিয়া হৈছে। দ্বিতীয় তৰঙ্গ আৰম্ভ হৈছে পুনৰ ৰাজহুৱা জীৱনৰ সু-উচ্চ টিলাৰ পৰা বিশিষ্ট ব্যক্তিসকলৰ দ্বাৰা নায়কৰ স্মৃতি ৰোমন্থনৰ জৰিয়তে। এই ধাৰাত আছে গৃহাশ্ৰম, সমাজ সেৱা আৰু

---

১: গণনা কৰা অৰ্থবাচক 'লেখ' ধাতুৰ গুৰুত্ব বৃদ্ধি নহ'লৈ চাই 'লিখ' ধাতুৰ কৰ্তাক বুজাবলৈ 'লিখক,' 'লিখিকা' শব্দ ব্যৱহাৰ কৰা হৈছে। প্ৰচলনৰ ভিত্তিত একে অৰ্থতে প্ৰবন্ধবোৰত ব্যৱহৃত 'লেখক,' 'লেখিকা' শব্দৰ ব্যৱহাৰক মান্যতা দিয়া হৈছে।

শেষ জীৱনৰ কাহিনী। মৰমৰ নাতি ল'ৰাই ককাকৰ সিপুৰীত সুখৰ বাবে কৰা প্ৰাৰ্থনাৰে এই তৰঙ্গৰ যতি পৰিছে। তৃতীয় তৰঙ্গত পৰলোকগত নায়কৰ আদৰ্শ আৰু চিন্তাৰ সম্যক উপলব্ধিৰ, বিশেষকৈ তেওঁৰ সাহিত্য-কৰ্মৰ মূল্যায়ণ, দান-বৰঙণিৰ তাৎপৰ্য ইত্যাদি বিষয়ৰ প্ৰবন্ধ-পাতি সন্নিবিষ্ট হৈছে। নায়কৰ ধৰ্ম-ভাৱনা, ভাষাজ্ঞান, তেওঁৰ জাতীয়তাবাদী চিন্তাধাৰা, গান্ধীবাদী আদৰ্শ ইত্যাদি বিষয়ৰ সম্যক আলোচনা ইয়াত দিয়া হৈছে।

একজন জীৱনীকাৰে লিখা জীৱনীগ্ৰন্থত লিখকৰ উদ্দেশ্য আৰু ৰচনাশৈলী এক-কেন্দ্ৰিক হয়। বহুজনে লিখা গ্ৰন্থত সি হয় বিকেন্দ্ৰীভূত। জীৱনৰ স্তৰে স্তৰে বিষয়-বস্তুৰ স্বৰূপ পৰিবৰ্তন হোৱা হেতুকে ৰচনা-শৈলীৰ ভিন্নতাই ভাব-ভাষাৰ সমন্বয় সৃষ্টিত সহায় কৰে। সাৱধানে আঁচনি প্ৰস্তুত কৰি প্ৰবন্ধ-পাতি সংগ্ৰহ কৰিলে পুথিৰ কলাত্মক ঐক্য-সংহতিও ৰাখিব পাৰি। কিন্তু লিখকসকলৰ উদ্দেশ্য চৰিত্ৰৰ বিশেষ দিশৰ ওপৰত নিৰ্দিষ্ট হোৱাৰ ফলত নায়কৰ জীৱনৰ গুৰুত্বপূৰ্ণ কথাৰ পুনৰুক্তি হয়। অৱশ্যে সিবোৰৰ উপস্থাপন স্বকীয়া প্ৰসঙ্গ আৰু ভিন্ন দৃষ্টিভঙ্গীত হোৱাৰ বাবে ৰসভঙ্গ দোষে সহজে চুচুৰে। "সোণালী শিখাৰ পোহৰ"তো লিখকসকলে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ দান-বৰঙণিৰ কথা, সাহিত্য-কৰ্মৰ কথা, তেখেতৰ সৰল আৰু অমায়িক ব্যৱহাৰৰ কথা একাধিকবাৰ উল্লেখ কৰিছে। কিন্তু অনাৱশ্যকীয় আৰু ৰসভঙ্গকাৰী পুনৰুক্তিক পুথিত স্থান দিয়া হোৱা নাই। আনহাতে, লিখক-সত্তাৰ বিকেন্দ্ৰীকৰণে পুথিৰ বিষয়ৰ বস্তুনিষ্ঠ মূল্যায়ণ বহু পৰিমাণে সহজ কৰিছে। লিখাবোৰৰ মাজত বিষয়ৰ আকৰ্ষণীয়তাৰ যোগসূত্ৰ ৰখাৰ উদ্দেশ্যে সিবোৰৰ উন্মুক্ত স্বকীয়তাৰ আঁৰত ৰখা হৈছে আৰু লিখক-লিখিকাৰ নাম প্ৰবন্ধৰ ওপৰত নাইবা তলত উল্লেখ কৰা হোৱা নাই। আনহাতে, পাঠসমূহৰ সম্যক উপলব্ধিৰ বাবে বিষয়-সূচীত দিয়া লিখক-লিখিকাৰ নামেই যথেষ্ট নহ'ব বুলি চিন্তা কৰি পৰিশিষ্টত তেখেতসকলৰ চমু পৰিচয় দিয়া হৈছে। এই সন্দৰ্ভত আমি

আমাৰ শ্ৰদ্ধাৰ লিখক-লিখিকাসকলৈ তেখেতসকলৰ আশাশুধীয়া সহায়-সহযোগ আৰু ৰচনা-প্ৰবন্ধেৰে আগবঢ়োৱা অবিহণাৰ বাবে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

পুথিখনৰ বাবে ৰচনা সংগ্ৰহৰ ক্ষেত্ৰত লিখক-লিখিকাসকল নায়কৰ পৰিয়ালৰ তথা আত্মীয়-স্বজনৰ হয় নে নহয় সেইবোৰ কথাত মুঠেই গুৰুত্ব দিয়া হোৱা নাই। তথ্যৰ নিৰ্ভৰযোগ্যতা, বস্তুনিষ্ঠতা আৰু ৰচনাশৈলীৰ আকৰ্ষণীয়তাতহে গুৰুত্ব দিয়া হৈছে। নায়কৰ জীৱনৰ যিবোৰ কথা এতিয়াও পৰিয়ালৰ মানুহৰ মনত জীৱন্ত স্মৃতি হৈ আছে, সেইবোৰৰ ওপৰত পৰিয়ালৰে সামৰ্থজনে লিখা প্ৰবন্ধ আগ্ৰহেৰে লোৱা হৈছে। এনেবোৰ ৰচনাত বিষয়-বস্তুক ব্যঙ্গ কৰাৰ প্ৰৱণতা থাকিব নোৱাৰে ; কিন্তু মানৱীয় সহানুভূতিৰে নায়কৰ দুৰাৱস্থাৰ কথা শাৰীৰিক বা মানসিক দুৰ্বলতাৰ কথা কোনো লুকঢাক নোহোৱাকৈ বৰ্ণনা কৰা হৈছে। উদাহৰণস্বৰূপে নিজৰ বৰপুত্ৰ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নায়কৰ ব্যৱসায়ী জীৱনৰ প্ৰাৰম্ভিক কালৰ নিঃকিন ছবি অংকন কৰিছে :

"পিতাই খুচুৰা দোকানৰ আগৰছোৱাত বস্তু কিনিবলৈ প্ৰায় নিজেই গৈছিল। এদিনাখন বস্তু কিনিবলৈ দোকানত সোমাওঁতে.... বুঢ়া মহাজনে মাত লগালে,—"মহেন্দ্ৰ আহিলি, ক, কি কি মাল লাগিব বটাই দে।" পিতাই কলে, "বাবুজী, আগৰবাৰৰ দালিৰ বস্তা আৰু আটাৰ বস্তা দুটা অলপ নৰম আছিল। গ্ৰাহকে আপত্তি কৰিছে। এইবাৰ ভাল মাল দিব।"

সেইদৰে বাৰ্দ্ধক্যৰ বৰ্ণনাত স্বাভাৱিকভাৱে আহি পৰা শাৰীৰিক আৰু মানসিক দুৰ্বলতাৰ জীৱন্ত ছবি অঙ্কিত হৈছে দুজনীকৈ বোৱাৰীৰ লিখাত—"যিজন পিতাৰ খৰমৰ শব্দ শুনিলে মূৰত ওৰণি লৈ [illegible] পৰা ঠিয় হৈছিলোঁ শেষত তেখেতৰ ওচৰতেই বহি কথা ক'ব লাগিছিল। আৰু কৈছিল—"তোমালোক আটায়ে সদায় মোৰ ওচৰলৈ আহি থাকিবা।" ([illegible] : স্নেহৰ [illegible]/[illegible]মতী চৌধুৰী)

আকৌ "দিনক দিনে পিতাৰ দৃষ্টিশক্তি আৰু শ্ৰৱণশক্তি লোপ পাই আহিছিল। কেতিয়াবা কেতিয়াবা তেখেতৰ কথাবতৰাই মোক সচকিত কৰি তুলিছিল। আজিকালি সকলো সময়তে তেখেতে আমাৰ সঙ্গ বিচৰা হ'ল। ওচৰত কোনো নাথাকিলে শিশুৰ দৰে খোজ কাঢ়িবলৈ ভয় কৰা হ'ল।" (প্ৰত্যাৱৰ্তনৰ পথত/ভাৰতী চৌধুৰী)

সপোনৰ নিচিনা বাৰ্দ্ধক্যপীড়িত দুৰ্বল অৱস্থাতো অৱচেতন মনৰ অবদমিত যৌনস্পৃহাৰ ওপৰত সচেতন মনৰ অনুশাসন শিথিল হয়। তেতিয়া সমাজ-সংস্কৃতিৰ দেৱালত ঠেকা খাই অৰ্দ্ধমাৰ্জিত ৰূপত সেইবোৰ প্ৰকাশ পায়। মনকৰিবলগীয়া কথা এয়ে যে দুযোগৰাকী লিখিকাই অকপটভাৱে তথ্য বৰ্ণাই যাওঁতে নায়কৰ জীৱন ভঙ্গিমাত অবচেতন মানসিকতাৰ প্ৰতিফলন ঘটিছে। এনে ফ্ৰয়েদীয় মনস্তত্ত্বৰ উন্মেষৰঞ্জিত বৰ্ণনাই এহাতে চৰিত্ৰৰ আধুনিক মনোবিজ্ঞানভিত্তিক বিশ্লেষণৰ পথ উলিয়াইছে, আৰু আনহাতে, প্ৰশংসাৰ আতিশয্যই নায়কক অতিমানৱ সজোৱাৰ আশঙ্কাও সৃষ্টি কৰিছে।

ছাত্ৰী-দেৱীসকলৰ পদজল শিৰত লোৱা কাহিনীৰ ব্যাখ্যাও বয়স-জনিত মানসিক দুৰ্বলতাতে বিচাৰি পোৱা যায় (প্ৰত্যাৱৰ্তনৰ পথত)। ৰাজনৈতিক আৰু অৰ্থনৈতিক কাৰণসমূহে নায়কৰ ধন আগমনৰ পথ-ৰুদ্ধ কৰাৰ নিচিনা হোৱাত তেওঁৰ জীৱনৰ অন্তিম সাধনা মহাবিদ্যালয়খন গঢ়ি তোলাত সিদ্ধি লাভ কৰিব নে নাই— সি এটা ডাঙৰ প্ৰশ্ন হৈ দেখা দিছিল। এনে সময়ত চাৰিওফালৰ পৰা ছাত্ৰীসকল আহি অনুষ্ঠানটি সজীৱ কৰি তোলা দেখি তেওঁ আনন্দ আৰু কৃতজ্ঞতাৰ ভাৱত অধীৰ হৈ পৰিছিল। আৱেগৰ প্ৰৱণতাই অতি-প্ৰাকৃতিক কল্পনাৰ উৎস। চৌধুৰীয়েও এক আৱেগপ্ৰৱণ মুহূৰ্তত ছাত্ৰীসকলক দেৱী জ্ঞান কৰিলে আৰু পদজল শিৰত লোৱাৰ পিছত সেই বিশ্বাসত আত্মদীক্ষা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। এই ঘটনাই বৃদ্ধ কালত চৌধুৰীৰ মনৰ বাস্তৱবাদী দিশটো দুৰ্বল হৈ পৰাকে বুজায়।

অন্য এক দৃষ্টিকোণৰ পৰা ছাত্ৰীসকলৰ সৰণীয়তাৰ উপলব্ধিক চৌধুৰীৰ মানসিক বিকাশৰ চূড়ান্ত পৰ্যায় বুলি ক'ব 'পাৰি'। মাতৃক পূজা কৰি অহা, পত্নীক সহধৰ্মিনীৰ আসন দি অহা, বোৱাৰীক কন্যা জ্ঞান কৰি অহা আৰু স্ত্ৰী-শিক্ষাৰ কাৰণে অহোপুৰুষাৰ্থ কৰি অহা এই মানুহজনে শেষ কালত নিজৰ জীৱনৰ সাৰ্থকতা যেন মাৰ্কণ্ডেয় পুৰাণৰ বাণীত বিচাৰি পালে—

"স্ত্ৰিয়ঃ সমস্তাঃ সকলা জগৎসু"—শ্ৰীচণ্ডী

( ড^০ হৰিনাথ শৰ্মাদলৈৰ সৌজন্যত )

নায়কৰ জীৱনৰ মৌলিকতাখিনি নিৰূপণ কৰা, সামাজিক পৰিৱেশত তাক উপস্থাপন কৰা আৰু তাৰ যোগেদি চৰিত্ৰৰ বিকাশ দেখুওৱা এই গ্ৰন্থৰ লক্ষ্য। ব্যক্তিৰ প্ৰথম আৱিৰ্ভাবৰ পিছতেই ক্ষিপ্ৰ গতিত চৰিত্ৰৰ মূল বিচাৰি যোৱা হৈছে অতীতৰ বাটেদি। যৌৱন, কৈশোৰ আৰু শৈশৱৰ ক্ষেত্ৰ অতিক্ৰমি বংশ-পৰিক্ৰমাৰ উৰ্বৰ ভূমিত খুচৰি চোৱা হৈছে নায়কৰ চৰিত্ৰ-বীজ, আধুনিক বংশ-বিজ্ঞান (Genealogy)ৰ দৃষ্টিভঙ্গীৰে বিষয়ৰ চাৰিত্ৰিক দিশ নিৰ্ণায়ক 'জিন' (gene) বোৰৰ উৎস। "মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে খাটাবাৰীৰ ঐতিহ্যশালী চৌধুৰী পৰিয়ালত জন্মগ্ৰহণ কৰে ১৮২৮ শ'কৰ ৫ আহিন, ইংৰাজী ১৯০৬ চনৰ ২২ চেপ্তেম্বৰ তাৰিখ ৰবিবাৰে। * * * * খাটাবাৰীৰ চৌধুৰী বংশৰ পূৰ্ব-পুৰুষজন হ'ল লোহাধৰ ভূঁঞা।" [বংশলতাৰ পম খেদি শশিভূষণ চৌধুৰী] বুৰঞ্জী প্ৰসিদ্ধ বাৰভূঁঞাসকলৰ বংশজাত চৌধুৰী পৰিয়ালৰ লোকসকলে ধৰ্মীয় প্ৰৱণতা, ত্যাগৰ মানসিকতা, সমাজসেৱাৰ স্পৃহা ইত্যাদি সজগুণবোৰ উত্তৰাধিকাৰীসূত্ৰেই বহুখিনি পাই আহিছিল। যুগৰ বিৱৰ্তনত এই মৌলিক ব্যক্তিসত্তাসমূহৰ সময়োপযোগী ৰূপত প্ৰকাশ তথা বিকাশ ঘটিছিল। গৌৰৱময় ভাৰতীয় পৰম্পৰাৰ পটভূমিত এই ৰূপান্তৰসমূহ সাধাৰণতে প্ৰগতিসূচক হোৱাতো স্বাভাৱিক। কাৰণ হিন্দু শাস্ত্ৰই সগোত্ৰ বিবাহ নিষেধ কৰি প্ৰজাতি উন্নয়ন বিজ্ঞান (Eugenics) তাহানিতেই সমাজত প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰিছিল।

আনহাতে বৰ্ণশংকৰ প্ৰজনন প্ৰক্ৰিয়াক জাতি-বৰ্ণৰ অনুশাসনেৰে নিয়ন্ত্ৰণ কৰি বংশৰ অধোগমন ৰোধ কৰিছিল। চৌধুৰী পৰিয়ালৰ বুৰঞ্জীত এই প্ৰগতিমুখী বিৱৰ্তনৰ ধাৰটি সহজেই পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে এই বংশৰ এজন উপৰিপুৰুষ ৰত্নাকৰ চৌধুৰীয়ে "কিছুমান সম্পত্তি দান-দক্ষিণা কৰি বাকী সম্পত্তি দশভূজা প্ৰতিমা এখনৰ লগত এটা নাদত পুতি ব'ৰাগী হৈ ওলাই যাবলৈ সাজু হৈছিল। এনে সময়তে কৈহাটী সত্ৰৰ গোঁসাই এজনে আহি দান খুজিলত নিজৰ শৰীৰটোৰ বাদে অন্য সম্পত্তি নাই বুলি কলে। গোঁসায়ে শৰীৰটোকে খোজাত সেইমতে স্বীকৃত হ'ল। (ৰত্নাকৰ) চৌধুৰীয়ে তেতিয়া শাক্তমত পৰিহাৰ কৰি গোঁসাইৰ ওচৰত বৈষ্ণৱ মতত দীক্ষিত হ'ল।" (বংশলতাৰ পম খেদি) এই দেহাধন আগবঢ়াই বৈষ্ণৱ ধৰ্মত দীক্ষিত হোৱা ৰত্নাকৰ চৌধুৰীৰ বংশধৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে স্বাধীনোত্তৰ কালৰ নলবাৰীৰ উন্নয়নকামী সমাজৰ সংস্পৰ্শত আহি জীৱনৰ বিয়লি বেলাত বালিকা মহাবিদ্যালয়খন গঢ়াত অহোপুৰুষাৰ্থ কৰিলে। আৰু—

"বালিকা মহাবিদ্যালয়খনৰ কাম আগবঢ়াই নিয়াত আন এটা বিশিষ্ট অনুষ্ঠানে গুৰুত্বপূৰ্ণ অৰিহণা যোগাইছিল বুলি অনুভৱ কৰাৰ থল আছে। সেয়া হ'ল—নলবাৰীৰ ৰাইজে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীলৈ আগবঢ়োৱা ৰাজহুৱা সম্বৰ্দ্ধনা। যি সকলে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক নিবিড়ভাৱে পৰ্য্যবেক্ষণ কৰাৰ সুযোগ পাইছিল, সেই সকলে অনুভৱ কৰিছিল যে সম্বৰ্দ্ধনা সভাই গৃহী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক প্ৰায় সম্পূৰ্ণৰূপে ব'ৰাগী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰূপে প্ৰতিষ্ঠিত হোৱাত অপূৰ্ব প্ৰেৰণা যোগাইছিল।" (শিক্ষাৰ সম্প্ৰসাৰক মহেন্দ্ৰ নাৰায়ণ চৌধুৰী/শশী শৰ্মা)

মানুহৰ সহজাত বৈশিষ্ট্যসমূহৰ বিকাশ সাধনৰ যোগেদি চৰিত্ৰ গঠন কৰি তোলাত ঘৰ আৰু সমাজৰ পৰিৱেশ আৰু পৰম্পৰাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ প্ৰতিটো স্তৰতে এই কথাৰ সত্যতা প্ৰমাণিত হয়। শৈশৱত প্ৰকৃতিয়ে দৈহিক

বিকাশ সাধন কৰাৰ লগতে সমাজৰ নৈতিক আৰু ধৰ্মীয় পৰম্পৰাই মনৰ বা আধ্যাত্মিক জীৱনৰ বিকাশ ঘটায়। “চৌধুৰীদেৱৰ পৰিয়ালত সদায়েই এটা ধৰ্ম ভাৱনাৰ পৰিৱেশ আছিলেই। নিজৰ মাতৃৰ (মাইৰ) উল্লেখ কৰি তেখেতে নিজেই কৈছে : “মাই নিৰক্ষৰা আছিল সঁচা, কিন্তু কীৰ্ত্তন, দশম আদি পুথিৰ পদ তেওঁৰ মুখস্থ আছিল। তেতিয়াৰ দিনত দুপৰীয়া ভাত খাই উঠি পদ পুথি পঢ়া এটা দস্তুৰ আছিল। সাধাৰণতে পিতায়ে পুথি পঢ়ি পদ ভাঙনি কৰি দিছিল। মায়ে শুনি শুনি পদবোৰ মুখস্থ কৰি ৰাখিছিল। এই পদবোৰে জীৱনৰ সুখে-দুখে তেওঁক সান্ত্বনা দিছিল।” (ৰচনাৱলী, পৃঃ ২৮৪)। “জীৱনৰ শেষ দশালৈকে ধৰ্মপুথি শুনাৰ প্ৰতি চৌধুৰীদেৱৰ বিশেষ আগ্ৰহ আছিল।” (মহেন্দ্ৰ নাৰাযণ চৌধুৰীদেৱৰ ধৰ্ম-ভাৱনা/ড০ মুকুন্দ মাধৱ শৰ্মা) পৰিয়ালৰ পিছতেই চুবৰীৰ ক্ষুদ্ৰ গঁএগ সমাজখনৰ বৈষ্ণৱী পৰম্পৰাই তেওঁৰ আধ্যাত্মিকতাক সুদৃঢ় কৰিছিল—“মোৰ ৰিণিকি ৰিণিকি এতিয়া মনত পৰে, খাটাবাৰীৰ কায়স্থকুলৰ প্ৰতিটো পৰিয়ালৰে গোঁসাই ঘৰত পুৱা আৰু সন্ধিয়া বাজি উঠা দবা-কাঁহৰ-শঙ্খৰ ধ্বনিয়ে গোটেই চুবুৰীটোতে ৰজনজনাইছিল। আমাৰ ঘৰত মাহে-পষেক আৰু বছৰেকীয়াভাৱেও নাম, পালনাম আদি অনুষ্ঠিত হৈছিল, যি অনুষ্ঠানত মই সৰুকালিৰে পৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক নিযমিতভাৱে যোগদান কৰা দেখিছিলো। সৎ সঙ্গীৰ সতে আমাৰ কীৰ্ত্তন ঘৰৰ মজিয়াত বহি ভক্তিভাৱত চৌধুৰীদেৱ বিভোৰ হোৱাও মই দেখিছিলো। তেখেতৰ তেনে বিভো-ৰতাই মোকো শৈশৱ কালতে কিয়ৎ পৰিমাণে হলেও সাত্বিক ভাৱাপন্ন কৰি তুলিছিল।” (সত্ত্ব-সংশুদ্ধিৰ আভা / মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা) ঘৰ আৰু সমাজৰ এনে সাত্বিক পৰিৱেশত “চৌধুৰীদেৱৰ নৈতিক আদৰ্শৰ গঠনত আৰু ধৰ্মীয় ভাৱনাৰ বিকাশৰ ক্ষেত্ৰত প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এক গভীৰ প্ৰভাৱ পৰিছিল।” (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ধৰ্ম-ভাৱনা) এই প্ৰভাৱেই তেখেতৰ মনত দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিছিল নৈতিক আদৰ্শৰ আধাৰস্বৰূপ পৰমেশ্বৰত বিশ্বাস আৰু জনকল্যাণৰ ওপৰত আত্মোৎসৰ্গৰ ভাব।

এনে আধ্যাত্মিক বুনিয়াদত জীৱন সু-প্ৰতিষ্ঠিত হোৱাৰ বাবেই শৈশৱতে সন্মুখীন হোৱা দুৰ্যোগৰ ধুমুহাই তেওঁক ছিন্নমূল কৰিব নোৱাৰিলে। ১৩ বছৰতে নিজৰ আদৰ্শস্বৰূপ পিতৃক হেৰুৱাই তেওঁ আদ্যগুৰুৰ প্ৰতি যথাযোগ্য শ্ৰদ্ধা-ভক্তি সকলোখিনি মাতৃতেই অৰ্পণ কৰিলে। দুখিনী মাকৰ দুখ মোচনৰ অঙ্গীকাৰেও হয়তো গোপনে মনত খিতাপি ললে, যাৰ ফলত অন্য চেমনীয়াতকৈ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী হৈ পৰিল সম্পূৰ্ণ বেলেগ। এহাতে উদ্যোগী, কামত আগৰণুৱা আৰু সমাজৰ সহযোগ প্ৰয়াসী ; আনহাতে সংযত, বিনয়ী আৰু নিজৰ ঘৰুৱা দায়িত্বৰ প্ৰতি সদায় সজাগ। উদ্দীপনা আৰু সংযমৰ এই ভাৱসাম্য তেওঁৰ চৰিত্ৰৰ স্থায়ী গুণ। মুক্তিযুদ্ধৰ উত্তেজনাময় দিনত তেওঁ লোৱা ভূমিকাই এই গুণক প্ৰকট কৰি দেখুৱাইছে—"সেই সময়ত বহুত ক্ষেত্ৰত সংগঠনবিহীন ভাবেও দেশপ্ৰেমীসকলে কাম কৰিছিল। আমাৰ খাটাবাৰীৰ বৰ্মা মজুমদাৰৰ দৰ্জ্জি ঘৰৰ কেম্পত সদায় প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে আমাক উদগনি দিছিল। তেখেতে নিজে পিকেটিং কৰা নাছিল বা কাৰাবৰণো কৰা নাছিল যদিও তেওঁক মুক্তিযুদ্ধৰ এজন সৈনিক বুলিও কব পাৰি।" ( মুক্তি যুঁজৰ নেপথ্য কৰ্মী / কৃষ্ণ শৰ্মা )। পিকেটিং বা কাৰাবৰণ কৰা নাছিল যদিও জাতিৰ পিতা মহাত্মা গান্ধীৰ বাণীৰ দ্বাৰা তেওঁ প্ৰকৃতাৰ্থত অনুপ্ৰাণিত হৈছিল, "অসহযোগ আন্দোলনৰ সময়ত চৌধুৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰ আছিল আৰু তেখেতৰ উদ্যোগত খাটাবাৰী ছাত্ৰ সভাৰ সদস্যসকলে অসহযোগ আন্দোলনৰ কৰ্মপন্থা যুগুত কৰি কাৰ্য্যত পৰিণত কৰিছিল।" ( চৌধুৰীৰ চিন্তাধাৰাত গান্ধীজীৰ প্ৰভাৱ / করুণাকান্ত শৰ্মা )। সেইদৰে "গান্ধীজীৰ আদৰ্শৰ মতে জীৱন পৰিচালিত কৰাৰ বাবে তেখেতৰ আগ্ৰহ আছিল অকৃত্ৰিম তথা আন্তৰিক।" ( মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৰাষ্ট্ৰ চিন্তাৰ স্বৰূপ / চিৰঞ্জীৱ জৈন )।

অভাৱৰ কাৰণে চৌধুৰীদেৱে স্কুল এৰিছিল বুলি কব নোৱাৰি। ঘৰুৱা দায়িত্বৰ প্ৰতি সজাগতাই আৰু স্বামীহাৰা, পুত্ৰহাৰা জননীৰ

ব্যাকুলতাই তেওঁৰ মনৰ পৰা স্কুলীয়া জীৱনৰ মোহ আঁতৰাই নিছিল। তাতে আকৌ নিজৰ শাৰীৰিক অসুস্থতাই শিক্ষাবছৰ এটা হেৰুৱাব লগীয়া কৰাত আৰু লগৰীয়াসকল একশ্ৰেণী আগুৱাই যোৱাত তেওঁ গৰ্ডন হাইস্কুলৰ তৃতীয় শ্ৰেণীৰ (Class III) পৰাই স্কুল এৰিলে। আজিৰ দিনত মেধাসম্পন্ন, আৰ্থিকভাৱে স্বচ্ছল, সম্ভ্ৰান্ত পৰিয়ালৰ শিশু এটাই সকতে আনুষ্ঠানিক শিক্ষা এৰি পেলোৱা কথা ভাবিবই নোৱাৰি। কিন্তু তত্‌কালীন অসমৰ গাৱঁলীয়া সমাজখনৰ শিক্ষাবিষয়ক ধাৰণা আছিল অন্য ধৰণৰ। পশ্চিমীয়া জীৱনৰ মোহে তেতিয়াও জনসাধাৰণৰ মন মুহিব পৰা নাছিল। সমাজত প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ প্ৰতি যথেষ্ট শ্ৰদ্ধা আছিল, যিবোৰৰ চৰ্চাৰ কাৰণে আনুষ্ঠানিক শিক্ষাতকৈ আত্মশুদ্ধিৰ প্ৰচেষ্টা আৰু আত্ম-নিবেদনৰ ভাব অধিক গুৰুত্বপূৰ্ণ আছিল। সেই কাৰণে চক্ষালিব পৰা ঘৰুৱা অসুবিধাৰ অজুহাতত স্কুললৈ যাবলৈ এৰাটো চৌধুৰীদেৱৰ দিনত তেনেই সহজ কথা আছিল।

এই কথা স্বীকাৰ্য যে চৌধুৰীদেৱৰ শৈশৱৰ বিষয়ে তথ্য উদ্‌ঘাটন কৰোঁতে অসুবিধাৰ সন্মুখীন হ'ব লগাত পৰিছিল। অধ্যাপক হেমন্ত কুমাৰ দত্তই টেপ ৰেকৰ্ডত থকা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ প্ৰত্যক্ষ বচনৰ পৰা আৰু পুৰণি চামৰ সৈতে কথা-বতৰা পাতি কিছু তথ্য উদ্ধাৰ কৰিছে ( অঙ্কুৰণ আৰু বিকাশ )। তথাপি দুই-এটা কথাত একাধিক অভিমতৰ আগমন হৈছে। এই পৰিস্থিতিত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে আনুষ্ঠানিক শিক্ষা সমাপ্ত কৰা প্ৰকৃত সময়, তাৰ কাৰণ, লাভ কৰা স্কুলীয়া শিক্ষাৰ পৰ্যায় আৰু মানদণ্ড সম্পৰ্কে তেওঁৰ বংশৰে স্বনামধন্য সমাজকৰ্মী, লোকসেৱক নামে প্ৰখ্যাত হোৱা শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীদেৱক কেইটামান প্ৰশ্ন কৰি তাৰ পোনপটীয়া লিখিত উত্তৰ দিবলৈ অনুৰোধ কৰা হৈছিল। উল্লেখযোগ্য যে বয়সত কেইবাবছৰমানে সৰু হলেও তেখেতে প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ লগত একে শ্ৰেণীতে পঢ়িছিল। তলত প্ৰশ্ন আৰু উত্তৰসমূহ উদ্ধৃত কৰা হ'ল ঃ

প্ৰশ্ন : কিমান বয়সত কোন শ্ৰেণীৰ পৰা ৺মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে স্কুল এৰিছিল ?

উত্তৰ : ১৩ বছৰমান বয়সত ৺মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে স্কুল এৰিছিল পঞ্চমমান শ্ৰেণীৰ পৰা ।

প্ৰশ্ন : তেখেতে স্কুললৈ যাবলৈ এৰাৰ মূল কাৰণ অৰ্থাভাব নে পৰিস্থিতি-জনিত অনীহা ?

উত্তৰ : পিতৃ বিয়োগৰ পিচত ঘৰ চলোৱা কামত জড়িত হ'ব লগাত তেওঁ পঢ়া এৰিবলৈ বাধ্য হৈছিল ।

প্ৰশ্ন : পঢ়াত তেখেতৰ বুদ্ধি-বৃত্তি কেনে আছিল ?

উত্তৰ : পঢ়াত তেখেতৰ বুদ্ধি-বৃত্তি ভাল আছিল, বিশেষকৈ সাহিত্য আৰু অঙ্কত তেওঁ চোকা আছিল ।

প্ৰশ্ন : তেখেতে খেলা-ধূলা খেলিছিল নেকি ?

উত্তৰ : তেতিয়া খেলা-ধূলাৰ প্ৰচলন আজিৰ দৰে নাছিল । সেইবাবে আমাৰ স্থানীয় খেলা-ধূলা যেনে—ধৰাহাউ, বস্তিয়া হাউ, ধোপ্ খেল আৰু ৰবাব টেঙাৰ বলখেল ইত্যাদিত যোগ দিছিল ।

প্ৰশ্ন : সেই সময়ৰ শিক্ষাৰ মানদণ্ড অনুসৰি স্কুল এৰাৰ সময়ত তেখেতৰ ভাষা আৰু গণিতৰ জ্ঞান কেনে পৰ্য্যয়ত আছিল ?

উত্তৰ : পঢ়াত মানদণ্ড বৰ উন্নত আছিল । সেই সময়তে তেওঁ অসমীয়া ভাষা আৰু গণিতত তেওঁ পঢ়াৰ জোখাৰে বুৎপত্তি দেখুৱাব পাৰিছিল ।

প্ৰশ্ন : ছাত্ৰ জীৱনৰ অন্তত তেওঁ কি উপায়ে শিক্ষাৰ দিশত আগ-বাঢ়িছিল ?

উত্তৰ : স্কুল এৰিলেও তেওঁ পুথিবোৰ অধ্যয়ণ কৰিছিল আৰু তাৰ চৰ্চা সততে কৰিছিল ।

অধ্যাপক হেমন্তকুমাৰ দত্তই টেপ ৰেকৰ্ডত সংগৃহীত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ নিজৰ কথাৰ ওপৰত ভিত্তি কৰি তেখেতে তৃতীয় শ্ৰেণীৰ পৰা স্কুল এৰা বুলি ঠাৱৰ কৰিছে । অনুমান হয় যে হেণো-হোবোগাকৈ স্কুললৈ গৈ শেষত চূড়ান্তভাৱে এৰোতে প্ৰভাত নাৰায়ণ চৌধুৰীদেৱে

পঞ্চমমান পাইছিলগৈ, কিন্তু মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ তৃতীয় শ্ৰেণীৰ (Class III) পৰা প্ৰমোচন হোৱা নাছিল। সেইদৰে পিতৃ বিয়োগৰ সময়ত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বয়স ১১ বছৰ বুলি অধ্যাপক হেমন্ত কুমাৰ দত্তই কয়। আনহাতে শ্ৰীমহেন্দ্ৰনাথ বুজৰবৰুৱাই লিখিছে— "তেৰ বছৰ বয়সতে পিতৃহাৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পৰিয়ালৰ আৰ্থিক অৱস্থা সন্তোষজনক নাছিল।" ( মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বদান্যতাৰ মূল্যায়ণ / মহেন্দ্ৰ নাথ বুজৰবৰুৱা।) প্ৰভাত নাৰায়ণ চৌধুৰীদেৱতকৈ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৩/৪ বছৰে ডাঙৰ আছিল। দুয়ো গৰ্ডন হাইস্কুলত সহপাঠী আছিল। ১০ বছৰ হোৱাৰ আগতে প্ৰভাত নাৰায়ণ চৌধুৰীদেৱে হাইস্কুলৰ তৃতীয় শ্ৰেণী (Class III) পাৰ নোহোৱাৰে। গতিকে সেই সময়ত অৰ্থাৎ পিতৃহাৰা হোৱাৰ সময়ত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ১৩ বছৰ হোৱাতো হে সত্য যেন লাগে।

স্কুলীয়া জীৱন এৰি একান্তমনে জীৱিকা উপাৰ্জনৰ কামত ব্ৰতী হোৱাৰ পিছত চৌধুৰীদেৱৰ চৰিত্ৰৰ বিকাশ মন কৰিবলগীয়া। চেটেলমেণ্ট অফিচৰ নামমাত্ৰ বেতনৰ চাকৰি হেলাৰঙে এৰি দিয়া কাৰ্যই তেওঁৰ আত্মবিশ্বাস আৰু উচ্চাকাঙ্ক্ষাৰ উমান দিয়ে। তাৰ পিছত খাওাবাৰীৰ চাহাবৰ চিকুচিকিয়া গাড়ীখনৰ দৰে গাড়ী কিনাৰ সপোন লৈ তেওঁ বেপাৰত নামে। দিনৰ হিচাব দিনে পধুলী মাকক বুজাই দিয়ে। তাৰ পিছৰ কাহিনী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নিজেই কৈছিল,—"এইদৰে মই বেপাৰৰ আৰম্ভণিৰে পৰা হিচাবত মনোযোগ দিলো আৰু অপব্যয়ত এটি পইচাও খৰচ হবলৈ নিদিলো, এই অভ্যাস মোৰ শেষলৈ থাকিয়েই গ'ল।" ( আত্মপ্ৰতিষ্ঠাৰ বাটত/মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী ) কিন্তু "যেতিয়া তেখেতে গাড়ী কিনাৰ জোখাৰে টকা খৰচ কৰিব পৰা হ'ল, তেতিয়া আকৌ গাড়ী কিনাৰ হেঁপাহ নাইকীয়া হ'ল।" (আত্ম প্ৰতিষ্ঠাৰ বাটত) আনহাতে, "নিজাকৈ খেতি কৰাৰ বৰ হেঁপাহ আছিল তেখেতৰ। পিচত দোকানৰ আয়ৰে দুই হাল গৰু কিনি দুজন হালুৱৈ ৰাখি খেতি কৰিছিল।" (দাম্পত্য জীৱনৰ

ৰেণুণি/মুৰাৰি মোহন দত্ত ) গাড়ী কিনাৰ হেঁপাহ পৰিত্যাগ আৰু গৰু কিনাৰ হেঁপাহ পূৰণ কৰাৰ মানসিকতা গঢ়ি উঠিছিল অৰ্থোপাৰ্জনৰ অভিজ্ঞতা, বংশৰ ভৌমিক ঐতিহ্য আৰু সমসাময়িক জাতীয় আন্দোলনৰ প্ৰভাৱৰ সমন্বয়ত।

ব্যৱসায়ৰ উন্নতিৰ লগে লগে চৌধুৰীদেৱৰ অভিজ্ঞতাৰ পৰিসৰ বাঢ়িছিল। নিজৰ কামৰ পুঙ্খানুপুঙ্খ বিচাৰ কৰা অভ্যাসৰ যোগেদি তেখেতে অভিজ্ঞতাক লিপিবদ্ধ কৰাৰ ক্ষমতা আহৰণ কৰিছিল। নিয়মিয়াকৈ বাতৰি কাকত পঢ়াৰ ফলত সমসাময়িক ঘটনা আৰু সমস্যাৰ বিষয়ে অৱগত আছিল আৰু সিবোৰৰ বিষয়ে চিন্তা-চৰ্চা আৰম্ভ কৰিছিল। এনেদৰে সাহিত্য-কৰ্মত লিপ্ত হৈছিল মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু নলবাৰী সাহিত্য সমাজৰ উৎসাহ-উদ্দীপনাই তেখেতৰ জীৱনৰ এই নতুন দিশটো বিকশি উঠাত যথেষ্ট সহায় কৰিছিল। সাহিত্যিক হিচাবেও চৌধুৰীদেৱৰ জীৱনত সাধনাৰ যোগেদি বিকাশ ঘটিছিল। "চৌধুৰীদেৱৰ ৰচনাৱলীৰ মাজতে এটি সুন্দৰ ক্ৰম পৰিলক্ষিত হয়, কিয়নো আগৰ ৰচনাতকৈ পিছৰ ৰচনাৰ ভাষা অধিক তেজস্বী অথচ সহজ-সৰল হৈছে।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৰচনা ৰাজিৰ ভাষাৰ বৈশিষ্ট্য/ড' নৰনাৰায়ণ শৰ্মা )।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে দুখীয়া জনসাধাৰণৰ মাজত থাকি তেওঁলোকৰ বস্তুকে কিনা-বেচা কৰি নিজৰ বেপাৰী জীৱন আৰম্ভ কৰিছিল। সেইকাৰণে তেওঁলোকৰ জীৱনৰ লগত জড়িত চৰকাৰৰ নীতিসমূহ (ধান সংগ্ৰহ, বান নিয়ন্ত্ৰণ) বাতৰি কাকতত ওলালে সেইবোৰ তেওঁ গভীৰ মনোযোগেৰে অধ্যয়ন কৰিছিল আৰু দৃঢ় প্ৰত্যয়েৰে সেইবোৰ বিষয়ে নিজৰ অভিমত ব্যক্ত কৰিছিল। সেই কাৰণে "নিবন্ধ সমূহেই চৌধুৰীদেৱৰ শ্ৰেষ্ঠ ৰচনা। তেখেতৰ সজাগ, সংগ্ৰামী আৰু শৈশৱত মনৰ সাঁচ এইবোৰ ৰচনাত সুস্পষ্ট।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলীৰ ওপৰত এটি অভিমত/ড০ হীৰেণ গোঁহাই) সেইদৰে "সততা আছিল তেওঁৰ মানসিক বল আৰু দৃঢ়তাৰ প্ৰধান উৎস। ইয়েই

তেওঁক উৎপনি দিলে মুকলিমুৰীয়াকৈ ৰাজহুৱাভাৱে সমাজৰ জ্বলন্ত সমস্যাবোৰৰ কাৰণ আৰু প্ৰতিকাৰৰ সম্পৰ্কত মাত মাতিবলৈ।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ লেখাত সামাজিক চেতনা/ড° শৈলেন ভৰালী) আকৌ "চৌধুৰীৰ প্ৰবন্ধবোৰত তেখেতৰ ৰাজনৈতিক আৰু সামাজিক চেতনাৰ সম্যক জ্ঞান পাওঁ আৰু ভাৰতৰ অংগীভূত এখন ৰাজ্য হিচাবে অসমৰ মঙ্গলৰ বাবে আমাৰ কৰণীয়খিনিৰ সম্পৰ্কে তেখেতৰ ধাৰণা এই ৰচনাবোৰত স্পষ্ট হয়। এই ধাৰণা যে তেখেতৰ আপোন জীৱনৰ আদৰ্শ আৰু নীতিৰ ওপৰত প্ৰতিষ্ঠিত এই কথা তেখেতৰ প্ৰবন্ধবোৰৰ পৰা সহজে বুজা যায়।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ পুনৰ নিৰ্মাণ/ ড° গোবিন্দ প্ৰসাদ শৰ্মা)।

আধুনিক সমাজৰ সমস্যাবোৰৰ বিষয়ে চিন্তা-চৰ্চা আগবঢ়াওঁতে চৌধুৰীদেৱে নিজৰ জীৱনৰ সাংস্কৃতিক স্থিতিৰ পৰা এধানিমানো লৰচৰ কৰা নাই। "* * * তেখেতে ব্ৰহ্মচৰ্য, সংযম, সদাচাৰ, শুদ্ধাচাৰ, সদাহাৰ, সুস্বাস্থ্য আদিৰ বিষয়েও সুন্দৰকৈ বুজাই দিছে। ব্ৰহ্মচৰ্য্যৰ পৰা সুস্বাস্থ্যলৈকে সকলোবিলাকৰ পাৰস্পৰিক সম্পৰ্ক সুন্দৰকৈ বুজাই দিছে। সেইদৰেই সংযম, সদাচাৰ, শুদ্ধাচাৰ আদিৰ লগত অস্পৃশ্যতা, জাতিভেদ আদিৰ প্ৰসংগও সাঙোৰ খাই আছে। এই-বিলাক বিষয়ৰ প্ৰতি তেখেতৰ যি বৈজ্ঞানিক আৰু গঠনমূলক দৃষ্টি-ভঙ্গীৰ পৰিচয় পোৱা যায় তালৈ চাই মোৰ ধাৰণা হয় যে তেখেতৰ সংশ্লিষ্ট ৰচনাখিনি আমাৰ চেমনিয়াসকলৰ বাবে পাঠ্যপুথিৰ অন্তৰ্ভুক্ত হোৱা উচিত।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ ধৰ্ম ভাৱনা / ড° মুকুন্দ মাধৱ শৰ্মা)

সেইদৰে "চৌধুৰীদেৱে বাৰে বাৰে শ্ৰমবিমুখতা বৰ্জন কৰিবলৈ কৈছে। কৃষিৰ প্ৰতি যত্ন লবলৈ কৈছে, স্বাস্থ্যৰ উন্নতি সাধিবলৈ দিছে। দেখাত এইবিলাক ধৰ্মীয় চিন্তা নহয়। কিন্তু ভাবি চালে এই উপদেশবিলাকৰ লগতো প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এটা সম্পৰ্ক আছে। প্ৰাচীন কালৰ পৰাই ভাৰতত শ্ৰমবিমুখ বিলাকক নিন্দা কৰি অহা হৈছে।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ ধৰ্ম ভাৱনা)

চৌধুৰীদেৱৰ থকৰা জীৱনতো ধৰ্মভাৱনাৰ প্ৰভাৱেই আছিল অধিক। পতি-পত্নীৰ সম্পৰ্কক তেখেতে কৰ্ত্তব্যপৰায়ণতাৰ লগত জড়িত কৰিছিল। মৃত্যুৰ সময়ত নিজৰ সহধৰ্মিনীক তেখেতে সদায়ে কোৱা কথাকেই কৈ গৈছিল "তুমি মোৰ লগত বহুত কষ্ট কৰিছা। ভগৱানে তোমাৰ ভাল কৰিব।" (দাম্পত্য জীৱনৰ ৰেঙণি) তেখেতৰ ভাতৃস্থানটো অতি গুৰুত্বপূৰ্ণ আছিল। সকলো মানুহৰে চিন্তা আৰু কৰ্মৰ অসংলগ্নতা (Schizophrenia) অলপ নহয় অলপ থাকেই। বহুতো উদাৰ, মেধাৱী, মানুহৰ ক্ষেত্ৰত ইয়াৰ চাপ বেছি হোৱা দেখা যায়। তেতিয়া সাধাৰণতে অভিভাৱকৰূপে থকাজনৰ প্ৰতি তেওঁলোক সদায় ৰুক্ষ হয় আৰু সমাজৰ প্ৰচলিত ৰীতি-নীতিৰ বিৰুদ্ধে কথা আৰু কামত প্ৰবৃত্ত হয়। আচৰণৰ অ-সামাজিকতাখিনি বিপৰীত লিঙ্গৰ মানুহৰ প্ৰতি কৰা ব্যৱহাৰত সহজে ওলাই পৰে দেখি বহুত ক্ষেত্ৰত বিয়া পাতি দি তাৰ সমাধান বিচৰা হয়। চৌধুৰীদেৱেও তাকেই কৰিছিল। "সৰু আতাই ১৯৩৬ চনত মেট্ৰিক আৰু ১৯৩৮ চনত I. A. পাছ কৰিছিল। আজিৰ পৰা প্ৰায় ৫৪ বছৰ আগতে, তেতিয়াটো বহুত কষ্ট কৰি পঢ়িবলগীয়া হৈছিল নিশ্চয়। আতা, মোৰ হলে তোমাৰ ওপৰত খুব খং উঠিছিল, সৰু আতাই পঢ়ি থকা অৱস্থাতে ১৯৩৮ চনতে তুমিনো বাৰু বিয়া পাতি কিয় দিব লাগে?" (জ্যেষ্ঠ ভাতৃৰ ৰূপত আমাৰ আতা/দেৱাহুতি চৌধুৰী) অনুমান কৰিব পাৰি যে দুই ভাতৃৰ মাজত সুদীৰ্ঘ সহাৱস্থানৰ মূলতে আছিল চৌধুৰীদেৱৰ জীৱনাদৰ্শত সহোদৰ সম্পৰ্কে থকা সুউচ্চ ধাৰণা। ভগ্নী-সকলৰ প্ৰতি চৌধুৰীদেৱৰ গভীৰ স্নেহ আৰু শ্ৰদ্ধা আছিল আৰু "ভাগিনৰ সকামতে সোণৰ উত্তম ব্যৱহাৰ হয়" (দাম্পত্য জীৱনৰ ৰেঙণি) বুলি কৈছিল। পুত্ৰ-কন্যাসকলৰ প্ৰতি থকা স্নেহ তেখেতে সংযত-ভাৱে প্ৰকাশ কৰিছিল,— "পিতাই আমাক সকলো পৰাই যথেষ্ট মৰম কৰিছিল। কিন্তু কোনোদিনেই সেই মৰম মুখত নেদেখুৱাইছিল। সৰুতে আমাক কোনোদিনে পইচা খৰছ কৰিব নিদিছিল। যি বিচাৰিছিলোঁ নিজেই অনাই দিছিল।" (অপত্য স্নিগ্ধাৰ নিদৰ্শন/

খগেন্দ্ৰ নাৰায়ণ চৌধুৰী ) এই সংস্কৃতিসম্পন্ন গৃহীজনৰ প্ৰভাৱশালী ব্যক্তিত্বৰ পূৰ্ণৰূপ মূৰ্ত হৈ উঠিছিল উৎসৱ-পাৰ্বণৰ দিনত,—"বিহুৰ দিনাখন সকলোৱে ডাঙৰক সেৱা কৰা আৰু ডাঙৰে সকক আশীৰ্বাদ দিয়া এইটো অসমীয়া জাতিৰ পৰম্পৰা। গোঁসাই ঘৰত সিদিনা কীৰ্তনৰ শেষত আমাৰ পৰিয়ালৰ আটাইবোৰে যেতিয়া এটাৰ পিছত এটাকৈ আহি পিতাক সেৱা কৰেহি তেতিয়া তেখেত যেন কোনো এক দেৱতাৰ শাৰীলৈ উঠি গৈছে তেনেকুৱা লাগিছিল।" (গৃহাশ্ৰম : স্নেহৰ আঁকৰ/মনোমতী চৌধুৰী )

"মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সামাজিক ভাবমূৰ্ত্তি (image) এক শিক্ষা তথা নাৰীশিক্ষা প্ৰসাৰকামী উদাৰদাতা হিচাবে।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ পুনৰ্নিৰ্মাণ/ ড০ গোবিন্দ প্ৰসাদ শৰ্মা)। চৌধুৰীদেৱৰ এই সামাজিক ভাবমূৰ্ত্তিৰো ক্ৰমবিকাশ ঘটিছিল। "ছাত্ৰাৱস্থাৰ পৰা শিক্ষা-সংস্কৃতি আৰু সৰু-সুৰা জনহিতকৰ কামৰ প্ৰতি আছিল তেওঁৰ প্ৰবল অনুৰাগ। * * * ল'ৰালিকালৰ শিক্ষা-সংস্কৃতি আৰু সমাজসেৱাৰ অন্তৰনিহিত বীজ সময়ত অংকুৰিত হ'ল। * * * ফলত তেওঁৰ উন্মুক্ত দানেৰে গঢ়ি উঠিল : শিক্ষা-সংস্কৃতি প্ৰসাৰৰ বাবে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বদান্যতাৰ মূল্যায়ন/ মহেন্দ্ৰনাথ বুজৰবৰুৱা ) আৰু "ষাঠিৰ দশকত এজন বৰেণ্য ব্যক্তিৰ লগত ঘটিল চৌধুৰীৰ নিবিড় সান্নিধ্য। সেইজন আছিল প্ৰথিতযশা সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী। চিনাচিনি হ'ল দুয়ো মনৰ ভাব-ভাষাৰে। গোস্বামীৰ সান্নিধ্যত তেওঁৰ অন্তৰৰ শিক্ষা-সংস্কৃতিৰ প্ৰতি থকা অনুৰাগ যেন বিকশিত হ'ল।" (মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বদান্যতাৰ মূল্যায়ণ) ধন-বস্তু উপাৰ্জন আৰু ইয়াৰ ব্যৱহাৰৰ মাজেদি চৌধুৰীদেৱৰ ব্যক্তি প্ৰতিভাৰ উমান পোৱা যায়। মহান দাতা হিচাবে পৰিগণিত এইজন মানুহে নিজৰ কষ্টোপাৰ্জিত অৰ্থৰ সম্পূৰ্ণ সদ্ব্যৱহাৰ হোৱাতো বিচাৰিছিল। গভীৰতাহীন সাময়িক আনন্দ প্ৰদায়ী খুলশুৱা বোৰক তেখেতে সদায় নিৰুৎসাহ কৰিছিল। আজিকালি বহুতেই এনে দলবোৰক সন্তুষ্ট কৰি আত্মসন্মান ৰক্ষা কৰে। চৌধুৰীদেৱৰ

আত্মসন্মানৰ ধাৰণা আছিল সম্পূৰ্ণ বিপৰীত। তেখেতে যুৱকসকলক পোনপটীয়া ভাষাৰে দান দিব নোৱাৰো বুলি কৈছিল। প্ৰাচুৰ্য্য-প্ৰাপ্তিৰ পিছত চিক্‌চিকিয়া গাড়ীৰ মোহ পৰিত্যাগ কৰা, সস্তীয়া জনপ্ৰিয়তাক হেয় জ্ঞান কৰা, চৌধুৰীদেৱক বহুতে এজন কৃপণ লোক বুলি মন্তব্য কৰিছিল। কিন্তু সবল ব্যক্তিত্বৰ অধিকাৰী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক সেইবোৰ কথাই তলাব নোৱাৰিছিল। নিজ জীৱনৰ অভিপ্ৰেত উদ্দেশ্য (mission) তেওঁ যেন উপলব্ধি কৰিছিল আৰু সংস্কৃতিসম্পন্ন নলবাৰীৰ সমাজখনে আহ্বান জনোৱাত তেখেত কায়মনবাক্যে জীৱনৰ চৰম সাধনাত ব্ৰতী হৈছিল। "তেওঁৰ বৈশিষ্ট্য আছিল এয়ে যে গৃহী আৰু ব'ৰাগী অৰ্থাৎ ত্যাগী দুয়োজন মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে যেন সমিল-মিল বা সমন্বয়ৰ মাজেদি মিলিজুলি একেলগে হৰ্ষেৰে জীৱন-যুদ্ধত প্ৰবৃত্ত হ'ব পাৰিছিল। এই ক্ষেত্ৰত আন এটা বিশেষ মন কৰিবলগা কথা এয়ে যে শিক্ষা অনুষ্ঠান বা শিক্ষা ক্ষেত্ৰ গঢ়ি তোলাৰ আগ্ৰহো তেওঁৰ একেদিনেই গঢ়ি উঠা নাছিল, ঘটনাক্ৰমেহে বা পৰিৱেশ পৰিস্থিতিৰ তাড়নাতহে যেন সেই দায়িত্ব পালন কৰিবলগাত পৰিছিল।" (শিক্ষাৰ সম্প্ৰসাৰক মহেন্দ্ৰ নাৰায়ণ চৌধুৰী/শশী শৰ্মা)

মানব জীৱন ব্যক্তিসত্তাৰ ক্ৰমোন্নতিৰ কাহিনী। সমাজেই এনে উন্নতিৰ ক্ষেত্ৰ ৰচনা কৰে। ব্যক্তিৰ সমষ্টিয়েই সমাজ। গতিকে ব্যক্তিৰ বিকাশৰ লগত সমাজৰ বিকাশ ওতঃপ্ৰোতভাৱে জড়িত। "সোণালী শিখাৰ পোহৰ"তো নলবৰীয়া সমাজখনৰ বিৱৰ্তনৰ কাহিনী বিচাৰি পোৱা যাব। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে এই ক্ষুদ্ৰ সমাজখনৰ পৰা বিদায় লৈ অসীমলৈ গুচি গৈছে। কিন্তু সমাজখনে তেখেতক পাহৰিব পৰা নাই। চৌধুৰীদেৱৰ আত্মাৰ সদগতিৰ বাবে প্ৰাৰ্থনা জনোৱাৰ লগতে সুশীল ভাবাপন্ন আৰু ঐতিহ্যমণ্ডিত নলবৰীয়া সমাজলৈ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

নলবাৰী
৭/৬/৯২ ইং

শ্ৰীমুৰাৰি মোহন দত্ত

# সূচীপত্ৰ

## প্ৰথম তৰংগ



## দ্বিতীয় তৰংগ

## তৃতীয় তৰংগ



[illegible] শিক্ষকৰ সাদৰ সম্ভাষণত আপ্যায়িত চৌধুৰীদেৱ



প্ৰাক্তন মন্ত্ৰী ৺কামাখ্যা প্ৰসাদ ত্ৰিপাঠীৰ
ভাষণৰ আগ্ৰহী শ্ৰোতাৰ ৰূপত চৌধুৰী

# সমাজে সাৰটিলে মহান মানৱতা

উনৈছ শ একাশী চনৰ বাইছ নবেম্বৰৰ শুভ-দিনটোৰ কথা মনত আছে। হেমন্তৰ হিমসনা পৃথিৱীলৈ তেতিয়াও শীতৰ সেমেকা প্ৰবাহ বোৱা নাছিল। সুন্দৰ ফৰকাল বতৰ, নিমজ পুৱা। সাহিত্য সমাজৰ 'ৰাজেন্দ্ৰ চৌধুৰী ভৱন'ৰ সন্মুখত উৰন্ত পতাকা। এম, এন, চি, বালিকা বিদ্যাপীঠৰ সন্মুখত গাম্ভীৰ্যপূৰ্ণ এক টোৰণ—লিখা আছে তাত "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী সম্বৰ্দ্ধনা উৎসৱ।" চিত্তাকৰ্ষক ৰঙ-বিৰঙ তাত নাই; আছে অকৃত্ৰিম অনাড়ম্বৰতাৰ এক প্ৰলেপ। অধ্যাপক তালুকদাৰে তপৰাই কৈ উঠিল "বৰ ভাল হৈছেহে, মানুহজনৰ লগত মিলি গৈছে।" তাৰ পিছত আমি খোজ ললো চৌধুৰীৰ বাসভৱনলৈ—ব্যক্তিগতভাৱে অভিনন্দন জনাবলৈ।

চৌধুৰীদেৱৰ বাসভৱন লোকে লোকাৰণ্য। পুৰণা টিনৰ ঘৰৰ বাৰান্দাতে চৌধুৰী বহি আছিল। তেওঁৰ চকুৱে-মুখে বিৰিঙি উঠা বিনয়-অমায়িকতা আমাৰ চকুত পৰিল। সন্মুখৰ আয়োজিত চকী-বোৰত মানুহ ঠাহ খাই আছিল। নগৰৰ গণ্য-মান্য লোকৰপৰা দিন-হাজিৰা কৰা বনুৱালৈকে বিভিন্ন শ্ৰেণীৰ লোক। পৰিয়ালৰ লোকসকল অভ্যাগতৰ আপ্যায়ণত ব্যস্ত তেতিয়া। আমি চৌধুৰীদেৱক আন্তৰিক শ্ৰদ্ধা-অভিনন্দন জনালোঁ। বিনিময়ত চৌধুৰীয়ে কলে: "মই একো কৰা নাই, মই ইয়াৰ যোগ্যও নহওঁ। আছি ভাল পাছু, বাপাহঁতক মাত দি যাবো।"

তাৰ পিছত—দুপৰীয়া বাসভৱনৰ পৰা নগৰৰ মাই পথেদি চৌধুৰীক লৈ এক বৰ্ণাঢ্য শোভাযাত্ৰা। অগ্নিশালাৰ ঢুলীয়াৰ ঢোলৰ গুম্-গুমনি, কালীয়াৰ কালীৰ তান, তালৰ গুঞ্জনৰ লগে লগে দোকানী-পোহাৰী,

বন্দুৱা-হজুৱা, ছাত্ৰ-ছাত্ৰী, শিল্পী, সাহিত্যিক, শিক্ষাবিদ, চাকৰিয়াল, বিশিষ্ট নাগৰিক প্ৰভৃতিৰ নগৰৰ ঘাই পথত পদচালনা, আনন্দ উল্লাস! একেবাৰে শেষত কেইবাখনো টেক্সী, ফিয়েট, জীপগাড়ীৰ পঙ্কুৱাৰ লানিৰদৰে পদযাত্ৰীৰ অনুসৰণ। কি যে এক মোহনীয় যাত্ৰা!

তেতিয়া বেলি লহিয়াইছে। মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠৰ সন্মুখৰ টোৰণৰ তলত চৌধুৰীদেৱক ঢোল, তাল, শংখ, ঘণ্টা, উৰুলিৰ মাঙ্গল্য ধ্বনিৰে আদৰি নি বিদ্যাপীঠৰ মাজৰ মুকলি ঠাইত সজ্জিত ৰভামণ্ডত বহুওৱা হ'ল। লগে লগে সমবেত সদৌজনলৈ আসন গ্ৰহণ কৰিবলৈ বিনম্ৰ অনুৰোধ মাইকৰ যোগেদি নিঃসৃত হ'ল। ক্ষন্তেক পিছতে শিল্পীবৃন্দৰ সুৱদী-সুৰীয়া কণ্ঠৰ

"সাম্য মৈত্ৰী ক্ষীণ দধীচি

তোমাৰ ত্যাগৰ তুলনা নাই। ..." গীতৰ ধ্বনিয়ে বিদ্যাপীঠ ৰজনজনাই গ'ল। প্ৰথিতযশা সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীৰ পৌৰোহিত্যত সম্বৰ্দ্ধনা সভা আৰম্ভ হ'ল। সম্বৰ্দ্ধনা সমিতিৰ সম্পাদকে প্ৰতিবেদনত চৌধুৰীৰ কৰ্মময় জীৱনৰ চিন্তাৰ গভীৰতা, মনৰ বিশালতা, ত্যাগ-উদাৰতাৰ শলাগনি জনালে; সম্বৰ্দ্ধনা উৎসৱৰ সাম্যক আভাস দিলে। আচাৰ্য পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীয়ে উৎসৱৰ অন্যতম আকৰ্ষণ 'অভিনন্দন গ্ৰন্থ" উন্মোচন কৰি আটকধুনীয়া পুথিখনত সন্নলিত চৌধুৰীৰ জীৱন, কৰ্ম, চিন্তা, দান-অৱদান উত্তৰ পুৰুষৰ প্ৰেৰণা হ'ব বুলি আশা পোষণ কৰিলে। তাৰ পিছত জন-কল্যাণমুখী কৰ্ম, ত্যাগ-চিন্তাৰ স্বীকৃতি, দলিল স্বৰূপ 'অভিনন্দন-পত্ৰ' সহ সম্বৰ্দ্ধনা স্মৃতিৰ বাহকৰূপ উপহাৰেৰে চৌধুৰীদেৱক ৰাজহুৱাভাৱে সম্বৰ্দ্ধিত কৰা হ'ল। সমজুৱাৰ মাজত ধ্বনিত হ'ল জাউৰি জাউৰি কৰতালি। সমিধানত তেওঁ ত্যাগ-দান নিৰ্লিপ্ত ভাব-সম্বলিত, আত্মবিনোদনসূচক পঠিত ভাষণেৰে ৰাইজৰ ওচৰত হ'ল কৃতজ্ঞ। বিশিষ্ট অতিথি অধ্যক্ষ উমা কান্ত শৰ্মা, দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য, হাতেম আলী, সভাপতি ত্ৰৈলোক্য নাথ গোস্বামী; সমজুৱাৰ মাজৰ পৰা প্ৰভাত নাৰায়ণ চৌধুৰী, ডাঃ হৰেকৃষ্ণ গোস্বামী,

হৰিচৰণ পাঠক, শশিভূষণ চৌধুৰী, জ্ঞানেন্দ্ৰমল্ল বুজৰবৰুৱা, অনুপমা দেৱী প্ৰভৃতিৰ হ্ৰাস-দীৰ্ঘ ভাষণত চৌধুৰীৰ জীৱন-কৰ্ম, প্ৰতিভা, ত্যাগৰ মূল্যায়ণ, প্ৰশংসাৰে সভাস্থলি মুখৰিত হৈ উঠিল। সন্ধিয়াৰ আগে আগে সম্বৰ্দ্ধনা সভাৰ সফল সামৰণি পৰিল। নলবাৰী সাহিত্য সমাজৰ উদোগত উদ্‌যাপিত সেই ৰাজহুৱা সম্বৰ্দ্ধনা সভালৈ সৰু-বৰ ব্যৱসায়ী, বনুৱা-হজুৱা, ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, উকীল-মহৰি, শিল্পী, সাহিত্যিক, শিক্ষাবিদ, চাকৰিয়ালে দ্বিধাহীন, অকুণ্ঠ সহায়-সহাযোগ আগবঢাই ওলাই আহিছিল, গুণীৰ গুণৰ স্বীকৃতি জনাবলৈ। ইও এক দৃষ্টান্ত হৈ ৰ'ল।

জীৱনকালতে নিজ কৃতকৰ্মৰ বাবে চৌধুৰীয়ে বিভিন্ন ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠানৰ পৰা আদৰ-চেনেহ, শ্ৰদ্ধা-স্বীকৃতি পাইছিল। ১৯৬৮ চনতে নলবাৰী সাহিত্য সমাজে তেওঁৰ সেৱা-বদান্যতাৰ বাবে অভিনন্দন জনোৱাৰ উপৰিও মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী জিলা সাহিত্য সভা, জিলা প্ৰাথমিক শিক্ষা পৰিষদ আদিৰ পৰা আনুষ্ঠানিকভাৱে সম্বৰ্দ্ধিত হৈছিল।

জনপ্ৰিয় চৌধুৰীৰ প্ৰতি ৰাইজ আকৰ্ষিত হোৱাৰ কাৰণ বহুতো। তেওঁৰ বিতৰ্কমুক্ত চিন্তা, কৰ্মময় জীৱন-যাপনত ৰাইজ আকৃষ্ট হৈছিল। কৰ্ম-বিমুখীতাৰ প্ৰতি বীতশ্ৰদ্ধ চৌধুৰীয়ে নিষ্ঠা, ঐকান্তিকতা আৰু সুনীতি, সদাচাৰেৰে কৰ্মত প্ৰবৃত্ত হৈ প্ৰতিষ্ঠা লাভ কৰিছিল। সাধাৰণ ব্যৱসায়ীৰ পৰা বিত্তশীল ডাঙৰ ব্যৱসায়ীলৈ তেওঁৰ উত্তৰণ হৈছিল। দুৰ্নীতিমুক্ত চৌধুৰীৰ ক্ৰয়-বিক্ৰয়ৰ ঔচিত্য ৰক্ষা আৰু গ্ৰাহকৰ প্ৰতি সততা, নম্ৰতা, ভদ্ৰোচিত ব্যৱহাৰ ব্যৱসায়ৰ মূল নীতি আছিল। ফলত গ্ৰাহকৰ লগত, ৰাইজৰ লগত গঢ়ি উঠিছিল এক আত্মীয়তা, আকৰ্ষণ।

এগৰাকী ধনবান ব্যক্তি হিচাবে আৰু তেওঁৰ চমকপদ বৈষয়িক সাফল্য সমাজৰ দৃষ্টিগোচৰ হৈছিল। ধনৰ গৌৰৱ, মনৰ জটিলতা,

কুটিলতা, নীচতা কাৰো চকুত পৰা নাছিল। বস্তুতো বিত্তশীল ব্যক্তিত্বকৈ চৌধুৰী ব্যতিক্ৰম বুলি মানুহৰ ধাৰণা হৈছিল। চৌধুৰীয়ে নিজে কৈছিল : "কষ্টৰ মাজেৰেহে ধনৰ উপাৰ্জন হয়, ধনৰ সজ ব্যৱহাৰৰ পৰাহে মনৰ সন্তুষ্টি হয়।" এনে ভাবৰ বশৱৰ্ত্তী চৌধুৰীয়ে ধন আৰু মন দুয়োটাকে সমপৰ্য্যায়ৰূপে গণ্য কৰি ধন আৰ্জনৰ সন্তুষ্টি আৰু তাৰ ব্যৱহাৰৰ সন্তুষ্টি দুয়োটাকে সমানুপাতিক কৰি তোলা গুণত ৰাইজ মুগ্ধ হৈছিল। মনৰ এনে সন্তুষ্টি তেওঁ লাভ কৰিছিল 'বহুজন সুখায়চ বহুজন হিতায়চ' কৰ্ম প্ৰেৰণাৰে হয়তো। সেয়ে জমি, ধন, শ্ৰম তিনিওটা ত্যাগেৰে গঢ়ি তুলিছিল কেইবাটাও ৰাজহুৱা শিক্ষা-সাংস্কৃতিক অনুষ্ঠান। নাম জাহিৰত মত্ত আজিৰ এই যুগতো প্ৰচাৰ বিমুখী চৌধুৰীয়ে তেওঁৰ নাম ৰাইজে শিক্ষানুষ্ঠানত সংশ্লিষ্ট কৰাত দুৰ্ঘোৰ আপত্তি কৰিছিল। তেওঁ স্পষ্টভাবে কৈছিল : "এই বালিকা মহাবিদ্যালয়ত থকা মোৰ নামটো প্ৰয়োজন হলে উঠাই দি সমগ্ৰ নলবাৰী অঞ্চলৰ ৰাইজৰ অভিৰুচি অনুসাৰে নতুন নামকৰণ কৰিবলৈ নিবেদন জনাওঁ।" (সম্বৰ্দ্ধনা উৎসৱৰ ভাষণ, ১৯৮১)।

নিঃস্বাৰ্থ অথচ উন্মুক্ত বদান্যতা এক উল্লেখযোগ্য মহান গুণ—যাৰ বাবে চৌধুৰী জনচকুত প্ৰতীয়মান হ'ল এগৰাকী ত্যাগী পুৰুষৰূপে। তদুপৰি চৌধুৰীৰ জীৱন আৰ্থিক স্বচ্ছন্দতা আৰু সাংস্কৃতিক মনৰ এক সুন্দৰ সমাহৰণ। এনে বিৰল জীৱনাদৰ্শই জন-মানসত চাপ বহুৱাতো নিতান্তই স্বাভাৱিক। কিন্তু এইবোৰৰ মূলতে তেওঁৰ অন্তৰৰ নিভৃত কোণত জীপ্ লৈ আছিল এক মহান গুণ। সেয়া হ'ল মানৱতা। এই গুণৰ বাবে তেওঁ আত্ম-কেন্দ্ৰীক নহৈ সমাজমুখী, মানৱ প্ৰেমিক ৰূপী হৈ উঠিছিল। উচ্চ-নীচ, সৰু-বৰ, ধনী-দুখীয়াৰ বৈষম্যই তেওঁৰ মনাকাশত ক্ৰিয়া কৰিব পৰা নাছিল। সকলোৰে প্ৰতি থকা সদ্ভাব, সম্প্ৰীতি, সহানুভূতিতাই সকলোকে তেওঁৰ ওচৰ চপাই আনিছিল; সকলো তেওঁৰ গুণগ্ৰাহী হৈ পৰিছিল। চাকৰ-বাকৰৰ প্ৰতি তেওঁৰ আচৰণ আছিল আত্মৱৎ, দুখীয়া-নিচলাৰ প্ৰতি তেওঁৰ অন্তৰ আছিল

সংবেদনশীল। ঘৰত কাম-বন কৰা ল'ৰা-ছোৱালীক দুৰ্ব্যৱহাৰ নকৰিবলৈ বোৱাৰীয়েকক সঁকিয়াই দিছিল: "সিহঁতক যেন তোমালোকে নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰা। সিহঁতৰ ভাত-কাপোৰৰ অভাৱৰ বাবেহে আমাৰ ঘৰত থাকিবলৈ বাধ্য হৈছে। আমি সকলো এক ঈশ্বৰৰ সন্তান। ধনী-দুখীয়া সকলোকে মৰমৰ চকুৰে চাব লাগে।" (অভিনন্দন গ্ৰন্থ, পৃঃ ১৪)। খোজনীয়া-মগনীয়া, খোৰা-কোঙা সকলোৰে প্ৰতি আছিল চৌধুৰীৰ এক দৰদী অন্তৰ। তেওঁৰ সান্নিধ্যলৈ অহা পেং লৈ খুজি ফুৰা মানুহ এজনক দেখি কৈছিল: "আজিকালি জয়পুৰত বোলে খোৰা মানুহক ভাল কৰিব পাৰে। এই মানুহজনক ময়ো অলপ সহায় কৰিম আৰু যাৰ গাড়ীয়ে খুন্দিয়াইছে তেখেতেও অলপ সহায় কৰিলে তালৈ পঠিয়াই দি ভাল কৰিব পাৰিলে ভাল লাগিলহেঁতেন।" (অভিনন্দন গ্ৰন্থ, পৃঃ ১৭)। খোৰাজনৰ সুস্থমনৰ মুখৰ হাঁহিৰ বাবে চৌধুৰীৰ কেনে এক ব্যাকুলতা!

উচ্চমনা, সমাজমুখী, সাংস্কৃতিক মনৰ উচ্চ চিন্তাধাৰাৰ ফলোদয় হ'ল সাহিত্য-চৰ্চা, সাহিত্য-সেৱা। সাহিত্যিক, সাহিত্য-সেৱী ৰূপে লেখক-পঢ়ুৱৈৰ মাজত চৌধুৰীৰ পৰিচিতি অনস্বীকাৰ্য। সাহিত্য-কৰ্ম তেওঁৰ গভীৰ উপলব্ধিৰ মূৰ্ত্ত প্ৰকাশ—তাৰ মাজতো তেওঁৰ মানৱতাবোধৰ উমান পোৱা যায়। মুঠতে, চৌধুৰীৰ কৰ্ম-চিন্তাৰ অন্তৰালত মানৱতাবোধৰ ফল্গুধাৰা প্ৰবাহিত আছিল। গুণমুগ্ধ ৰাইজে চৌধুৰীৰ মহান মানৱতাক সাৱটি ললে—স্বীকৃতি জনালে।

# আত্ম-প্ৰতিষ্ঠাৰ বাটত

১৯৪৪ চন। মই আলেঙে-আলেঙে লক্ষ্য কৰিছিলো, বাকচৰ পৰা নোট আৰু খুচুৰা পইচাবিলাক উলিয়াই ভাগে ভাগে নোট আৰু খুচুৰা পইচাবোৰ থাক্-থাক্ কৰি থয়। সেইবিলাক দেখিলেই মোৰ মনত কি যে ভাল লাগি গৈছিল। বাপৰে, ইমান টকা! তেতিয়া মই সপ্তমমান শ্ৰেণীত আছিলো। স্কুলৰ পৰা আহিয়েই লক্ষ্য কৰিছিলো ২/৩জন মানুহে লিষ্ট চাই চাই বস্তু ওজন কৰি দি থাকে আৰু আটাইবিলাক বস্তু হিচাব কৰি লোৱাৰ পিচত গ্ৰাহকে জেপৰ পৰা পইচা উলিয়াই মহাজনক দি গুচি যায়। টকা লোৱাজনে হিচাব কৰি কৰি প্ৰত্যেকৰ লগত দুই চাৰিটা কথাও পাতি গৈ থাকে। কেতিয়াবা কোনো গ্ৰাহকৰ ওপৰত খং উঠিলেও প্ৰকাশ নকৰি নম্ৰ ভাবেই বুজাই কয়। তেখেতে কৈছিল "মই সদায় অচিনাকি গ্ৰাহকক আপুনি বুলিহে সম্বোধন কৰিছিলোঁ। ব্যৱহাৰ ভাল পালেহে মোৰ পৰা বস্তু কিনিব।" গ্ৰাহকেও কৈছিল "মহাজন, আপোনাৰ তাত বস্তু নেপালেও আন দোকানলৈ বস্তু বিচাৰি যাবৰ মন নেযায়।"

দোকানত বহি টকা লোৱা আৰু বাকচৰ পৰা টকা উলিয়াই হিচাব কৰা ব্যক্তিগৰাকী মোৰেই চিৰ নমস্য পিতৃদেৱ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী।

১৯৮৩ চনৰ ১৫ মাৰ্চৰ আগলৈকে মাই-পিতা আৰু ভাইহঁতৰ সৈতে আমি গোটেই পৰিয়াল একেলগে আছিলো। ১৫ মাৰ্চৰ দিনাখন মোৰ পৰিয়াল মাই-পিতাক লগত লৈ মোৰ হাটখোলাত থকা বৰ্তমানৰ ঘৰলৈ আহোঁ। পিতাই মোক ব্যৱসায় সম্পৰ্কে উপদেশ দি কৈছিল "বাবো, তোৰ কৰ্ম্মচাৰীবোৰক ব্যৱসায়ৰ দায়িত্ব দিলেও তই নিজে

চকু দি কামটো ঠিকমতে কৰিলে নে নাই চাব লাগে। তেতিয়াহে তই বুজিব পাৰিবি সিহঁতে কাম ঠিকমতে কৰিছে নে নাই আৰু কামত ফাঁকি দিবলৈ ভয় কৰিব।" পেটে পেটে মোৰ খং উঠে—ভাবো, কাম কৰিবলৈ দিছোঁ কাম কৰি থাকিব—ফাঁকি দিব কিয় ? কিন্তু কিছুদিন পিছতহে পিতাৰ কথাটো উপলব্ধি কৰিব পাৰিলোঁ—কিয় মই ব্যৱসায়ত আশানুৰূপ উন্নতি কৰিব পৰা নাই।

আন এদিনাখন পুৱা পিতাই চাহ খাই উঠি মাক কৈছিল "দায়িত্ব আৰু কামত অৱহেলা কৰিলে জীৱনত কেতিয়াও প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে। অহা দিনবিলাক বৰ কঠিন দিন আহি আছে।" কথাখিনি কৈয়েই হাতত চাবিকোছা লৈ খৰমজোৰ পিন্ধি দোকানলৈ ওলাই গ'ল। খৰমৰ শব্দ শুনি গম পালোঁ পিতা গ'ল—ৰক্ষা। আগদিনাখন পিতাই মোক দিয়া কামৰ দায়িত্ব পালন নকৰাৰ বাবেই যে কথাখিনি কলে মইহে বুজিব পাৰিলো।

ডিগ্ৰী পৰীক্ষা দি ঘৰতে কেইদিনমান জিৰণি লম বুলি আহিলো। কিন্তু পিতাই মোক কলে "পৰীক্ষা ভালে-বেয়াই শেষ কৰিলি। ঘৰত এনেয়ে বহি থকাতকৈ দোকানখনতে চকু দিবি। আমাৰ প্ৰফুল্লও (দোকানৰ কৰ্ম্মচাৰী) মাকৰ বেমাৰৰ বাবে ঘৰলৈ গ'ল।" দোকানত থাকি ভালেই লাগিল আৰু কেনেকৈ দিনকেইটা পাৰ হৈ গ'ল ধৰিবই নোৱাৰিলোঁ।

অৱশেষত যেতিয়া ফাইনেল পৰীক্ষা দি ঘৰলৈ আহো তেতিয়া পিতাক কলো, মই চাকৰি নকৰো ব্যৱসায়হে কৰিম। পিতাই দুপৰীয়া টোপনিৰ পৰা উঠি দোকানলৈ যাবলৈ ওলাওতে মই কথা-খিনি কৈছিলোঁ। তেখেতে দুপৰীয়া দোকানৰ পৰা আহি গা-পা ধুই তুলসীৰ তলত গোঁসাই সেৱা কৰিহে ভাত খায়। ভাত খাই এঘণ্টা মান জিৰণি লয়। পিতাই আজৰি সময়ত তেখেতৰ পৰামৰ্শ জনাব বুলি মোক জনালে।

তাৰ পিচত এদিন আজৰি সময়ত মোক কবলৈ ধৰিলে "মাই মোক বেপাৰ কৰিব নিদিয়ে। মই ভাবিলোঁ বেপাৰ নকৰিলে মই বহুত টকা ক'ত পাম আৰু খাগ্ৰাবাৰীৰ চাহাবৰ দৰে গাড়ী কিনাৰ মনতে পুহি ৰখা অদম্য হেঁপাহ মোৰ পূৰণ নহব। সেয়েহে মই ঠিক কৰিছিলো—মই বেপাৰ কৰিমেই।"

মাকক কেইবাদিনো অনুৰোধ কৰাৰ পিচতো যেতিয়া মাকে ব্যৱসায় কৰাৰ সম্মতি দিয়া নাছিল—তেতিয়া শেষ চেষ্টা প্ৰয়োগ কৰি ফলবতী হবলৈ দৃঢ় প্ৰতিজ্ঞাবদ্ধ হৈ কবলৈ ধৰিলে "মাই, মোক অলপমান মূলধন দিয়া আৰু মই সদায় সদায় তোমাক হিচাবৰ সৈতে ধন বুজাই দিম।" যিদিনাই তুমি মূলধনৰ পৰা এটি পইচাও কম হোৱা গম পোৱা, সেইদিনাই তোমাৰ হাতত সকলো সোধাই দি মই বেপাৰ বাদ দিম।" শেষত মাই উপায় নাপাই সম্মতি দি ধান বিক্ৰী কৰা ১০০ টকা দিলে। মই মন্ত্ৰী কাকাৰ লগত (পুৱাৰাম দাস) লগ লাগি বজাৰৰ দিনাখন নিমখ, মিঠাতেল আৰু কেৰাচিন লৈ ৰাস্তাৰ দাঁতিত বহা কৰিলোঁ। গাৱঁৰ পৰা চাউল, বেহাৰ আৰু মৰাপাট আদি বিক্ৰী কৰিবলৈ অহা মানুহবোৰৰ পৰা সেই বস্তু-বিলাক কিনি ৰাখি আৱশ্যক মতে তেওঁলোকক মোৰ তাত থকা বস্তু দিওঁ। এনেদৰে কিছুদিন পাৰ হৈ গ'ল। কিন্তু সদায় গধূলি হিচাব কৰি দেখো লোকচান হোৱা নাই, কমকৈ হলেও লাভেই হৈ গৈ আছে। দিনৰ লাভৰ অংশ সদায় তুয়ো ভগাই লওঁ আৰু মাৰ ওচৰত গৈ সকলো বুজাই দিওঁ। গধূলি হিচাব কৰাৰ পিচত লাভ হোৱা দেখিলে মনত আনন্দ লাগে কাৰণ বেপাৰ বন্ধ নহব আৰু মোৰ চকুৰ আগত ভাঁহি থকা গাড়ী কিনাৰ সপোন ফলিয়াব পাৰিম। এইদৰে মই বেপাৰৰ আৰম্ভণিৰ পৰা হিচাবত মনোযোগ দিলোঁ আৰু অপব্যয়ত এটি পইচাও খৰছ হবলৈ নিদিলো, এই অভ্যাস মোৰ শেষলৈ থাকিয়েই গ'ল। তাৰ ফলতেই মই ব্যৱসায়ত লোকচান ভৰা নাই। মূলধন বাঢ়ি যোৱাৰ লগতে ব্যৱসায়ো বাঢ়ি গ'ল। অভিজ্ঞতা

নেথাকিলেও আৰম্ভণিৰ পৰা হিচাবী হৈ গলে ব্যৱসায়ৰ উন্নতি হবই। ব্যৱসায়ত লোকচান নহলে কমকৈ হলেও লাভ আহি থাকিলে ব্যৱসায়ৰ অগ্ৰগতি হবই।" পিতাই কৈছিল "নদীৰ পানী আহি থাকিলে নদীখন বৈ থাকিব, কিন্তু গুৰিৰ পৰা পানী নাহিলে নদী শুকাই যাব।"

পিতাই প্ৰাথমিক বিদ্যালয়ত পঢ়ি থাকোঁতে নলবাৰী বজাৰৰ বাট-পথ বৰ বেয়া আছিল। গৰু বা মহৰ গাড়ীৰহে প্ৰচলন আছিল। সেই সময়ত খাগ্ৰাবাৰীত ইংৰাজ চাহাবে চেনিৰ কল বহুৱাইছিল। সেই চাহাবে মাজে মাজে সৰু গাড়ী এখন লৈ নলবাৰীলৈ আহিছিল। সৰু সৰু ল'ৰাবোৰে গাড়ীখনৰ পিচে পিচে দৌৰে। পিতাৰ সেইখন দেখি তাত উঠিবলৈ অদম্য হেঁপাহ হৈছিল। তেখেতে মনতে ভাবিছিল "মই বহুত পঢ়ি ডাঙৰ চাকৰি কৰিম যাতে চাহবৰ দৰে গাড়ীত উঠি ঘূৰি ফুৰিব পাৰোঁ।" কিন্তু বিধিৰ বিধান নাযায় খণ্ডন। —হাইস্কুলত নাম লিখাৰ পৰাই এটাৰ পিচত এটাকৈ বিপৰ্য্যয় আহিয়ে থাকিল। দেউতাক, ককায়েক দুয়োজন অগা-পিছাকৈ ঢুকাল। পিতাৰো এটাৰ পিচত এটাকৈ ডাঙৰ অসুখ হৈ থাকিল। দেউতাক জীয়াই থাকোতেই তিনিটাকৈ পুত্ৰৰ করুণ মৃত্যু সহ্য কৰি অহা মাকজনী এইবাৰ অধীৰা হ'ল আৰু মনত বেজাৰ কৰি থাকিবলৈ ধৰিলে। হাইস্কুলত কিছুদিন পঢ়াৰ পিচত পিতাৰ আৰু স্কুললৈ যোৱা নহ'ল।

সেই সময়তে ৰাজস্থানী মহাজনসকলে নলবাৰীত বৰ বেছি শিক্ষা-দীক্ষা নোহোৱাকৈ ব্যৱসায় কৰি বেছ ধনী হৈছিল। পিতাই সেইবিলাক দেখি-শুনিয়ে ব্যৱসায়ৰ যোগেদি ধনী হোৱাৰ পৰিকল্পনা কৰিলে। কেইজনমান মহাজনৰ লগত কথা-বতৰা পাতি ব্যৱসায়ৰ ভু-ভা লোৱাৰ পিচত ব্যৱসায় কৰিবলৈ মনত সাহস গোটালে। যেতিয়া তেখেতে গাড়ী কিনাৰ যোখাৰে টকা খৰচ কৰিব পৰা হ'ল —তেতিয়া আৰু গাড়ী কিনাৰ হেঁপাহ নাইকিয়া হ'ল।

পিতাই বেপাৰ আৰম্ভ কৰাৰ ২/৩ বছৰ পিচত গৰু গাড়ীৰে হাট-বজাৰ কৰি ঘূৰি ফুৰিছিল। তেতিয়া বজাৰ আদিলৈ যোৱা বাট-পথবোৰ দুৰ্গম আছিল। ৰাতি কেতিয়াবা ৰাস্তাত বাঘ ওলাইছিল। ৬/৭জনমান বেপাৰী গৰু বা মহৰ গাড়ীত একেলগ হৈ যায়। মহৰ গলত একোটাকৈ ঘন্টি আৰু গাড়ীৰ তলত একোটাকৈ লেম ওলোমাই ৰাতি গৈ থাকে। লেমৰ পোহৰত আৰু ঘন্টিৰ শব্দত বাঘ আদিয়ে গাড়ীৰ ফালে আহিবলৈ বৰকৈ সাহস নকৰিছিল। নলবাৰীৰ উত্তৰে ৰমধমা, খাগ্ৰাবাৰী আদিলৈ বেপাৰ কৰিবলৈ গৈছিল।

এনেদৰে ৪/৫ বছৰমান বেপাৰ চলাই থকাত আবুই বুজিলে যে পিতাৰ মূলধন কমা নাই, কমকৈ হলেও বাঢ়ি গৈ আছে। তেতিয়া আবুৰ লগৰ তিৰোতাবোৰে কথাৰ চলতে কলে "লৰাটুক আকদাল দোল লগে দি। ভাকহাত মৰি মৰি সি আকুলা হৈছি। তোবো মনতু ভাল লাগ্‌বোদে।" এনেদৰে তেখেতৰ ১৯ বছৰত আগবিয়া আৰু ২১ বছৰত পাচবিয়া হয়।

বিয়াৰ কিছুদিন পিছত শহুৰেক আহোঁতে জোৱাঁয়েকক কলে "তোমাৰ খুৰাৰ দোকানৰ ওচৰতে দেখোন তোমালোকৰ মাটি আছে। চালি এখন কৰি তাতেই দোকান বহুৱালে সুবিধা হ'ব যেন পাওঁ। চিন্তা কৰি চাবা।"

পিতাই মাকৰ লগত পৰামৰ্শ কৰি মাটি বন্ধকত থৈ ৭০০ টকা যোগাৰ কৰিলে। এই টকাৰে টিনৰ সৰু চালি এখন সাজি তাতেই দোকান আৰম্ভ কৰে। লাহে লাহে টিনৰ চালি গুচি টিনৰ কেঁচা ভিঠাৰে ঘৰ হ'ল। এই ঘৰতে ২০/২২ বছৰ বেপাৰ চলায়। পিতাই কোৱা মতে ১৯২৭-২৮ চনত চেনিৰ মোণে ছয় টকা চাৰি অনা আছিল।

কিছুবছৰ এনেদৰে বেপাৰ কৰি থাকি বুজিলে "ইয়াতেই বস্তু কিনি ইয়াতেই বিক্ৰী কৰা মানে কেৱল হাজিৰা কৰাহে। এনেদৰে বেপাৰ কৰি থাকিলে জীৱনত কেনেকৈ ধনী হম?" আন ৰাজস্থানী বেপাৰীসকলে আমদানি আৰু ৰপ্তানি কাৰবাৰ কৰি বহুতো টকা

ঘটি আছে। তেখেতেও তেনে কাৰবাৰ কৰি লাভবান হবলৈ চিন্তা কৰিলে। তেওঁলোকৰ ভিতৰৰে ৰামেশ্বৰ-মস্কৰাৰ লগত লগ লাগি বিহাৰ, উত্তৰ প্ৰদেশ আদিলৈ গৈ চেনি, দালি, গুড়, ঘৃত, লালি আদি বস্তু ৰেলৰ ডবাত আনিবলৈ ধৰিলে। মস্কৰাৰ লগত অংশী-দাৰত কাম চলাইছিল। পিতাই নিজৰ খুচুৰা দোকানখনৰ উপৰি আমদানি কৰা বস্তুবিলাকৰ হ'লচেল্ কাৰবাৰ চলালে। এবাৰ দুৰ্গা পূজাৰ আগে আগে কলিকতালৈ গৈ কাপোৰ অনাৰ ব্যৱস্থা কৰিলে। তাতেই এজন আৰতদাৰৰ (কমিচন লোৱা বেপাৰী) লগত লগ লাগি অসমৰ পৰা মৰাপাট ৰপ্তানি কৰিবলৈ বন্দবস্ত কৰিলে। তাৰ পৰাই তেখেতৰ পৰামৰ্শমতে মৰাপাটৰ গাঁঠি বন্ধা মেচিন এটাও অনাৰ ব্যৱস্থা কৰি আছিল। ঘৰলৈ আহি মৰাপাট বেছিকৈ কিনি গাঁঠি বন্ধাই ৰেলৰ ডবাত কলিকতালৈ পঠিওৱাৰ দিহা কৰিলে।

পিতাই খুচুৰা দোকানৰ বাবে আগৰ দোৱাত বস্তু কিনিবলৈ প্ৰায় নিজেই গৈছিল। এদিনাখন বস্তু কিনিবলৈ দোকানত সোমাওঁতে মহাজনৰ এযাৰ কথা পিতাৰ কাণত পৰিল "মুনীমজী, হুন্দিখন লিখাই আনক। গোলাপচান্দজী আজি এঘাৰ বজাৰ ৰেলত বোম্বে যাই আছে।" পিতাৰ কাণত বাজি উঠিল—হুন্দি-হুন্দি-হুন্দি এইটো কি বস্তু! বুঢ়া মহাজনে মাত লগালে "মহেন্দ্ৰ আহিলি, ক কি কি মাল লাগিব, বটাই দে।" পিতাই কলে "বাবুজী, আগৰ বাৰৰ দালিৰ বস্তা আৰু আটাৰ বস্তা দুটা অলপ নৰম আছিল। গ্ৰাহকে আপত্তি কৰিছে। এইবাৰ ভাল মাল দিব।" মহাজনে সেইমতে ভাল মাল চাই আনিবলৈ দিলে। পিতাই কিন্তু কাণত বাজি থকা শব্দটোৰ অৰ্থ বিচাৰি মনে হাঁহাকাৰ কৰি থকাৰ বাবে সুৰুঙা উলিয়াই মহাজনক সুধিয়েই পেলালে। তেতিয়া মহাজনে কলে "হুন্দি—এইটা বৰ ডাংগৰ বস্তু। তুচ্‌ৰা একদিন আহিলে তোক চব্‌টা কথা বটাই দিম।" সেইমতে পিতাই তেখেতৰ ওচৰলৈ যোৱাত বুঢ়া মহাজনে কৈছিল—"ধৰি ল কোলকাত্তা, বোম্বে, পাটনা বা তুচ্‌ৰা

জেগাত ট্যাকাৰ দৰ্কাৰ আছে। নিজৰ লগত বহোত ট্যাকা নিব পাৰা নাযায়। চোৰ-ডাকাতি হ'ব পাৰে। তোৰ দৰ্কাৰী ট্যাকাটু মোৰ তাত জমা ৰাখ্‌লে মই সেই ট্যাকাটুৰ সেই জেগাৰ মাহাজন বাবুক লিখাই দিয়া কাগজখানক হুন্দি বোলে। সেই মাহাজনৰ তাত হুন্দিখান লেই গেলে তোক ট্যাকাটু দি দিব আৰু জিনিচ্‌ কিনাত চহায় কৰিব। চেই জ্যাগাৰ আৰতদাৰৰ লগত হামিলোকে আমদানি-ৰপ্তানি কাৰবাৰ চালাই যাওঁ। মুটা-মুটি ক্যাথা এটাই বুজিলি। হুন্দি দিয়াৰ বাবদ হামিলোকে কামিচন ল্যম।" পিতায়ো ভাবিলে আমিও আমদানি-ৰপ্তানি ব্যৱসায় চলাই হুন্দিৰ কাৰবাৰ কিয় কৰিব নোৱাৰিম। মই হুন্দিৰ কাৰবাৰ কৰিমেই। পিতাই অসমৰ পৰা ৰেলৱে ডবাত কলিকতালৈ মৰাপাট পঠাইছিল। আৰতদাৰে সেই মৰাপাট বিক্ৰী কৰি টকাখিনি তেওঁলোকৰ তাত জমা ৰাখে। অৱশ্যে বস্তু বিক্ৰী কৰা বাবদ নিৰ্ধাৰিত কমিচন লৈছিল। সেই সুযোগতে পিতাই ১৯৫৩ আৰু ১৯৫৪ চনত হুন্দিৰ ব্যৱসায় চলাইছিল। পিতাই কোৱামতে হুন্দিৰ কাৰবাৰত লাভ খুব কম যদিও ব্যৱসায়টো সন্মানজনক।

১৯৩৫ চনৰ পৰা ১৯৪১ চন মানলৈ তেখেতে এটা তালমিচিৰি তৈয়াৰী কাৰখানাও চলাইছিল। ইয়াত বনোৱা তালমিচিৰি নামনি অসমৰ বহু ঠাইলৈ পঠিওৱাৰ ব্যৱস্থা আছিল।

এনে ধৰণে তেখেতে নিজৰ খুচুৰা দোকানখনৰ উপৰিও আমদানি-ৰপ্তানি ব্যৱসায় চলাই নামনি অসমৰ ভিতৰতে ব্যৱসায়ত প্ৰতিপত্তি লাভ কৰিছিল। গোটেই নামনি অসমৰ ভিতৰত ব্যৱসায়ত প্ৰতিষ্ঠা লাভ কৰাৰ প্ৰমাণ আমি পাইছিলো ; কাৰণ ধুবুৰীৰ পৰাও বেপাৰী-বিলাক আহি পিতাৰ পৰা হুন্দি নিছিল।

সেই সময়তে দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল আৰু খাদ্যবস্তুৰ নাটনি হোৱাত চৰকাৰে খাদ্যবস্তুৰ ওপৰত নিয়ন্ত্ৰণ আৰম্ভ কৰি দিলে। চৰকাৰৰ অনুমতি-পত্ৰ লৈহে আমদানি কৰি, চৰকাৰে দিয়া তালিকামতেহে

বিতৰণ কৰিব পাৰিছিল। এই পৰিপেক্ষিতত পিতাই খাদ্যবস্তু আমদানি কৰা বন্ধ কৰি দিলে। কিন্তু তেখেতে ইমানতো ক্ষান্ত হৈ নাথাকিল। কেইজনমান ধনী আৰু প্ৰতিপত্তি থকা অসমীয়া লোকৰ লগত লগ লাগি "নলবাৰী চাপ্লাই এজেন্সী" নামেৰে এটা হ'লচেল্ কোম্পানী আৰম্ভ কৰি দিলে। ইয়াৰ অংশীদাৰসকল (১) ৺ৰমেশ চন্দ্ৰ চৌধুৰী (২) ৺অনুৰাম দাস (৩) ৺মনিৰাম পণ্ডিত (৪) ৺ৰবিৰাম দাস আৰু পিতা নিজেই। এই অংশীদাৰসকলৰ ভিতৰত ৺ৰমেশ চন্দ্ৰ চৌধুৰীয়েই শিক্ষিত আছিল আৰু প্ৰথমতে পিতাই তেখেতৰ লগত পৰামৰ্শ কৰাৰ পিচতেই এই এজেন্সী স্থাপন কৰে। তেখেতেই চৰকাৰৰ লগত যোগাযোগ কৰি চৰকাৰৰ খাদ্যবস্তু অনাৰ অনুমতি-পত্ৰৰ ব্যৱস্থা কৰিছিল। আৰু পিতাই বস্তু আনিবলৈ অসমৰ বাহিৰলৈ গৈছিল। কেইবছৰমান এনেদৰে হ'লচেলৰ কাৰবাৰ চলাৰ পিচত, যেতিয়া খাদ্যবস্তুৰ অভাৱ কমিল তেতিয়া চৰকাৰে খাদ্যবস্তুৰ ওপৰত নিয়ন্ত্ৰণ উঠাই দিলে। এই এজেন্সীৰ কামো বন্ধ হ'ল।

তেতিয়া চৰকাৰে মটহা কাপোৰৰ ওপৰত নিয়ন্ত্ৰণ উঠোৱা নাছিল। পিতাই আগৰ অংশীদাৰসকলৰ ভিতৰৰে ৺ৰমেশ চন্দ্ৰ চৌধুৰী, ৺অনুৰাম দাস, ৺বংশীৰাম মহাজন (ডেকা) আৰু ৺ধৰ্মেশ্বৰ গোস্বামীৰ লগত লগ লাগি "Cloth and Yarn Wholesale Society" নামেৰে কাপোৰৰ কাৰবাৰ চৰকাৰৰ লগত আৰম্ভ কৰে। সেই সময়ত নলবাৰীত "Bank of the East"ৰ শাখা আছিল। তাৰ ডিৰেক্টৰ আছিল ৰমেশ চন্দ্ৰ চৌধুৰীদেৱ আৰু তেখেতে সেই বেঙ্কৰ পৰা এইবিলাক হ'লচেলৰ ব্যৱসায়ৰ বাবে আৱশ্যকমতে টকা ধাৰলৈ লৈছিল। চৰকাৰৰ অনুমতি মৰ্মে, কাপোৰৰ কাৰখানাৰ পৰা কাপোৰ আনি, চৰকাৰৰ অনুমোদিত খুচুৰা দোকানীবিলাকক যোগান ধৰা কাৰবাৰ চলায়। দুই-তিনি বছৰৰ পিচত ইয়াকো বাদ দিব লগাত পৰে।

১৯৪৬ চনৰ পৰা পিতাই ধানৰ কাৰবাৰ আৰম্ভ কৰে। খুচুৰা দোকানখনৰ উপৰিও ধানৰ কাৰবাৰ চলাবলৈ বেলেগ কৰ্ম্মচাৰী নিয়োগ কৰিছিল। এই নতুন কৰ্ম্মচাৰীজনক ধানৰ কাৰবাৰ চলোৱাৰ বাবদ ইয়াৰ লাভৰ অংশ এটা দিছিল। এই কৰ্ম্মচাৰীজন শ্ৰীযুত প্ৰসন্ন নাৰায়ণ দত্ত। শ্ৰীদত্তই পিতাৰ লগত ৩৫ বছৰ কাম কৰাৰ পিচত এতিয়া নিজে ব্যৱসায়ত প্ৰতিষ্ঠা লাভ কৰি দুখনো দোকান চলাবলৈ সমৰ্থবান হৈছে। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি যে পিতাৰ খুচুৰা দোকানত কাম কৰা আন এগৰাকী কৰ্ম্মচাৰী শ্ৰীযুত ভাৰত চন্দ্ৰ দত্তই নলবাৰী চহৰতে মাটি-ঘৰ কৰি ব্যৱসায়ত প্ৰতিষ্ঠা লাভ কৰিছে। তেতিয়া চৰকাৰৰ যোগান বিভাগৰ "প্ৰকিওৰমেণ্ট" শাখাৰ অনুমোদনত অসমৰ বাহিৰলৈ ধান পঠোৱাৰ ব্যৱস্থা আছিল। পিতায়ো তেওঁলোকৰ অনুমোদন মৰ্মে ধান পঠাইছিল। তেখেতে কোৱামতে ১৯৪৭ চনত ধানৰ মূল্য মোণে পাঁচ টকা চাৰি অনা আছিল। ১৯৬১ চনত ধানৰ কাৰবাৰ সমবায় মাৰ্কেটিঙৰ জৰিয়তে কৰাৰ সিদ্ধান্ত লোৱাৰ পিচত ধানৰ কাৰবাৰো বাদ দিয়ে।

তাৰ পিচৰ পৰাই সকলো কাৰবাৰ বাদ দি এক্‌চেতিয়াকৈ কাঠৰ কাৰবাৰ আৰম্ভ কৰে। নলবাৰী চহৰৰ ভিতৰত তেতিয়া সেইখনেই কাঠৰ ডাঙৰ দোকান বুলি সকলোৱে কৈছিল। ক্ৰমাগত তেখেতৰ শৰীৰ দুৰ্বল হৈ অহাৰ বাবেই ১৯৮৭ চনৰ এপ্ৰিল মাহত ব্যৱসায় একেবাৰে বাদ দিব লগাত পৰে।

**তেখেতৰ অস্থিৰ অৱস্থা হোৱাৰ আগে আগে মই সুধিছিলো যে ভৱিষ্যৎ বংশধৰসকলৰ বাবে তেখেতে কি উপদেশ দিব বিচাৰে। তেতিয়া তেখেতে কৈছিল "মই ভৱিষ্যত বংশধৰসকলৰ বাবে দিব পৰা জোখাৰে মোৰ বিদ্যা-শিক্ষা নাই। তথাপি মোৰ জীৱনৰ অভিজ্ঞতাৰ পৰা দুটামান কথা কব পাৰোঁ। প্ৰথম হ'ল, ল'ৰাই হওক বা ছোৱালীয়েই হওক সকলে পৰাই তেওঁলোকৰ ভৱিষ্যত জীৱনৰ আশা-আকাঙ্ক্ষা থাকিলেহে জীৱনত উন্নতি কৰিব পাৰে। মোৰ ভাই কৰুণাৰ মাষ্টৰ**

হোৱাৰ ইচ্ছা আছিল আৰু সেয়ে সি মাষ্টৰ হৈছিল। মোৰ মূল আকাঙ্ক্ষা আছিল ধনী হোৱাৰ আৰু কম পৰিমাণে হলেও সফলতা লাভ কৰিলো নেকি! তাৰেই ৰাইজৰ সেৱা আগবঢ়াবলৈ সমৰ্থ হৈছো।" তেখেতে আকৌ কৈছিল, "আৰুনো কি কম .... .... মোৰ আজিকালি কথাবিলাক মনত নাথাকে। মোৰ ৰচনাৱলীত কিবা-কিবি লিখিছিলোঁ, ভৱিষ্যত বংশধৰসকলে পঢ়ি ভাল পালে তাৰ পৰাই গ্ৰহণ কৰিব।" এই কথাখিনি কৈ তেখেতে দুয়োখন হাত ওপৰলৈ তুলি কপালত থৈ সেৱা জনাইছিল।

কালৈ উদ্দেশ্য কৰি সেৱা জনাইছিল বুজি নেপালোঁ। মোৰ বোধেৰে মানৱ আত্মাৰ যোগেদি পৰমাত্মালৈ এই নিংকিণৰ বাবে দয়া বিচাৰিহে যেন সেৱা জনাইছিল।

# সত্ত্ব সংশুদ্ধিৰ আভা

মোৰ তিনিমহীয়া কেঁচুৱা কালতে জন্মদায়িনী মাতৃ ভৱানীদেৱী ঢুকাইছিল। পূব-কালাকুছিত মোৰ যি সময়ত জন্ম হৈছিল সেই সময়ত সেই অখ্যাত গাৱঁত ডাক্তৰ কিয় কবিৰাজ এগৰাকীও নাছিল। ওজাই জৰা-ফুকা কৰিছিল। দেও-ভূতে নধৰিবলৈ মাদুলি, ঝাপ্‌ আদি দিছিল। নানা ৰোগত, মাৰি-মৰকত আমাৰ বংশৰ লোক মৰাত আমাৰ পৰিয়ালটো প্ৰায় উছন্ন হ'ব লগা অৱস্থাত আমি পূব-কালাকুছিৰ পৰা নলবাৰীলৈ উঠি আহিছিলোঁ। আবুৰ মুখে শুনিছোঁ, নলবাৰী ব্যালিকা বিদ্যালয়ৰ কাষৰতে থকা ৰাজনাথ পণ্ডিতৰ ঘৰৰ ওচৰত সৰু পঁজা এটি সাজি আমাৰ অকণমানি পৰিয়ালটো আছিল। তাৰ পাচত খাটাবাৰী মৌজাৰ মৌজাদাৰ প্ৰতাপ নাৰায়ণ চৌধুৰীৰ মাটি কেইবিঘামান স্বল্প আয়াসতে লভি বাবা হৰি নাৰায়ণ আৰু খুড়া বিচিত্ৰ নাৰায়ণে খাটাবাৰীত বাৰী-বস্তি পাতি থিতাপি লৈছিল। তাত থকা চৌধুৰী বংশৰ পৰিয়াল কেইটিৰ লগত আমাৰ দত্তবৰুৱা পৰিয়ালৰ মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। মোৰ সমবয়সীয়া দুৰ্লভদা আছিল পিতৃহীন, মই আছিলোঁ মাতৃহীন। দুয়োৰো শৈশৱ কালত সেই বাবেই হবলা জ্ঞাতি-কুটুম্ব সদৃশ মিলাপ্ৰীতি আছিল। চৌধুৰী বংশৰ সকলো পৰিয়ালৰ পৰা আমি দুয়ো অশেষ মৰম-চেনেহ লভিছিলোঁ।

মোৰ ৰিণিকি-ৰিণিকি এতিয়া মনত পৰে, খাটাবাৰীৰ কায়স্থ কুলৰ প্ৰতিটো পৰিয়ালৰে গোঁসাইঘৰত পুৱা আৰু সন্ধিয়া নিত্য-প্ৰসঙ্গ হৈছিল। আমাৰ কীৰ্ত্তন ঘৰত নিতৌ সন্ধিয়া বাজি উঠা ডবা-কাঁহ-শংখৰ ধ্বনিয়ে গোটেই চুবুৰীটোতে ৰজনজনাইছিল। আমাৰ ঘৰত মাহে-পখেকে আৰু বছৰেকীয়াভাবেও নাম, পালনাম আদি অনুষ্ঠিত হৈছিল, যি অনুষ্ঠানত মই সৰুকালিৰে পৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক নিয়মিতভাৱে যোগদান কৰা দেখিছিলোঁ। সৎ-সঙ্গীৰ সতে আমাৰ কীৰ্ত্তন ঘৰৰ মজিয়াত বহি ভক্তি ভাবত চৌধুৰীদেৱ বিভোৰ হোৱাও

মই দেখিছিলোঁ। তেখেতৰ তেনে বিভোৰতাই মোকো শৈশৱ কালতে কিঞ্চিৎ পৰিমাণে হ'লেও সাত্ত্বিক ভাবাপন্ন কৰি তুলিছিল।

মহেন্দ্ৰ চৌধুৰী আৰু মোৰ খুড়া বিচিত্ৰ নাৰায়ণ প্ৰায় সমবয়সৰ। তেওঁলোক দুয়ো প্ৰাণৰ বান্ধৱ আছিল। নিয়তিৰ নিষ্ঠুৰ কবলত পৰিয়েই হওক অথবা সংস্কাৰজনিত কাৰণতেই হওক, গৰ্ডন হাইস্কুলৰ শিক্ষকতাৰ চাকৰিটো ইস্তফা দিবলগীয়া হোৱাত খুড়াই খাটাবাৰীতে আমাৰ বাসগৃহৰ অনতি দূৰৈত গেলামালৰ দোকান এখন দিছিল। মোৰ স্পষ্টভাবে মনত আছে, সন্ধিয়া সময়ত প্ৰায়েই চৌধুৰীদেৱে আমাৰ দোকানৰ বাৰাণ্ডাত বহি খুড়াৰ সতে হোকাত ধঁপাত খাইছিল। হোকাৰ গুৰ্ গুৰ্ শব্দ শুনি, হোপা মাৰাৰ পাচত মুখেৰে ধোঁৱাবোৰ বাজ কৰাৰ দৃশ্য দেখি মই আৰু দুৰ্লভদাই বৰ ৰং পাইছিলোঁ। আমি তেনে আনন্দ লভিলে তেওঁলোকেও ভাল পাইছিল। আমাক আল-ধৰা লগুৱাৰ দৰে খটুৱাই খুড়াই আমোদ পাইছিল। চৌধুৰীদেৱে আমালৈ চাই কেতিয়াবা মিচিকিয়াই হাঁহিছিল। খুড়া আছিল খুহুতীয়া, চৌধুৰীদেৱ আছিল গহীন-গম্ভীৰ। তেখেতৰ এনে মিচিকিয়া হাঁহি দেখি মই বৰ প্ৰীত হৈছিলোঁ।

মোৰ স্পষ্টকৈ মনত আছে, চৌধুৰীদেৱে ফৰিংফুটা জোনাকত প্ৰায়ে সন্ধিয়া-পৰত আমাৰ দোকানৰ বাৰাণ্ডাৰ এমূৰত ঢাৰী এখন পাৰি দুৰ্লভদা আৰু মোক তেওঁৰ দুয়ো কাষে উপৰমুৱাকৈ শুৱাই লৈ আকাশত তিৰ্‌বিৰাই চিক্‌মিকাই থকা তৰাবোৰ চাবলৈ দিছিল। সপ্তৰ্ষি-মণ্ডল, ধ্ৰুৱ, শুক্ৰ আদি তৰা আমাক চিনাইছিল। মহাকাশৰ নানা কথা আমাক কৈছিল। মোৰ মন কেতিয়াবা কেতিয়াবা অনাদি-অনন্ত বিশ্ব-ব্ৰহ্মাণ্ডৰ অসীম দিগন্তলৈ উৰা মাৰিছিল। আমাৰ শিশুসুলভ মনে আনন্দ লভা অনেক কথা চৌধুৰীদেৱে আমাক কৈছিল।

মহেন্দ্ৰ চৌধুৰীৰ পুৰণি বস্তিটো আমাৰ বস্তি সংলগ্ন আছিল। আমাৰ শৈশৱ অৱস্থাতেই চৌধুৰীৰ পৰিয়াল ঘাই আলিবাটৰ সমীপলৈ

উঠি গৈছিল আৰু তাতেই নতুন বস্তি পাতি ঘৰ সাজি মনোহাৰী আৰু গেলামালৰ দোকান আৰম্ভ কৰিছিল। আমাৰ খুড়াদেৱ বিচিত্ৰ নাৰায়ণে মোৰ পিতৃৰ নিৰ্দেশ অনুসৰি দোকানদাৰী এৰি আইন বিদ্যালয়ত ভৰ্ত্তি হৈছিল। মই যেতিয়া মালিকুছি পাঠশালা স্কুলৰ দ্বিতীয়মান শ্ৰেণীত পঢ়িছিলোঁ, ইপদ-সিপদ বস্তু আনিবলৈ মোক আৰু দুৰ্লভদাক আৰু আৰু খুৰীয়ে চৌধুৰীদেৱৰ দোকানলৈ পঠাইছিল। পিতৃহাৰা দুৰ্লভদা আৰু মাতৃহাৰা মই, আমাক দেখিলে মৰমসনা মাতেৰে দোকানৰ গাদীত তেখেতৰ কাষতে বহিবলৈ দিছিল। গোমস্তাৰ হতুৱাই মালখিনি গাদীলৈ অনাই নিজে ফৰ্দি কৰি এপদ-এপদকৈ মিলাই চাইছিল। বস্তুখিনিৰ মূল্য ৰাখি বাকী ৰোৱা ভঙনীয়া পইচাখিনি আমাৰ হাতত হাঁহিমনে গুজি দিছিল। দোকানলৈ গ'লে চৌধুৰীদেৱে আমাক পিতৃসুলভ দৃষ্টিৰে চাইছিল। তেখেতৰ সতে আমাৰ দোকানী আৰু খৰিদ্দাৰৰ সম্পৰ্ক গৈ প্ৰিয়-পৰিজনৰ সম্পৰ্কত পৰিণত হৈছিল। লোজন, বিস্কুট আদি প্ৰায়ে খাবলৈ দিছিল। কেতিয়াবা কেতিয়াবা তেখেতৰ গৃহিণীয়ে আমাক দেখা পালে থকা ঘৰৰ ভিতৰলৈ মাতি নিছিল। বাৰীৰ আম-কঁঠাল, ৰবাব টেঙা আদি মাতৃসুলভ স্নেহেৰে যাচিছিল। তেওঁলোকৰ নিভাঁজ মৰমে মোক সৰু কালতে বৰকৈ আকৰ্ষণ কৰিছিল। চৌধুৰীদেৱৰ সহচৰ্যাত মোৰ কৈশোৰ কালৰ উদ্‌ভ্ৰান্ত স্বভাৱৰ গুণগত, সুৰুচিপূৰ্ণ পৰিবৰ্তন হৈছিল, আৰু সেইবাবেই তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা ক্ৰমবৰ্ধমান গতিত বৃদ্ধি পাইছিল।

মোৰ ছাত্ৰ জীৱনতে আমাৰ দত্তবৰুৱা-পৰিয়াল আৰু মহেন্দ্ৰ চৌধুৰীৰ পৰিয়াল স্বকীয় ব্যৱসায়ত দোপত-দোপে উন্নতি কৰি ধনবন্ত হোৱা মই দেখিছিলোঁ। দুয়োটি পৰিয়ালৰ বৰ পুত্ৰদ্বয়ৰ নাম একে— মুনীন্দ্ৰ। দত্তবৰুৱা-সন্তান মই মুনীন্দ্ৰ ডাঙৰ, চৌধুৰী-সন্তান মুনীন্দ্ৰ দহ বছৰে সৰু। অসামান্য মেধাবৃত্তিৰ অধিকাৰী হৈও ধনাভাৱত আমাৰ দুই পিতৃয়ে উচ্চ শিক্ষা লভিবলৈ সমৰ্থ হোৱা নাছিল। দুয়ো সজ্জবৃত্তি লৈ যুদ্ধোত্তৰ অপ-সংস্কৃতিৰ একেবাৰেও অন্ধ-অনুগামী নহৈ,

জীৱদ্দশাত কলঙ্ক বা অপযশ বহন কৰিবলগীয়া এটিও অপকৰ্ম নকৰাকৈ এই দুই পিতৃয়ে আমি দুই মুনীন্দ্ৰক উচ্চ শিক্ষাৰে শিক্ষিত কৰি তুলিবলৈ সকলোখিনি কৰি থৈ গৈছিল ।

উচ্চ শিক্ষা লাভাৰ্থে মই প্ৰবসুৱা জীৱন-যাপন কৰি থাকিবলগীয়া কালছোৱাত মোৰ বাবা আৰু তেওঁৰ সোদৰোপম ভাতৃসদৃশ মহেন্দ্ৰ চৌধুৰীৰ নিকট সান্নিধ্যলৈ অহাৰ অৱকাশ মোৰ হোৱা নাছিল । গ্ৰীষ্ম বন্ধ, উৎসৱ আদিৰ সময়ত যেতিয়া মই স্বল্প দিনৰ বাবে ঘৰলৈ আহিছিলোঁ, তেতিয়া তেওঁলোকক অনতিদূৰৰে পৰা আলেঙে-আলেঙে লক্ষ্য কৰি মই দুয়োৰে মাজত কিবা এক মধুৰ আধ্যাত্মিক সম্পৰ্কৰ স্পষ্ট উমান পাইছিলোঁ । আমাৰ পিতৃদেৱ পুণ্যশ্লোক হৰি নাৰায়ণে স্বোপাৰ্জিত ধনেৰে তেওঁৰ পিতৃ দেৱীৰামৰ নামত যিখন বিদ্যালয় স্থাপন কৰিছিল তাত খাটাবাৰীৰ চৌধুৰী পৰিয়ালৰ যথেষ্ট অৱদান আছিল । সেই সময়ত নলবাৰী অঞ্চলত গৰ্ডন হাইস্কুলৰ বাদে নামজ্বলা স্কুল এখনো নাছিল । শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত পিতৃদেৱ-প্ৰতিষ্ঠিত দেৱীৰাম পাঠশালাৰ অৱদান অনস্বীকাৰ্য । এনে মহৎ কাৰ্যত পিতৃদেৱৰ শুভানুধ্যায়ী গুণগ্ৰাহী অনেক সজ্জনলোকে সক্ৰিয় সহযোগ আগবঢ়াইছিল যদিও মহেন্দ্ৰ চৌধুৰী আৰু মামা প্ৰভাত নাৰায়ণ চৌধুৰীৰ নাম নিঃসন্দেহে স্মৰণযোগ্য ।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে অৰ্থাভাৱত পৰি উচ্চশিক্ষা লভিব নোৱাৰাৰ অপ্ৰকাশ্য বেদনাত ভুগিছিল । অসামান্য পৰিশ্ৰম আৰু সত্ত্বগুণান্বিত অধ্যাৱসায়ৰ ফলত বিপুল পৰিমাণে ধনাঢ্য হৈছিল যদিও, তেওঁৰ গাত এধানিমানো আসুৰী বৈগুণ্যৰ স্পৰ্শ নাছিল ; সকলো ধৰণৰ কাৰ্যতে বিচক্ষণতাৰহে পৰিচয় পোৱা গৈছিল । মিষ্টভাষী, সদালাপী এই পুৰুষজনাৰ মুখ-মণ্ডলত মই সদায় প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা সত্ত্ব সংশুদ্ধিৰ সুস্পষ্ট উমান পাইছিলোঁ । তেখেত কিমান নম্ৰ, ভদ্ৰ, সৰল আৰু বিনয়ী আছিল আজি সেই কথা মনত পৰিলে অত্যাধিক শ্ৰদ্ধাৰে মোৰ মূৰ দোঁ খাই পৰে । ব্যক্তিগত কথা-বতৰা, আচাৰ-ব্যৱহাৰৰ উপৰিও

তেখেতে সভা-সমিতিত প্ৰকাশ কৰা মতামত তথা ভাষণ-প্ৰসঙ্গত এই গুণবোৰৰ স্পষ্ট উমান পোৱা গৈছিল। তেখেতৰ পৃষ্ঠপোষকতাত গঢ়ি তুলিবলৈ লোৱা কাৰিকৰী বিদ্যালয় এখনৰ আধাৰশিলা স্থাপন সমাৰোহৰ ভাষণ-প্ৰসঙ্গত চৌধুৰীদেৱে কৈছিল ঃ

"মই এজন অতি সামান্য মানুহ। আৱশ্যকীয় শিক্ষা-দিক্ষাও লাভ কৰা নাই। কিন্তু মাই-পিতাই বহু পুৰুষাৰ্থ কৰি কিছু মাটি-সম্পত্তি আমাৰ কাৰণে ৰাখি থৈ গৈছিল। সেই সম্পত্তিৰ ওপৰতেই আমি জীয়াই আছোঁ। আমাৰ সকলো ভোগ-বিলাসৰ যোগানো সেই সম্পত্তিৰ বলতেই সম্ভৱ হৈছে। মাই-পিতাৰ সঞ্চিত সম্পত্তিৰ পৰা নিচেই ক্ষুদ্ৰ এটা অংশ এই অনুষ্ঠান নিৰ্মাণৰ অৰ্থে ব্যয় কৰা হৈছে মাত্ৰ। ই মোৰ নিজ উপাৰ্জনৰ সম্পত্তি নহয়। গতিকে মই এই অনুষ্ঠানৰ কাৰণে আগবঢ়োৱা সম্পত্তিৰ কাৰণে গৌৰৱবোধ কৰাৰ কোনো অধিকাৰ নাই।" এনেধৰণৰ বক্তব্য যিলোকে ৰাজহুৱা সভাত ৰাখিব পাৰে, তেনে সজ্জন যে বাহিৰে-ভিতৰে শুদ্ধ, সাত্ত্বিক ভাবাপন্নতাৰে আচ্ছন্ন, নিয়ত হ'ব আৰু জনহিতকৰ কৰ্মত ৰত হ'ব, সি নিশ্চিত। এনে সজলোক যেতিয়া ভক্তিমন্ত হয়, তেনে লোকৰ চৰিত্ৰ দৈৱীগুণ সম্পদেৰে বিভূষিতও হয়।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ স্বভাৱ-চৰিত্ৰত অহংবোধৰ আতিশয্য লেশমাত্ৰও নাছিল। তেখেত আছিল এগৰাকী মহান কৰ্মযোগী। ব্যক্তিগত ফলাকাঙ্খাহীনতাৰে, অনাসক্তভাবে সুকৰ্মত সদায় তেখেত ব্ৰতী হোৱা মই আজীৱন দেখিছিলোঁ। বহিৰ্মুখী ভাৱপ্ৰবণতাৰে কোনো কাৰ্য কৰা অথবা বাহ্যিক বস্তুৰ সম্পৰ্কত তেখেতক কেতিয়াও বিতত আৰু বিভ্ৰান্ত হোৱা মই দেখা নাছিলোঁ। খাটাবাৰীৰ চৌধুৰী বংশৰ সবাতোকৈ আঢ্যৱন্ত হ'লেও ৰাজসিকতাৰ কোনো অপগুণ তেখেতৰ স্বভাৱ-চৰিত্ৰত প্ৰতিভাত হোৱা নাছিল। মোৰ দৃষ্টিত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী খাটাবাৰীস্থ চৌধুৰী বংশজাত ভগৱৎকৃপাপ্ৰাপ্ত এক অনন্য সাধাৰণ ব্যক্তি।

# অংকুৰণ আৰু বিকাশ

মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বৈ যোৱা এটি নদী। নদী মানে এটি সুঁতি। বৰ্ত্তমান কালৰ বুকুত হেৰাই গৈছে এই নদীটো। নলবাৰী চহৰৰ মাজেৰে যোৱা ৰেল লাইনৰ উত্তৰপিনে পাগলাদিয়া নদীৰ পৰা আৰম্ভ হৈছিল এই সৰু সুঁতিটো। ই প্ৰবাহিত হৈছিল দক্ষিণ-পশ্চিমমুৱাকৈ। নোৱা নদীৰ পাৰত মানুহৰ বসতি। খেতি-মাটিত নদন-বদন শইচ; বিল-খালত অপৰ্য্যাপ্ত মাছ। বৰ্ত্তমান ৰেল লাইনৰ উত্তৰে আৰু নোৱা নদীৰ দক্ষিণে এটা সৰু চুবুৰী। চুবুৰীটোৰ লোকসকল চৌধুৰী বংশৰ। বিস্তৰ খেতি-মাটিৰ অধিকাৰী আছিল চৌধুৰীসকল। সমাজত আছিল প্ৰতিপত্তি। বহুযুগ ধৰি বাস কৰি অহা চৌধুৰীসকল প্ৰকৃতিৰ আক্ৰোশত নপৰাহেঁতেন, আজি তেওঁলোক তাতেই থাকিলহেঁতেন। প্ৰকৃতিয়ে কেতিয়াবা কেতিয়াবা জয়াল ৰূপ ধৰি মানুহক বিতত কৰে। বৰভুঁইকপৰ বৰ জোকাৰণিয়ে অসমৰ লোক-সকলক তেনেই হাৰাশাস্তি কৰিলে। এটা প্ৰকাণ্ড দৈত্যৰ দৰে ভুঁইকপে মানুহৰ ঘৰ-বাৰী ভাঙিলে, মানুহ আৰু জীৱ-জন্তুৰ হানি কৰিলে। শেষত ভুঁইকপৰ জোকাৰণি কমিল যদিও, মানুহৰ মনৰ ভিতৰৰ জোকাৰণি বহুদিনলৈ চলিয়ে থাকিল। চৌধুৰী বংশৰ লোকসকলৰ জীৱন-যাত্ৰাতো এই ভূমিকম্পই এক বিৰাট পৰিবৰ্ত্তন আনি দিলে। বালিচৰ পৰি নোৱা নদী মৰিল। পাগলাদিয়া নদীয়ে সোঁত সলনি কৰি খাটাবাৰীৰ পূবেদি দক্ষিণলৈ বৈ গ'ল। খেতি-মাটি আৰু জাপাৰ-কুছি বিলৰ বৃহদাংশত বালিচৰ পৰিল। বিলৰ দক্ষিণাংশ নল-খাগৰি আদিৰে হাবিময় হৈ উঠিল। প্ৰকৃতিৰ এই নিষ্ঠুৰ আঘাতত চৌধুৰী বংশৰ লোকসকলে চাৰিওপিনে অন্ধকাৰ দেখিলে। সদায় প্ৰাচুৰ্য্যৰ মাজত বসবাস কৰি অহা পৰিয়ালকেইটিয়ে পেটৰ ভাতমুঠিৰ কথা

চিন্তা কৰিবলগীয়া হ'ল। ভূঁইকপ যোৱাৰ পিছত আৰু কেইটিমান বছৰ তেওঁলোকে বৰ অভাৱৰ মাজেৰে কটাই দিলে। তেনেতে আৰম্ভ হ'ল ৰেল লাইন বহুওৱা কাম। চৌধুৰীসকলৰ মাটিৰ মাজেৰেও ৰেল লাইন বহুওৱা হ'ল। চৌধুৰীসকলে ভাবি চালে যে ৰেল লাইনৰ উত্তৰ পিনত থকা মাটিবোৰৰ পৰা তেওঁলোকৰ কোনো ধৰণৰ আয় উৎপন্ন নাই। তেওঁলোকে চিন্তা কৰিলে পিতৃভেঁটি এৰি ৰেল লাইনৰ দক্ষিণ পিনে উঠি অহা কথা। তেতিয়াহলে তেওঁলোকে জাপাৰকুছি বিলৰ কাষৰ মাটিবোৰ মোকলাই খেতি-মাটি কৰিব পাৰে। ভবা মতেই কাম। শেষত এদিন তেওঁলোক আটায়ে পিতৃভেঁটি এৰি নতুন ঠাইলৈ উঠি আহিল। নতুন ঠাইৰ নাম থাটা গোবিন্দপুৰ। চাওঁতে চাওঁতে নলবাৰী ৰেল ষ্টেচনৰ দক্ষিণ-পূব কোণত গঢ়ি উঠিল চৌধুৰী বংশৰ লোকসকলৰ চুবুৰী। চৌধুৰী বংশৰ এইবোৰ বিলাই-বিপত্তিৰ কাহিনী শুনি অভিভূত হয় শিশু মহেন্দ্ৰ নাৰায়ণ। মহেন্দ্ৰ নাৰায়ণ হ'ল ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সপ্তম সন্তান। মাক সুভদ্ৰা চৌধুৰী আৰু ভাগীৰ খুৰী আদাৰপ্ৰিয়াৰ পৰা তেওঁ পিতৃ-পুৰুষৰ এই কৰুণ কাহিনীবোৰ শুনি মনতে বৰ দুখ পায়। এক কৌতূহলী মন লৈ মহেন্দ্ৰ নাৰায়ণে খুৰীয়েক আদাৰ-প্ৰিয়াক পূৰ্ব্ব-পুৰুষৰ বৃত্তান্ত সোধে। ঘৰখনৰ অতি আপোন মানুহ এইজনী বিধবা খুৰীয়েক। টানে-মস্কিলে খুৰীয়েকে আহি ঘৰখনৰ কাম-বন কৰি দিয়ে। খুৰীয়েকে কৈ যায় চৌধুৰীসকলৰ আদি-পুৰুষ লোহাবৰ ভূঁঞাৰ কথা। ৰাজ অনুগ্ৰহ লাভ কৰা লোহাবৰে পাগলদিয়া নদীৰ পাৰত বিস্তৰ জমী-জমা লাভ কৰি ৰজাৰ দৰে শাসন চলাইছিল। খুৰীয়েকে লোহাবৰৰ বিষয়ে ভালেমান আখ্যান সুন্দৰভাবে কৈ গৈছিল। এইবোৰ কাহিনীয়ে তেওঁৰ মনত পৰম তৃপ্তিৰ ভাব জগাইছিল। লোহাবৰৰ পিচৰ পিৰিৰ কথাও মহেন্দ্ৰ নাৰায়ণে শুনিছিল খুৰীয়েকৰ পৰা। তেওঁ এই কথাও জানিলে যে তেওঁলোকৰ পূৰ্ব্ব-পুৰুষৰ ভূঁঞা নামটো তল পৰিল আৰু চৌধুৰী নামটো ওপৰ উঠিল। লোহাবৰৰ কেইবাপিৰি পিচৰ বস্থাকৰ ভূঁঞাৰ দিনত চৌধুৰী নামটো আহিল।

এই ৰত্নাকৰ ভূঁঞাই চৌধুৰী খিতাপ লাভ কৰে আৰু তেতিয়াৰ পৰাই এই বংশৰ লোকসকল চৌধুৰী নামেৰে সমাজত জনাজাত হ'ল। বহুতো কথা জনাৰ আগ্ৰহ শিশু মহেন্দ্ৰ নাৰায়ণৰ। খুৰীয়েক আৰু আবুয়েকক বহুতো প্ৰশ্ন কৰে যদিও সকলোবোৰৰে উত্তৰ নেপায়। এটা কথা জানিব পাৰিলে যে নতুন ভেঁটিলৈ উঠি অহা সময়ত তেওঁৰ জন্ম হোৱাই নাই। তেওঁ সেই সময়ত মাতৃগৰ্ভত। মহেন্দ্ৰ নাৰায়ণে এদিন নিজৰ জন্ম-পত্ৰিকাখন দেখিলে। জন্ম-পত্ৰিকাখনত লিপিবদ্ধ কৰা দুই-এটা কথা তেওঁৰ মনত ৰ'ল। বহুতো কথা তেওঁ বুজি নেপালে। সৰু ল'ৰা। জ্যোতিষ গণনাৰ কথা বুজিবই বা কি। জন্মৰ চন আৰু তাৰিখ কিন্তু মনত ৰৈ গ'ল। পত্ৰিকাত লিখা আছে তেওঁৰ জন্ম হয় ১৮২৮ শঁকৰ ৫ আহিন তাৰিখে। পিচে এদিন দেউতাকক সুধি ইংৰাজী বছৰ আৰু তাৰিখটো জানি ললে। ইংৰাজীমতে জন্ম ১৯০৬ চনৰ ২২ চেপ্তেম্বৰত।

দেউতাক ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী কম কথাৰ মানুহ। পিতৃ-পুৰুষ সকলৰ বিশেষকৈ দেউতাক দত্ত নাৰায়ণ চৌধুৰীৰ প্ৰতি অসীম শ্ৰদ্ধা। কোনো দিনা দেউতাকক মানুহৰ লগত কাজিয়া কৰা বা বেয়া আচৰণ কৰা দেখা নাই। ধৰ্মশাস্ত্ৰ অধ্যয়নত দেউতাকে আনন্দ লাভ কৰে। ঘৰৰ মানুহৰ লগত কিম্বা আত্মীয়-কুটুম্বৰ লগত বেছি কথা নেপাতে। দুখীয়াৰ প্ৰতি সদয়ভাব। নিজে শ্ৰম কৰি ভাল পায় আৰু শ্ৰমিকবিলাকক ভালদৰে খুৱাই-বুৱাই তৃপ্ত হয়। হালোৱা-হজুৱা মানুহবোৰক মাক-দেউতাকে বৰ আদৰ কৰা দেখি আহিছে শিশু মহেন্দ্ৰ নাৰায়ণে। এই মানুহবোৰৰ হতুৱাই হেনো দেউতাক আৰু অন্যান্য চৌধুৰী বংশৰ মানুহবোৰে নল-খাগৰি কাটি মাটিবোৰ খেতি কৰাৰ উপযোগী কৰি তোলে। খাটা গোবিন্দপুৰৰ আশে-পাশে আছিল বিস্তৃত জংঘল আৰু খাল-বিল। ৰাজেন্দ্ৰ নাৰায়ণে খেতিয়কসকলৰ লগত চুক্তি কৰিছিল যে নল-খাগৰি কাটি মাটিখিনি মোকলাই খেতি কৰাৰ বিনিময়ত তেওঁক দুবছৰ ফচল নেলাগে।

খেতিয়কেও ভাল পালে আৰু তেওঁৰ খেতি-মাটিও ওলাল। চাওঁতে চাওঁতে ৰাজেন্দ্ৰ চৌধুৰীয়ে সকলোবোৰ মাটি ফচলৰ উপযোগী কৰিলে। কিন্তু মাটিবোৰৰ পৰা উৎপাদন বেছি ভাল নহয়। ইপিনে ঘৰৰ দৈনন্দিন খৰচ, চিকিৎসা আদিৰ খৰচ বাঢ়ি যায়। চৌধুৰী বংশৰ আন লোক-সকলৰো তেনে সমস্যা আছিল আৰু তেওঁলোকে মাটি বিক্ৰি কৰি জোৰা-টাপলি মাৰি চলিবলৈ ধৰিলে। ৰাজেন্দ্ৰ নাৰায়ণে কিন্তু মাটি বিক্ৰি কৰিব নুখুজিলে। মহেন্দ্ৰ নাৰায়ণে দেউতাকে কোৱা শুনিছিল যে মাটি বিক্ৰি মানে সেই মাটি চিৰদিনলৈ হেৰুওৱা। সেই ভাবি তেওঁ নিতান্ত টানৰ সময়ত মাটি বন্ধকত থৈছিল। মাকক কৈছিল, "আমাৰ এতিয়া টানৰ দিন। কিন্তু বেয়া দিন সদায় নেথাকে। চাবা, আমাৰ ল'ৰাহঁত এদিন ভাল মানুহ হ'ব আৰু বন্ধকত দিয়া মাটিবোৰ মোকোলাব।"

সেই সময়ত খাটা গোবিন্দপুৰৰ আশে-পাশে দোকান-বজাৰ বহিছে। কাষতে নলবাৰী ৰেল ষ্টেচনটো। দুই-চাৰিঘৰ কেঁঞা মহাজনে বেপাৰ-বাণিজ্য কৰি উন্নতি কৰিবলৈ ধৰিলে। ৰেল ষ্টেচনৰ দক্ষিণপিনে হাটখোলা। দুই-চাৰিখন অসমীয়া মানুহৰ দোকানো হৈছে। অসমীয়া-বোৰৰ দোকানৰ অৱস্থা তথৈবচ। অৱশ্যে দণ্ডী মহাজনৰ দোকানখন উন্নত। চৌধুৰী বংশৰ দুই-চাৰিজনো বেপাৰ-বাণিজ্যৰ পিনে আগ্ৰহী হ'ল। কিন্তু কোনেও উন্নতি কৰিব পৰা নাছিল। ৰাজেন্দ্ৰ নাৰায়ণ আৰু অন্যান্য চৌধুৰী বংশৰ মানুহৰ মাজত এনেকুৱা বিষয়ত কেতিয়াবা কেতিয়াবা আলোচনা হয়। সকলোবোৰ কথা তেওঁ বুজি নেপায় যদিও তেওঁ এটি কথা বাৰুকৈয়ে উপলব্ধি কৰিলে যে ব্যৱসায় কৰাটো সহজ কাম নহয়। ডাঙৰ মহাজনসকলে সৰু কাৰবাৰীক বৰকৈ অসুবিধাত পেলায়। তেওঁলোকে খাটাত বাকী লিখোতে বেছি দাম লিখে আৰু সেই টকাৰ ওপৰত সুতো ধাৰ্য কৰে। মহেন্দ্ৰ নাৰায়ণে ভাবে তেওঁ ব্যৱসায়ী হ'লে কিন্তু নগদ টকাৰেহে কাৰবাৰ কৰিব। দেউতাক সদায় নগদ টকাৰে কাৰবাৰ কৰাৰ পক্ষপাতী। দেউতাকৰ প্ৰতিটো কথাই তেওঁৰ শিশুমনত প্ৰভাৱ বিস্তাৰ কৰে।

শিশুৱে সদায় ডাঙৰ হোৱাৰ সপোন দেখে। মহেন্দ্ৰ নাৰায়ণেও ডাঙৰ হোৱাৰ কল্পনা কৰে। ডাঙৰ হৈ ভাল মানুহ হোৱা, মাক-দেউতাকক সুখী কৰা, ভায়েক কৰুণাক ডাঙৰ মানুহ কৰাৰ কথা তেওঁ চিন্তা কৰে। ওচৰ সম্পৰ্কীয় খুড়াক ৰায়বাহাদুৰ প্ৰতাপ নাৰায়ণ চৌধুৰীৰ এষাৰ কথাই এদিন তেওঁক প্ৰৱলভাবে আলোড়িত কৰিলে। খুড়াক আছিল সেই সময়ত এজন প্ৰভাৱশালী লোক। খুড়াকে এদিন এজন লোকৰ আগত কথাই কথাই কৈছিল, "কোনে জানে আমাৰ মহেন্দ্ৰই আমাৰ চৌধুৰী বংশৰ নাম ৰাখিব।" মহেন্দ্ৰ নাৰায়ণ তেতিয়া দ্বিতীয় শ্ৰেণীৰ ছাত্ৰ। ৰায়বাহাদুৰৰ পুত্ৰ প্ৰভাত নাৰায়ণ আৰু মহেন্দ্ৰ নাৰায়ণ দুয়োজনে কটলা বৰকুছি প্ৰাইমাৰী স্কুলত একে শ্ৰেণীতে পঢ়ে। ছাত্ৰৰ সংখ্যা খুব কম। মহেন্দ্ৰ নাৰায়ণৰ ঘনিষ্ঠ বন্ধু আছিল হৰেকৃষ্ণ গোস্বামী। সদায় স্কুলত ওচৰা-ওচৰিকৈ বহে। দুয়ো ঘৰৰ পৰা নিয়া আম, পনীয়ল আদি ভগাই খায়। ঘৰৰ পৰা স্কুল ২½ মাইল আঁতৰত। ৰাতিপুৱাৰ সময়তে স্কুল বহে। স্কুললৈ অহা-যোৱা কৰা ৰাস্তা এটা আছে যদিও বাৰিষা এই পথটো বোকাপানীৰে দুৰ্গম হৈ পৰে। কেৱল এই ৰাস্তাটোৱে নহয় নলবাৰীৰ মাজেৰে যিবোৰ ৰাস্তা গৈছে সকলোবোৰে বাৰিষা সময়ত বোকাময় হৈ উঠে। অ'ত-তত ডোঙা বান্ধে। ৰাস্তাত এটিও শিল পৰা নাই। যান-বাহন বুলিবলৈ গৰু গাড়ী বা ম'হৰ গাড়ী। শিশু মহেন্দ্ৰ নাৰায়ণে দেখে খৰালী মাহত তেওঁলোকৰ ঘৰৰ উত্তৰপিনে যোৱা ৰাস্তাটো খুব ব্যস্ত হৈ পৰে। ধমধমা, খাগ্ৰাবাৰী আদি ঠাইৰ পৰা খেতিয়কসকলে গাড়ীয়ে গাড়ীয়ে ধান, মৰাপাট বিক্ৰি কৰিবলৈ নলবাৰীলৈ আনে। ভুটীয়া কিছুমানো বেপাৰ কৰিবলৈ নামি আহে। ইতিমধ্যে দুৰ্গা পূজাৰ সময়ত মানুহৰ সমাগমো বেছি হয়। মহেন্দ্ৰ নাৰায়ণৰ খুব ভাল লাগে দুৰ্গা পূজাৰ সময়ত। যেন সেই সময়ত নলবাৰীখন যৌৱনদীপ্ত হৈ উঠে। পূজাৰ থলীত বহুতো বিতোল। সাধাৰণতে দিনৰ সময়ত ঢুলীয়া আৰু ৰাতি হ'লে নাম কৰা যাত্ৰাদল। ঢুলীয়া চাবলৈ ল'ৰা, বুঢ়া, তিৰোতা সভাস্থলী ভৰি পৰে। চান্দকুছি,

এলেঙিদল, জোৰাৰ্দ্দি, অগ্নিশিলা, কৈহাটি আদি ওচৰৰ ঢুলীয়া দলে ঢোল কোবায়, কছৰৎ দেখুৱায় আৰু ধেমেলীয়া অভিনয় কৰি দৰ্শকক মোহিত কৰে। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়েও বৰ ভালপায় এইবোৰ চাই। যুঁতো, যদু, মোহন, সম্বৰু, গোপীৰাম আদিৰ ভাওবিলাকে তেওঁৰ শিশু মনত আনন্দ দিয়ে। ৰাতি আকৌ পালা, গায়ক বা অভিনয়কাৰী দলবিলাকৰ অভিনয়। বহুল পথাৰত মুকলি অভিনয়। ভাল অভিনয় চাবলৈ বিভিন্ন ঠাইৰ পৰা মানুহ আহে। সভাস্থলী পোহৰ কৰাৰ নিমিত্তে বিজুলী চাকি বা পেট্ৰমাক্স লাইট নাই। কলগছৰ মূৰ খোল হেন কৰি বা পুৰঠ কোমোৰা খুলি তাত সৰিয়হ ভৰাই শলিতা জ্বলোৱাৰ ব্যৱস্থা আছিল। হলেও সভাস্থলীখন সুন্দৰকৈ পোহৰ হৈছিল। মহেন্দ্ৰ নাৰায়ণ, দাদাক কৃষ্ণ নাৰায়ণ আৰু সমনীয়াবোৰে একেলগে বহি অভিনয় চায়। সাধাৰণতে ৰামায়ণ-মহাভাৰত আদি বিভিন্ন ধৰ্মগ্ৰন্থৰ ভেঁটিত নাটবোৰ মঞ্চস্থ কৰা হৈছিল। নলবাৰী, শিলা, সন্ধ্যা, বলোৱা, বালিলেছা, ধুৰকুছি, মৰোৱা, ককএগ্ৰা, নাপ্তিপাৰা, পিপলিবাৰী আদি ঠাইৰ মঞ্চাভিনয়ে দৰ্শকৰ মনত গভীৰ ছাপ পেলাব পাৰিছিল। দুৰ্গা পূজা পাৰ হলে যেন মনটো বেয়া লাগে। মহেন্দ্ৰ নাৰায়ণৰ মনত বহুদিনলৈ ঢুলীয়াৰ খুহুতীয়া বচনবোৰ, নাট্যদলসমূহৰ অভিনয় প্ৰতিধ্বনিত হৈ থাকে। কেৱল যে দুৰ্গা পূজাতহে বিত্তাল আছিল, এনে নহয়। মানুহে নিজাববীয়াকৈও মনসা পূজা, কালীপূজা, লক্ষ্মীপূজা আদি পাতিছিল। আৰু সেইবিলাকতো ওজাপালী, পালনাম, ঠিয়নাম আদি মাতিছিল। চৌধুৰী বংশৰ লোকসকলেও বিভিন্ন সময়ত এইবোৰ অনুষ্ঠিত কৰিছিল। এই বিত্তালসমূহে পৰিবেশন কৰা অঙ্গীভঙ্গী, মাত-বচন আদি বৰ আকৰ্ষণীয় আছিল। মহেন্দ্ৰ নাৰায়ণে শিশু অৱস্থাতে এইবোৰৰ পৰা বহুতো সজ শিক্ষা লাভ কৰিছিল। কিছুমান কথা নুবুজিলে তেওঁ আহি মাকৰ পৰা জানি-বুজি লৈহে আনন্দ পাইছিল।

মাক সুভদ্ৰা চৌধুৰীয়ে পঢ়িব নেজানিলেও ধৰ্মপুথিৰ কাহিনীবোৰ সুন্দৰকৈ কব পাৰে, কীৰ্ত্তন-দশম আদিৰ ভালেখিনি পদ কণ্ঠস্থ। সকলোকে খুৱাই-বুৱাই উঠি মহুৰা ফুৰোৱা, সূতা কটা আদি বিভিন্ন কামত মাকজনী ব্যস্ত। মহেন্দ্ৰ নাৰায়ণৰ বায়েক ভাগ্যবালাই মাকক ইটো-সিটো কৰি সহায় কৰি দিয়ে। মহুৰা ফুৰোৱা সময়ত ভাগ্যবালাই কীৰ্ত্তনখন সুৰ লগাই পঢ়ে আৰু সুভদ্ৰা দেৱীয়ে মনোযোগেৰে শুনে। বিচনাত পৰি মহেন্দ্ৰ নাৰায়ণেও সেই পদবোৰ শুনি থাকে। লাহে লাহে তেওঁ শাস্ত্ৰৰ কথাবোৰ বুজি পোৱা হয়। কিছুমান কথা মাকক সুধি বুজি লয়। কিছুমান কীৰ্ত্তনৰ পদ তেওঁৰো মনত থাকি যায় চিৰদিনৰ বাবে।

"মূৰ্খ হুৱা বোলে মঞি পণ্ডিত
নষ্ট কৰি ফুৰে আনৰো চিত
নিষ্কামে কৰিয়া সকলো কৰ্ম্ম
বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম।"

সৰুৰে পৰা পঢ়াৰ প্ৰতি প্ৰবল ধাউতি মহেন্দ্ৰ নাৰায়ণৰ। শিক্ষক ৰবিৰাম দাসে তেওঁৰ আগ্ৰহ আৰু সদ্‌গুণবোৰ বৰ ভাল পায়। এদিন তেওঁ কথাই কথাই কলে, "মহেন্দ্ৰ, তই চৌধুৰী বংশৰ ল'ৰা। ভালদৰে পঢ়া-শুনা কৰিহে বংশৰ নাম ৰাখিব পাৰিবি।" সেইদিনা ঘৰলৈ আহি তেওঁ শিক্ষাগুৰুৰ কথাষাৰ বাৰে বাৰে মনত পেলাইছিল। তেওঁৰ আন এদিনৰ ঘটনা মানস-পটত ভাঁহি উঠিছিল। সিদিনা আছিল সন্ধ্যা সময়। ৰাস্তাত ষ্ট্ৰীটলেম্পবোৰ জ্বলি উঠিছিল। কেৰাচিনৰ ষ্ট্ৰীটলেম্প নলবাৰীত দুই-এটা চ'কত বহুওৱা হৈছিল। পোহৰ কম। মহেন্দ্ৰ নাৰায়ণে কিবা বস্তু কিনিবলৈ গৈ দেখে তিনিজন চাহাব ধুনীয়া এখন মটৰ গাড়ীৰ পৰা নামি দোকানত সোমাইছে। চাহাবৰ গাৰ উজ্বল ৰং, গাড়ীখনৰ চিক্‌চিকিয়া ৰং দেখি তেওঁৰ বৰ ভাল লাগে। ইজন-সিজনৰ পৰা তেওঁ জানিব পাৰিলে যে তাৰে এজন হ'ল খাগ্ৰাবাৰী চাহ বাগিচাৰ মেনেজাৰ। ভালদৰে পঢ়া-শুনা কৰি এনেকুৱা এজন হৈছে। মহেন্দ্ৰ নাৰায়ণৰো এনেকুৱা ভাব হ'ল যে তেওঁ পঢ়িব, খুব

ভালদৰে পঢ়িব আৰু ভাল চাকৰি কৰি গাড়ী কিনিহে এৰিব। শিক্ষকে পঢ়োৱাখিনি বৰ মনোযোগেৰে শুনি ঘৰত কৰিবলৈ দিয়া সকলো কামে পৰিপাতিকৈ কৰে মহেন্দ্ৰ নাৰায়ণে। ৰাতি ৯ বজাৰ ৰেলখন আহিলে মাকে আহি ভাত বাঢ়িম নেকি বুলি সুধি যায়। মাকে আকৌ খুব বেচি পঢ়িলে অন্যায় হোৱা বুলিও ভাবে। পাঠ্যপুথিৰ জ্ঞানেই সৰ্ব্বোচ্চ বুলি ভবা মহেন্দ্ৰ নাৰায়ণে এদিন দেখা পালে এখন বঙালী সপ্তাহিক কাকত "বঙ্গবাসী।" খুৰাক গজেন্দ্ৰ নাৰায়ণে সেইখন নিয়মীয়াকৈ ৰাখে। কাকতখনৰ সকলোবোৰ কথাই তেওঁ আদিৰ পৰা অন্তলৈ পঢ়ে। অ'ত-ত'ত দুই-এটা কথা নুবুজিলেও প্ৰায়বোৰ কথা তেওঁৰ ভাল লাগে। লাহে লাহে এই কাকতখন পঢ়াটো তেওঁৰ নিয়মিয়া অভ্যাসত পৰিণত হৈ উঠিল।

কথাতে আছে—মানুহে পাতে, ঈশ্বৰে ভাঙে। ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অশেষ শ্ৰম কৰি আৰু বুদ্ধিৰে ঘৰখন পাতিছিলহে মাত্ৰ, এনেতে আহিল এক ধুমুহা। সেই ধুমুহাত ৰাজেন্দ্ৰ নাৰায়ণে চিৰদিনলৈ চকু মুদিলে। কিছুদিনৰ আগৰপৰাই তেওঁ দুৰ্বল হৈ পৰা দেখা গৈছিল। কিন্তু হঠাতে এই মৰ্মান্তিক ঘটনা ঘটিব বুলি কোনেও কল্পনা কৰা নাছিল। ৰাজেন্দ্ৰ নাৰায়ণৰ এই বিয়োগৰ ফলত ঘৰখনলৈ এক ভয়াবহ অন্ধকাৰ নামি আহে। মহেন্দ্ৰ নাৰায়ণৰ বয়স তেতিয়া ১১ বছৰ। মাকৰ বৈধব্যৰ দৃশ্য তেওঁৰ মনত অসহনীয় হৈ উঠিল। ইয়াৰ আগতেও মাকে গভীৰ পুত্ৰশোক পাইছিল। তিনিটাকৈ পুত্ৰ যমে বুকুৰ পৰা কাঢ়ি নিছিল। তেতিয়া মহেন্দ্ৰ নাৰায়ণ সৰু। দেউতাকৰ মৃত্যুত তেওঁ বুজিলে শোক কি বস্তু। নলবাৰীৰ পশ্চিমৰ বালিকৰিয়া গাওঁৰ মোমায়েক মথুৰা দত্ত পাটোৱাৰীয়ে তেওঁলোকক বিভিন্ন প্ৰকাৰে দিহা-পৰামৰ্শ আৰু সহায়-সাহায্য কৰি ঘৰখন কিবাকৈ চলাই নিয়াত সহায় কৰিলে। দেউতাকৰ অন্ত্যেষ্টিক্ৰিয়াৰ সময়ৰ এটা ঘটনা। ভাগীৰ লোকসকলে মোমায়েকে আগভাগ লৈ শ্ৰাদ্ধাদি কৰাত বিষম পালে। তেওঁলোকে শ্ৰাদ্ধত নাহিবলৈ ঠিৰ কৰিলে। শোকত

জৰ্জৰিত বিধবা মাকক সেই বিপদৰ সময়ত সহায় কৰিলে ৰায়বাহাদুৰ প্ৰতাপ নাৰায়ণ চৌধুৰীয়ে। খুড়াকৰ এই আন্তৰিকতাপূৰ্ণ সৎ আচৰণত মহেন্দ্ৰ নাৰায়ণ কৃতজ্ঞ হৈছিল।

দেউতাকৰ বিয়োগৰ কেইমাহমানৰ পিচত আকৌ বিষাদৰ ধুমুহা। এইবাৰ দুই ভাইৰ অসুখ। কৃষ্ণ নাৰায়ণ আৰু মহেন্দ্ৰ নাৰায়ণৰ। কৃষ্ণ নাৰায়ণ গৰ্ডন স্কুলৰ চতুৰ্থ মানৰ আৰু মহেন্দ্ৰ নাৰায়ণ তৃতীয় শ্ৰেণীৰ ছাত্ৰ। এক অজান আশঙ্কাই যেন মাক সুভদ্ৰাক আগচি ধৰিলে। মাকে শুশ্ৰূষাও কম নকৰিলে। মেলেৰিয়া বুলি কুইনাইনৰ বড়ি আনিও খুৱালে। জ্বৰ কোনোমতে নকমেহে নকমে। এলেঙ্গিদলৰ প্ৰিয়নাথ কবিৰাজক মতাই আনিলে মাকে। নাড়ী পৰীক্ষা কৰি কবিৰাজে কলে যে দুয়োৰে টাইফয়দ। মাকৰ মূৰ আচন্দ্ৰাই কৰিলে। মাকে কবিৰাজৰ কথামতে দৰৱ-পাতি খুৱালে। কৃষ্ণ নাৰায়ণে ২৬ দিনৰ মূৰত আৰোগ্য লাভ কৰিলে। লাহে লাহে মহেন্দ্ৰ নাৰায়ণৰ অৱস্থা বেয়াৰ পিনেহে গ'ল। কবিৰাজে আপ্ৰাণ চেষ্টা কৰিলে। বিচনাত পৰি পৰি মহেন্দ্ৰ নাৰায়ণে ভাবে তেওঁ কেতিয়ালৈকে স্কুললৈ যাব পাৰিব। ৪২ দিনৰ মূৰত মহেন্দ্ৰ নাৰায়ণে যেনিবা আৰোগ্য লাভ কৰিলে। হলেও বৰ দুৰ্বল হৈয়ে থাকিল আৰু বহুদিন। তেওঁৰ এই হাড়-ছাল ওলোৱা অৱস্থা দেখি সমনীয়াবোৰে 'বাকলি মামা' আৰু 'কেঠা' বুলিও জোকাইছিল। তথাপি মহেন্দ্ৰ নাৰায়ণৰ খং নুঠে। বেলেগৰ লগত আচৰণ কেনেদৰে কৰিব লাগে সেই বিষয়ে দেউতাকে মাকক বুজনি দিয়া কথাখিনি তেওঁ বেদবাক্য হিচাবে গ্ৰহণ কৰে। দেউতাকে কৈছিল, "কাৰো লগত শত্ৰুও নহবা, নতুবা বেছি আপোনো নহবা। তেনেদৰে চলিলে কোনেও বেচি আপোন হৈ তোমাক ঠগিব নোৱাৰে আৰু শত্ৰুৱেও শত্ৰুতা পৰিহাৰ কৰিব।" মহেন্দ্ৰ নাৰায়ণ সম্পূৰ্ণ সুস্থ হৈ উঠোতে উঠোতে পৰীক্ষাৰ দিন পালেহিয়েই। পৰীক্ষা দিয়া আৰু নহল। পৰীক্ষা দিবলৈ নেপাই বৰ আঘাত পালে কিন্তু কিছুদিন পিচত যি আঘাত ঘৰখনে পালে সেয়া আছিল তাতোকৈও মাৰাত্মক।

হঠাৎ এদিন ৰাতিপুৱাতে দাদাক কৃষ্ণ নাৰায়ণৰ ভীষণ জ্বৰ। মাকে পাৰ্য্যমানে সেৱা-শুশ্ৰূষা কৰিলে, প্ৰিয়নাথ কবিৰাজকো মাতি পঠালে। বিধবা মাকক দুখ সমুদ্ৰত থৈ মহেন্দ্ৰ নাৰায়ণক চৰম আঘাট দি কৃষ্ণ নাৰায়ণে সংসাৰৰ পৰা বিদায় ললে। মাক সুভদ্ৰা চৌধুৰী পুতেকৰ এই মৃত্যুত উন্মাদিনীৰ দৰে হৈ পৰিল। আত্মীয়বোৰে সান্ত্বনা বাণী দিলে, ঘৰত শাস্ত্ৰ পাঠ হ'ল। কিন্তু শোকবিহ্বলা মাতৃৰ হৃদয়ৰ জুইকুৰা যেন কোনোপধ্যে শাম নেকাটিল। মৃত্যু দেৱতাই ইমানখিনি কৰিও যেন শান্তি নেপালে। শেষত প্ৰথমা জীয়াৰী ভাগ্যবালাকো বুকু শুদা কৰি লৈ গ'ল। শোকত দগ্ধ হোৱা মাকজনী মহেন্দ্ৰ নাৰায়ণৰ অপৰিচিতা যেন লগা হ'ল। ঘৰৰ কাম-বন কৰিব নোৱাৰা হ'ল; কাকো যেন চিনিবই নোৱাৰে। মাকৰ দুখ দেখি মহেন্দ্ৰ নাৰায়ণৰ বুকুত শেলে বিন্ধাদি বিন্ধে। ঘৰখনত এক ভীষণ আউল লাগি উঠে—এই সময়চোৱাত। মহেন্দ্ৰ নাৰায়ণহঁত মাজে মাজে লঘোণে থাকিবলগীয়া হয়। মহেন্দ্ৰ নাৰায়ণে ভগৱানক চিন্তা কৰে, “হে প্ৰভু, মাই যেন সুস্থ হৈ উঠে।” লাহে লাহে ঘৰখন ঠান্-ঠিত্ লাগিব ধৰে। মহেন্দ্ৰ নাৰায়ণে ভাবে, ঈশ্বৰ কিজানি সদয় হৈছে। মাকে লাহে লাহে ঘৰৰ কামবোৰ কৰিব ধৰে। নিতান্ত গতানুগতিকভাৱে মাকে কাম কৰি যায়। মহেন্দ্ৰ নাৰায়ণে ভাবে, তেওঁ ডাঙৰ হলে মাকৰ দুখ হৰবলৈ নিদিয়ে। পিতাকক তেওঁ সুখ দিব নোৱাৰিলে। পিতাকৰ কথা মনলৈ অহাৰ লগে লগে তেওঁৰ এক গভীৰ হুমুনিয়াহ ওলাই আহে। ভায়েক কৰুণাৰ বয়স তেতিয়া ছ মাহ। মৰমলগা হৈছে। তেওঁ সপোন দেখে ভায়েকক ডাঙৰ মানুহ কৰাৰ। কৰ নোৱাৰাকৈ ঘৰখনৰ বহুতো দায়িত্ব আহি পৰে তেওঁৰ ওপৰত। মোমায়েকে তেওঁক বুজাই দিয়ে তেওঁলোকৰ সমস্ত মাটিৰ কথা—কিমানবোৰ বন্ধকত আছে ইত্যাদি। মহেন্দ্ৰ নাৰায়ণে ভাবে—শ্ৰম তেওঁ কৰিবই লাগিব। আগতকৈ চিন্তাশীল হৈ পৰে মহেন্দ্ৰ নাৰায়ণ। এদিন মহেন্দ্ৰ নাৰায়ণে বাৰীত কোৰখনেৰে কাম কৰি আছে। পাচ

কিছু বল পাইছে। হঠাত কোৰখন ভৰিত পৰিল আৰু ভৰিখন বেয়াকৈ কাটিলে। ঘৰখনত হুৱা-হুৱা লাগিল। মাকে বহুতো বনদৰৱ ঘা খিনিত ধঁহি দিয়াত যেনিবা তেজ ৰ'ল। কিন্তু ঘা ভালদৰে শুকাবলৈ ও মাহ-মান লাগিল। বহুদিন বিচনাতে পৰি থাকিবলগীয়াত পৰিল। বিচনাত পৰি পৰি মহেন্দ্ৰ নাৰায়ণে স্কুলৰ চিন্তা কৰে আৰু বহুতো কিবা-কিবিৰ। তেওঁৰ বেয়া লাগে—তেওঁৰ সমনীয়াবোৰে এটা শ্ৰেণী আগুৱালে। আকৌ ইটো বছৰৰো ভালেদিন গ'ল। পিচৰ শ্ৰেণীত বহা কথা চিন্তা কৰিলে মহেন্দ্ৰ নাৰায়ণৰ লাজ ভাব হয়। লাহে লাহে ভৰি ভাল হ'ল। মহেন্দ্ৰ নাৰায়ণৰ স্কুলত যোৱাৰ ভাব হয় আকৌ—পিচ মুহূৰ্ত্ততে লাজ লাগি উঠে। এদিন মাকে তেওঁক কলে, "বাপা, স্কুললৈ আৰু যাব নেলাগে দিয়া। ভগৱানে ভালে ৰাখিলে কিবাকৈ খাব পাৰিবা।" মাকৰ কথাষাৰে যেন তেওঁৰ কিশোৰ মনত খেলি-মেলি ভাবৰ সৃষ্টি কৰিলে। পঢ়ি-শুনি ডাঙৰ মানুহ হোৱাৰ সপোন দেখিছিল তেওঁ। দেউতাকৰ মুখখন আৰু তেওঁৰ কথাষাৰো তেওঁৰ মনত প্ৰতিধ্বনিত হয়, "বেয়া দিন চিৰকাল নেথাকে। চাবা, আমাৰ ল'ৰাইত এদিন ভাল মানুহ হ'ব আৰু বন্ধকীত যোৱা মাটিবোৰ মোকোলাব।" মাকে হাক দিছে যেতিয়া তেওঁ আৰু স্কুললৈ নেযায়। কিন্তু দেউতাকৰ আশা জানো তেওঁ পূৰণ কৰিব পাৰিব? মহেন্দ্ৰই এবাৰ হাত দুখনলৈ চালে। দেউতাকে সদায় নিজৰ হাত দুখনৰ সদ্ব্যৱহাৰ কৰিবলৈ কৈছিল। তেওঁ ভাবিলে, তেৱোঁ হাত দুখনৰ সদ্ব্যৱহাৰ কৰি যাব।

এইদৰে ভাবি-গুণি থকাৰ সময়ত মহেন্দ্ৰ নাৰায়ণে শুনিলে যে চেটেলমেণ্টৰ কাম আৰম্ভ হৈছে। আৰু বহুতো চাকৰি ওলাইছে। তেওঁ মনতে চিন্তা কৰিলে কাম এটা কৰিব পাৰিলে ভাল হয়। অফিচলৈ গৈ খবৰ পালে যে তেওঁ মন কৰিলে পিচদিনাখনে চাকৰিত যোগদান কৰিব পাৰে। হাকিমৰ ওচৰলৈ গৈ নিজৰ পৰিচয় দি পিচদিনা কামত ভৰ্ত্তি হম বুলি কলে। মহেন্দ্ৰ নাৰায়ণে চাকৰি

জীৱন আৰম্ভ কৰিলে। হাকিম, মণ্ডল, কাননগো আদিৰ লগত সম্পৰ্ক ৰাখি কাম কৰিব লাগে। লোকে খাতিৰ-বাতিৰো কৰে। এমাহ দুমাহকৈ ৪ মাহ এইদৰে চাকৰি জীৱনৰ সোৱাদ ললে। দৰ্মহা যি পায় মাকৰ হাতত জমা দিয়ে। দৰ্মহা একেবাৰে সাধাৰণ। মহেন্দ্ৰ নাৰায়ণে ভাবিলে ইমানখিনি দৰ্মহাৰে এখন ঘৰৰ পোহ-পাল নচলিব। ৰাতি শুবৰ সময়ত তেওঁৰ অতীত স্মৃতি মানস-পটত ভাঁহি উঠে। চাহাবৰ দৰে এখন গাড়ী। দেউতাকে অভাৱত পৰি বন্ধকীত দিয়া মাটিবোৰৰ ফচল আনে খাইছে অথচ তেওঁলোকৰ ফালে টেকেলি কাটি। তেওঁ ভাবে, মাটিবিলাক মোকালাব নোৱাৰিলে স্বৰ্গগামী দেউতাকৰ আত্মাই শান্তি নেপায়। মহেন্দ্ৰ নাৰায়ণে উপায় উদ্ভাৱনৰ প্ৰয়াস কৰে। তেওঁৰ মনত ভাব হয় 'যদি দূৰৰ পৰা অহা ব্যৱসায়ীসকলে উন্নতি কৰিব পাৰে, তেওঁ নোৱাৰিব কিয়?' হঠাতে তেওঁ যেন এটা উপায় পাই গ'ল। চাকৰি কৰাৰ ইচ্ছা মনৰ পৰা আঁতৰি গ'ল আৰু এদিন অফিচৰ সকলোকে আচৰিত কৰি চাকৰি ইস্তফা দিলে। মাকক সকলো কথা ভাঙি-পাতি কোৱা তেওঁৰ নিয়মীয়া অভ্যাস। চাকৰি ইস্তফা দিয়াৰ ক্ষেত্ৰতো মাকৰ অনুমতি আছিল। মহেন্দ্ৰ নাৰায়ণে এতিয়া সৰু-সুৰা ব্যৱসায় আৰম্ভ কৰিম বুলি চিন্তা কৰি মাকৰ অনুমতি প্ৰাৰ্থনা কৰিলে। মাকে কলে যে চৌধুৰী বংশৰ দুই-চাৰিজনে ব্যৱসায় কৰি উন্নতি কৰক চাৰি তললৈহে গ'ল। মহেন্দ্ৰ নাৰায়ণে কলে যে—তেওঁ ব্যৱসায়ৰ প্ৰতিদিনৰ হিচাব মাকক দি যাব আৰু যিদিনাখনে সামান্য লোকচান হয় সিদিনাখনে ব্যৱসায় বাদ দিব। পুতেকৰ এই কথাত মাকে যেন ভাল পালে আৰু নিজৰ সাঁচতীয়া যি অলপ-অচৰপ আছিল—আটাইখিনিকে পুতেকক দি দিলে। মহেন্দ্ৰ নাৰায়ণে মাকক ভৰিত ধৰি সেৱা কৰিলে আৰু চকু দুটা অলপ সময় মুদি দেউতাকক স্মৰণ কৰিলে।

# মুক্তিযুঁজৰ নেপথ্য কৰ্মী

১৯৩০ চনটো বৃটিছ শাসিত ভাৰতবৰ্ষৰ মুক্তিযুদ্ধৰ এটি ঐতিহ্যপূৰ্ণ বছৰ। গান্ধীজীয়ে এই বছৰটোতে লোণ সত্যাগ্ৰহৰ নেতৃত্ব কৰিছিল। তেওঁ নিৰ্বাচন কৰি লোৱা ৭৫ জন বিশ্বাসী স্বেচ্ছাসেৱকৰ এটি দল লৈ সাবৰ্ৰমতী আশ্ৰমৰ পৰা সাগৰৰ দাঁতিত থকা দাণ্ডী বোলা ঠাই-খিনিলৈ "লোণ কৰ আইন" অমান্য কৰিবলৈ যাত্ৰা কৰিছিল। এই যাত্ৰাত আমাৰ অসমৰো স্বৰ্গীয় লীনা বৰুৱা, ৺কৃষ্ণ শৰ্ম্মা আৰু ৺চন্দ্ৰপ্ৰভা শইকীয়ানীয়ো সহযাত্ৰী আছিল। যাত্ৰীসকলক বৃটিছ সৈনিকসকলে মাজবাটতে অমানুষিক অত্যাচাৰ কৰিছিল। দলৰ নেতৃত্ব বহনকাৰী গান্ধীজী সহ বহুতো নেতাক আটক কৰাত ইয়াৰ প্ৰতিবাদকল্পে সমগ্ৰ ভাৰতবৰ্ষৰ গাৱেঁ-ভূঁঞে, নগৰে-চহৰে হৰতাল পালন কৰিছিল। ইংৰাজ শাসক গোষ্ঠীৰ কঠোৰ নিৰ্দেশত ভাৰতীয় জনসাধাৰণ একেবাৰে ভীতিবিহ্বল হৈ পৰাত নিজৰ ব্যক্তি স্বাধীনতা-খিনিও হেৰুৱাই পেলাইছিল যদিও এই আন্দোলনে এটা আশাৰ ৰেঙণিও বিৰিঙিয়াইছিল। নতুন উদ্যমেৰে আন্দোলন সফল কৰাৰ বাবে সকলোপিনে চেষ্টা চলিছিল। নিমিষতে দোকান-পোহাৰ বন্ধ হৈ পৰিছিল। হেজাৰ হেজাৰ লোকে চহৰৰ প্ৰকাণ্ড প্ৰকাণ্ড ৰাস্তাবোৰেৰে শোভাযাত্ৰা উলিয়াই বৃটিছ সিংহক কঁপাই তুলিছিল। এই আন্দোলন দমন কৰাৰ অৰ্থে সৰ্ব্বপ্ৰথমে ভাৰতৰ নেতৃস্থানীয় ব্যক্তিসকলক আটক কৰি জেলত ভৰাই ৰাখিছিল আৰু জনতাৰ ওপৰত বিভিন্ন প্ৰকাৰে অত্যাচাৰ কৰা হৈছিল। অসমতো আমাৰ শ্ৰদ্ধাৰ নেতা ত্যাগবীৰ ৺হেম বৰুৱা, ৺পদ্মধৰ চলিহা, ৺ডা° ভুৱনেশ্বৰ

বৰুৱা, ৺বিষ্ণুৰাম মেধি, ৺সিদ্ধিনাথ শৰ্ম্মা, মঃ তৈয়াব আলী, ৺লক্ষ্মীধৰ বৰুৱা, ৺অমিয় কুমাৰ দাস, ৺হলধৰ ভূঁঞা, ৺মতিৰাম বৰা, ৺কুলধৰ চলিহা, ৺দেবেন শৰ্ম্মা প্ৰভৃতি বহুতো নেতাই অসমৰ গাৱেঁ-ভূঁঞে, নগৰে-চহৰে জনসাধাৰণক এই অহিংস-অসহযোগ আন্দোলনত সহযোগ কৰাৰ বাবে ৰাজহুৱা সভা পাতি মুক্তিযুদ্ধত সক্ৰিয় সহযোগ কৰাৰ বাবে নিবেদন কৰি এই আইন অমান্য আন্দোলন সফল কৰাৰ বাবে ঘূৰি ফুৰিছিল।

নলবাৰীতো সেই চনৰ ছেপ্তেম্বৰ মাহৰ কোনোবা এটা দিনত পুৰণা থিয়েটাৰ হলত উল্লেখিত নেতাসকলৰ ত্যাগবীৰ ৺হেম বৰুৱা, ৺সিদ্ধিনাথ শৰ্ম্মা, ৺পদ্মধৰ চলিহা, ৺ডাঃ ভূৱনেশ্বৰ বৰুৱা, ৺অমিয় কুমাৰ দাস আৰু ৺দেবেন শৰ্ম্মাই ৰাজহুৱা সভা পাতি বাপুৰে নেতৃত্ব বহন কৰা এই সত্যাগ্ৰহ আন্দোলনত সহযোগ কৰাৰ বাবে আহ্বান জনাইছিল। আনফালে ঠিক একে সময়তে অসমৰ শিক্ষা বিভাগৰ মূৰব্বী প্ৰধান সঞ্চালক কাণিংহাম চাহাবে সমগ্ৰ অসমতে ছাত্ৰসকল ৰাজনীতিত যোগদান কৰা আইন বিৰোধী বুলি এখন বিজ্ঞপ্তি জাৰি কৰি ছাত্ৰশক্তিক সাৱধান বাণীৰ নিৰ্দেশ দিছিল। অসমত এই অসহযোগ আন্দোলনৰ লগতে ছাত্ৰশক্তিও জাগি উঠিছিল আন্দোলনৰ মাধ্যমেৰে। এই ঐতিহাসিক চনটোত সমগ্ৰ ভাৰততে হৰতাল, চৰকাৰৰ লগত অসহযোগ, চৰকাৰী চাকৰিয়ালৰ পদত্যাগ, উকীলসকলৰ কাছাৰী বৰ্জন, ছাত্ৰ-শিক্ষকসকলৰ শিক্ষানুষ্ঠান বৰ্জন ইত্যাদি বিষয়বোৰৰ ওপৰত জোৰ দি কাম কৰিবলৈ নেতাসকলে ৰাইজক আবেদন জনাইছিল।

নলবাৰীতো এই আন্দোলন প্ৰকট হৈ উঠিল। ১৯২১ চনৰ মুক্তিযুদ্ধত অসহযোগ কৰা বাঁহজানী মৌজাৰ পশ্চিম খাতৰ কালাকুছি গাৱঁৰ প্ৰয়াত মহীধৰ শৰ্ম্মাদেৱ তেতিয়া নলবাৰীৰ এজন প্ৰখ্যাত কবিৰাজ। সমাজ সেৱক ৺প্ৰিয়নাথ চৌধুৰীৰ ঔষধালয়ত পৰিচালক

হিচাবে কাম কৰি থাকিও নলবাৰীৰ ছাত্ৰসকলৰ মাজত সংগঠন কৰি এই অসহযোগ আন্দোলন পৰিচালনা কৰিছিল। তেওঁৰ সহায়ক হিচাবে খাতা মৌজাৰ নামদোঙ্গা গাৱঁৰ প্ৰবীন মুক্তিযুঁজাৰু ৺হেম-চন্দ্ৰ বৰ্মা মজুমদাৰে কাৰ্য্যনিৰ্বাহ কৰি নলবৰীয়া ছাত্ৰসকলৰ লগ হৈ অসহযোগ আন্দোলনৰ সকলো কাম সুচাৰুৰূপে পৰিচালনা কৰিছিল।

প্ৰয়াত হেমচন্দ্ৰ মজুমদাৰে সেই সময়ত নলবাৰীতে সাধাৰণভাৱে এটি ভাড়াঘৰ লৈ চিলাই মেচিনৰ কাম কৰাৰ লগতে গুৱাহাটী জিলা কংগ্ৰেছৰ নিৰ্দেশানুসাৰে কাম-কাজ কৰি থাকিল। মই তেতিয়া গৰ্ডন হাইস্কুলৰ সপ্তমমান শ্ৰেণীৰ ছাত্ৰ আছিলোঁ। মোৰ সহপাঠী বন্ধু ৺দেবেশ্বৰ ভট্ট, ৺শশী শৰ্ম্মা, ৺ৰমনী শৰ্ম্মা, ৺কেদাৰ নাথ শৰ্ম্মা দলৈ প্ৰভৃতি বহু কেইজন ছাত্ৰ লগ হৈ প্ৰয়াত হৰিনাৰায়ণ দত্তবৰুৱাই সজাই দিয়া ছাত্ৰ-ৰুমত থাকি পঢ়া-শুনা কৰিছিলোঁ। আমি ছাত্ৰা-বাসত থকা কালখিনিতে খাটাবাৰীৰ প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী-দেৱৰ উদ্যোগত স্থাপিত হোৱা খাটাবাৰী ছাত্ৰ-সভাৰ আটাইখিনি ছাত্ৰই মুক্তিযুঁজাৰু ৺হেম বৰ্মা মজুমদাৰৰ লগত লগ হৈ অসহযোগ আন্দোলনৰ কৰ্মপন্থা যুগুত কৰি কাম-কাজ কৰি আছিলোঁ। ৺হেম বৰ্মা মজুমদাৰৰ দৰ্জী ঘৰটোৱে আমাৰ কৰ্ম্মস্থলী আছিল। ৺হেম বৰ্মা মজুমদাৰ আৰু ৺মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আমাৰ উপদেষ্টা আছিল।

নলবাৰীত ১৯৩০ চনৰ চেপ্তেম্বৰ মাহত পুৰণা থিয়েটাৰ হলত অনুষ্ঠিত হোৱা সেই ঐতিহাসিক আইন অমান্য আন্দোলনটো সাফল্য-মণ্ডিত কৰাৰ অৰ্থে ৰাইজ, ছাত্ৰ, চৰকাৰী কৰ্ম্মচাৰী, উকীলসকল সমন্বিতে এখন বিৰাট ৰাজহুৱা সভাত উল্লেখিত অসমৰ প্ৰবীন মুক্তি-যুঁজাৰু নেতাসকলে নিবেদন কৰাৰ পিচ দিনা নলবাৰী গৰ্ডন হাই-স্কুলৰ ছাত্ৰসকলে, স্কুলৰ শিক্ষকসকলে হাজিৰা কৰাৰ পিচ মুহূৰ্ত্ততে স্কুল বৰ্জন কৰি ওলাই আহিছিল। স্কুল বৰ্জন হোৱাৰ পিচদিনা দেখা গ'ল যে কিছু সংখ্যক বৃটিছ চৰকাৰৰ লগত লেটি-পেটি কৰা

পদলেহীসকলৰ সন্তানসকলে, আমাৰ নেতাসকলে নিবেদন কৰা কথালৈ ভ্ৰুক্ষেপ নকৰি শ্ৰেণীত উপস্থিত থাকিবলৈ চেষ্টা কৰিছে। আমি স্কুল বৰ্জন কৰা ছাত্ৰসকলে পৰিকল্পিতভাৱে পাল পাতি স্কুলৰ পদুলিমুখত পিকেটিং কৰি বাধা প্ৰদান কৰিছিলোঁ। আন্দোলনৰ কাৰ্য্যসূচী গ্ৰহণ কৰা বা পিকেটিং কৰা কাৰ্য্যবোৰ পৰিচালনা কৰিছিল তেতিয়াৰ ছাত্ৰ নেতা বুক্ৰুকুছি গাৱঁৰ শ্ৰীবিশ্ব শৰ্মা, জাপাৰকুছিৰ শ্ৰীহৰিচৰণ পাঠক, নলবাৰীৰ ৺প্ৰিয়নাথ গোস্বামী আৰু বৰকুৰাৰ ৺কণক বৰ্মাই। নলবাৰী গৰ্ডন হাইস্কুলৰ বহু পিকেটিংকাৰী ছাত্ৰক পুলিছে গ্ৰেপ্তাৰ কৰি গুৱাহাটী ৰ জেল হাজোতলৈ পঠিয়াই দিছিল আৰু বিচাৰক্ৰমে বহুতৰ জেল হৈছিল।

সেই সময়ত সাংগঠনিক কোনো কংগ্ৰেছ কাৰ্য্যালয় নলবাৰীত স্থাপিত হোৱা নাছিল। নলবাৰীতে ৺হেম বৰ্মা মজুমদাৰৰ দৰ্জীঘৰ আৰু বৰকুৰাৰ ৺কণক বৰ্মাই কংগ্ৰেছ ভলণ্টিয়াৰসকল থাকিবপৰা এটা কেম্প স্থাপন কৰি কাম-কাজ কৰি গৈছিল। নলবাৰীত এইদৰে প্ৰৱল আন্দোলন আৰম্ভ হ'ল আৰু ই ক্ৰমে গাওঁ অঞ্চলবোৰলৈ বিয়পি পৰিল। আমাৰ বহুতো অভিভাৱকে আৰু স্কুলৰ শিক্ষক-সকলৰ ফালৰ পৰা বাধাৰ সৃষ্টি কৰিছিল। যি জাতিৰ সাম্ৰাজ্যত সূৰ্য অস্তমিত নহয় তেনে প্ৰৱল শক্তিশালী জাতিৰ চৰকাৰৰ বিৰুদ্ধে থিয় হৈ আমি বাওনা হৈ চন্দ্ৰটো পাব খুজিছিলোঁ—বুলি কোৱাসকলৰ পৰা বহুতো বাধাৰ সৃষ্টি হোৱাতো কাৰো কথা নামানি নিজৰ জীৱনক তুচ্ছ জ্ঞান কৰি বৃটিছ শক্তিৰ বিৰুদ্ধে আমি সেই আন্দোলনত সক্ৰিয় সহযোগ কৰাৰ বাবে প্ৰতিজ্ঞাবদ্ধ হৈছিলোঁ। সেই সময়ত আমাক বহুতো মহান ব্যক্তিয়ে প্ৰত্যক্ষ বা পৰোক্ষভাৱে সহায়-সহানুভূতি দেখুৱাইছিল বা আৰ্থিকভাৱে সহায়তা কৰিছিল। সেই সময়ত বহুত ক্ষেত্ৰত সংগঠন বিহীনভাৱেও দেশপ্ৰেমীসকলে কাম কৰিছিল। আমাৰ খাটাবাৰীৰ ৺বৰ্মা মজুমদাৰৰ দৰ্জীঘৰৰ কেম্পত সদায় প্ৰয়াত

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে আমাক উদ্গনি দিছিল। তেখেতে নিজে পিকেটিং কৰা নাছিল বা কাৰাবৰণো কৰা নাছিল যদিও তেওঁক মুক্তি-যুদ্ধৰ এজন সৈনিক বুলিও কব পাৰি আৰু সেয়েহে তেওঁ পিছৰ জীৱনত বহুতো উল্লেখনীয় কাৰ্য্যত লিপ্ত হৈ পৰিছিল।

তেখেতে সেই সময়ত খাটাবাৰীতে এখন গেলামালৰ দোকান আৰম্ভ কৰিছিল। বহুক্ষেত্ৰত তেখেতে আমাক খাটাবাৰীৰ কেম্পত খাদ্যবস্তুৰ যোগান ধৰিও আমাক উৎসাহ যোগাইছিল।

# বংশলতাৰ পম খেদি

বংশ পৰিচয় ব্যক্তিৰ প্ৰাৰম্ভিক পৰিচয়। এইবিধ পৰিচয়ৰ প্ৰয়োজন প্ৰধানতঃ জ্ঞাতি-কুটুম, আত্মীয়-স্বজনৰ কাৰণে বিয়া-বাৰু আদি সম্পৰ্ক স্থাপনৰ ক্ষেত্ৰত। ব্যক্তিয়ে দহৰ তথা সমাজৰ স্বাৰ্থৰ লগত ব্যক্তিস্বাৰ্থক একীভূত কৰি 'বহুজন হিতায় বহুজন সুখায়' হিচাবে আত্মনিয়োগ কৰি সামাজিক স্বীকৃতি লাভ কৰে। সামাজিক জীৱনৰ কৃতিত্বতে ব্যক্তিৰ প্ৰকৃত পৰিচয় ঘটে। এই কৃতিত্বৰ অন্তৰালত ব্যক্তিয়ে পুৰুষানুক্ৰমে আহৰণ কৰা চাৰিত্ৰিক বৈশিষ্ট্যই ক্ৰিয়া কৰে বুলি বিশ্বাস কৰিব পাৰি।

বংশলতা বিজ্ঞানী (genealogist)-ৰ মতে ব্যক্তিৰ বিকাশত বংশ পৰম্পৰাৰ এটা ঐতিহাসিক ভূমিকা আছে। পিতৃ-মাতৃৰ লগতে পিতৃকুল, মাতৃকুলৰ চাৰিত্ৰিক লক্ষণসমূহ সজ্ঞানে সহজাত প্ৰবৃত্তি হিচাবে লাভ কৰে। প্ৰাণীমাত্ৰেই জন্মৰ লগে লগে দুটা সহজাত অনুভূতি লাভ কৰে—এটা হ'ল আত্মপ্ৰেম (Selflove); আনটো হ'ল খাদ্য। আশ্ৰয়ৰ নিৰাপত্তাৰ কাৰণে একে শ্ৰেণীৰ প্ৰাণীৰ লগত পাৰস্পৰিক সহযোগিতাত বাস কৰাৰ অনুভূতি (gregariousness)। ইতৰ প্ৰাণীয়ে এই দুটা সহজাত অনুভূতিৰ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰে। ই হয়তো আত্মকেন্দ্ৰিক হয়, নহয় দলৰ মাজত আত্মবিলুপ্ত হয়। কাৰণ তাৰ বিবেক-বুদ্ধি (Conscience) নাই। মানুহে কিন্তু বিবেক-বুদ্ধিৰ উচিত ব্যৱহাৰ কৰি ব্যক্তিত্ব ৰক্ষাৰ লগতে সামাজিক প্ৰতিষ্ঠাও লাভ কৰিব পাৰে। মানুহৰ এই বিবেক-বুদ্ধিৰ বিকাশত বংশ পৰম্পৰাৰ প্ৰভাৱ বাৰুকৈয়ে পৰিলক্ষিত হয়।

প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে ব্যক্তিজীৱনত ব্যৱসায় বৃত্তি গ্ৰহণ কৰি লব্ধপ্ৰতিষ্ঠ ব্যৱসায়ী হোৱাৰ লগতে সমাজ জীৱনত মানৱীয়

মহানুভৱতাৰে শিক্ষা-সাহিত্য-সংস্কৃতিৰ সেৱাত ত্যাগৰ ব্ৰত গ্ৰহণ কৰিলে— জীৱনৰ এই প্ৰমূল্যবোধত পূৰ্ব-পুৰুষৰ অনুপ্ৰেৰণা নাথাকি নোৱাৰে।

চৌধুৰীদেৱে খাটাবাৰীৰ ঐতিহ্যশালী চৌধুৰী পৰিয়ালত জন্ম-গ্ৰহণ কৰে ১৮২৮ শকৰ ৫ আহিন ইংৰাজী ১৯০৬ চনৰ ২২ চেপ্তেম্বৰ তাৰিখ ৰবিবাৰে। তেখেতৰ পিতৃ স্বৰ্গীয় ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু মাতৃ হ'ল 'যুধিষ্ঠিৰ ভড়াল কায়স্থ' বংশৰ বালিকৰিয়াৰ স্বৰ্গীয় মধুসেন দত্তৰ কন্যা স্বৰ্গীয়া সুভদ্ৰা চৌধুৰী। খাটাবাৰীৰ চৌধুৰী পৰিয়ালৰ তিনিটা শাখা—চৌধুৰী, পাটোৱাৰী আৰু নাজিৰ শাখা। ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী পাটোৱাৰী শাখাৰ। তিনিওটা শাখাৰ বংশধৰসকলে কিন্তু চৌধুৰী উপাধিকে লিখে।

খাটাবাৰীৰ চৌধুৰী বংশৰ পূৰ্ব-পুৰুষজনা হ'ল লোহাবৰ ভূঞা। কায়স্থ-সূৰ্য শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্ব-পুৰুষ চণ্ডীবৰ শিৰোমণি ভূঞা প্ৰমুখ্যে বাৰভূঞা বুলি খ্যাত প্ৰাচীন কামৰূপীয় কায়স্থসকলৰ ভিতৰৰে এওঁ এজন। এইখিনিতে বাৰভূঞাৰ চমু পৰিচয় এটা দাঙি ধৰাটো অ-প্ৰাসঙ্গিক নহব।

ত্ৰয়োদশ-চতুৰ্দশ শতিকাত পাল বংশৰ ৰজাই প্ৰাচীন কামৰূপত ৰাজত্ব কৰিছিল। এই বংশৰ গৌড়েশ্বৰ দুৰ্লভনাৰায়ণ আৰু কমতেশ্বৰ ধৰ্মপাল বা ধৰ্মনাৰায়ণ আদি ৰজাক ৰামচৰণ ঠাকুৰে "গুৰু চৰিত"ত কায়স্থ বুলি উল্লেখ কৰাৰ লগতে দুয়োকে 'বেলেগীয়া ভাই' অৰ্থাৎ সম্পৰ্কীয় ভাই-ককাই বুলি কৈছে। বৰ্তমান নলবাৰী জিলাৰ অন্তৰ্গত শিলা গাৱঁত চতুৰ্দশ শতিকাত জন্মগ্ৰহণ কৰা কায়স্থ পণ্ডিত কবিৰত্ন সৰস্বতীয়ে তেৰাৰ ৰচিত 'জয়দ্ৰথ বধ' কাব্যত দুৰ্লভনাৰায়ণক কায়স্থ বুলি অভিহিত কৰিছে।

"গুৰুচৰিত"মতে চতুৰ্দশ শতিকাৰ আগভাগত কান্যকুব্জৰ পৰা চণ্ডীবৰ প্ৰমুখ্যে কেইজনমান কায়স্থ পণ্ডিত আহি গৌড়েশ্বৰ দুৰ্লভ-নাৰায়ণৰ ৰাজ্যত আশ্ৰয় লয়।

কণৌজ নগৰ নাম শস্যে-মৎসে অনুপাম
বাৰভূঁঞা আছিল তথাত .... ইত্যাদি

কমতেশ্বৰ ধৰ্মনাৰায়ণৰ অনুৰোধত আৰু গৌড়েশ্বৰ দুৰ্লভনাৰায়ণৰ অনুমতিক্ৰমে চণ্ডীবৰ প্ৰমুখ্যে কেইজনমান ভূঁঞা কমতেশ্বৰৰ আশ্ৰয়লৈ আহে আৰু কৰতলীয়া শাসনকৰ্ত্তা ৰূপে অৱস্থান কৰে। এওঁলোকৰ অধিকৃত অঞ্চলক 'ভূম' আৰু এওঁলোকক 'ভৌমিক' বোলা হৈছিল; ভৌমিক শব্দই পিচত ভূঁঞা হয়। বাৰভূঁঞাৰ বাৰ শব্দটোৱে ১২ সংখ্যা নুবুজাই অধিক সংখ্যা বুজাবলৈ সেই সময়ত ব্যৱহৃত হৈছিল। চণ্ডীবৰৰ বীৰত্ব আৰু পণ্ডিত্য বিবেচনা কৰি ৰজাই তেওঁক পূৰ্বাঞ্চলৰ শিৰোমণি ভূঁঞা পাতে, তেওঁ লেঙামাগুৰীত কোঁঠ মাৰি ঘৰ-দুৱাৰ নিৰ্মাণ কৰে। দুৰ্লভনাৰায়ণে এবাৰ চল কৰি তেওঁক মতাই নিলেও তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ 'দেৱীদাস' উপাধি প্ৰদান কৰি লেঙামাগুৰীলৈ পঠিয়াই দিয়ে। ৰামচৰণ ঠাকুৰে লিখিছে—

বাৰভূঁঞা সম বীৰ নাহি ত্ৰিভুবনে।
হৰিবংশ নহৈলে জিনিব পাৰে কোনে॥

বাৰভূঁঞাসকলৰ আগমনৰ আগেয়েও যে সপ্তম শতিকাতে প্ৰাচীন কামৰূপত বিশিষ্ট ৰাজকৰ্মচাৰী কায়স্থ আছিল তাৰ প্ৰমাণ কুমাৰ ভাস্কৰ বৰ্মণৰ শ্ৰীহট্টত উদ্ধাৰ হোৱা ৭ম শতিকাৰ তামৰ ফলিত (৩য় ফলিৰ ৫ম শ্লোকত) পোৱা যায়।

"ন্যায়কৰণিক জনাৰ্দনস্বামী ব্যৱহাৰি হৰদত্ত কায়স্থ দুৰ্দ্ধনাথ প্ৰভৃতঃ।" অৰ্থ—ন্যায়কৰণিক (magistrate) জনাৰ্দনস্বামী ব্যৱহাৰি (lawyer) হৰদত্ত কায়স্থ দুৰ্দ্ধনাথ প্ৰভৃতি। কিন্তু এইসকল কায়স্থৰ ধাৰাবাহিক বংশাৱলী পোৱা নাযায়। বাৰভূঁঞাসকলৰ হলে অতি প্ৰাচীন কালৰ পৰাই নিজৰ বংশাৱলী ৰখাৰ নিয়ম চলি আহিছে। বহুত কায়স্থ ভূঁঞাই নিজৰ আৰু স্বজাতিৰ কীৰ্ত্তি-কলাপ আৰু বংশলতা মুখস্থ ৰাখিছিল। এইকাৰণে বাৰভূঁঞাসকলৰ পুৰুষীনামা সহ কাৰ্য্যাৱলীৰ বিৱৰণ পোৱা যায়।

বাৰভূঁএগ্ৰাসকলৰ পাচত আৰু অনেক কায়স্থ লোক গৌড়ৰাজ্যৰ পৰা প্ৰাচীন কামৰূপলৈ আহে। ভূঁএগ্ৰাসকলৰ লগত এওঁলোকৰ পূৰ্ব-পুৰুষৰ পৰিচয় থকাত এই দুই পক্ষৰ মাজত সৰ্বপ্ৰকাৰৰ সামাজিক সম্পৰ্ক ঘটে। সকলো প্ৰাচীন কামৰূপীয় কায়স্থই ভূঁএগ্ৰাৰ সন্তান বুলি বিশ্বাস কৰে আৰু পৰস্পৰক সমান জ্ঞান কৰে। কিছুমানে ধৰ্মাচাৰ্য হৈ গোস্বামী, অধিকাৰী, মহন্ত আদি উপাধি গ্ৰহণ কৰিলেও প্ৰাচীন কামৰূপীয় কায়স্থ সমাজত শ্ৰেণী বিভাজন নাই। এওঁলোকৰ নিজা গোত্ৰ আৰু প্ৰবৰ আছে।

## চৌধুৰীদেৱৰ পুৰ্ব-পুৰুষসকলৰ চমু পৰিচয়:

খাটাবাৰীৰ চৌধুৰীসকলৰ পূৰ্ব-পুৰুষ লোহাবৰ ভূঁএগ্ৰাই চণ্ডীবৰ শিৰোমণিভূঁএগ্ৰা। দ্বিতীয়বাৰ গৌড়ৰ পৰা কমতা ৰাজ্যলৈ আহোতে তেওঁৰ লগত আহি বাৰভূঁএগ্ৰাসকলৰ এজন ৰূপে কমতা ৰাজ্যত বসবাস কৰে। এওঁৰ নাতি দিবাকৰ ভূঁএগ্ৰাই কমতাৰাজ ইন্দ্ৰনাৰায়ণৰ দিনত স্বাধীন ভূঁএগ্ৰা হ'ল। দিবাকৰৰ পুত্ৰ কুমাৰ ভূঁএগ্ৰা ওৰফে কুমাৰ ঘোষে চতুৰ্দশ শতিকাৰ শেষভাগত কমতা ৰাজ্যৰ একাংশ অধিকাৰ কৰি স্বাধীন ৰজা ৰূপে পৰিচিত হ'ল। বঙ্গৰ নবাব হুচেন চাহে এওঁৰ ৰাজ্য অধিকাৰ কৰে; হুচেনৰ হাতত কুমাৰ ঘোষ নিহত হয়। কুমাৰ ঘোষৰ পুত্ৰ থানুবৰ ওৰফে থানেশ্বৰ ভূঁএগ্ৰাই ৰাজ্য এৰি পলাই আহি কামৰূপৰ খাতা পৰগনাত ভূঁএগ্ৰা হয় আৰু মালিকুছিত বাস কৰিবলৈ লয়। এই বংশৰ প্ৰকৃত গোত্ৰ আছিল শাণ্ডিল্য; কিন্তু খাতাত বাস কৰা সময়ত গোত্ৰ পৰিবৰ্তন কৰি কাশ্যপ গোত্ৰ গ্ৰহণ কৰে। থানেশ্বৰৰ পাচত মন্মথ ভূঁএগ্ৰা হয়, তেওঁৰ সময়ত কামৰূপত মুছলমানৰ আক্ৰমণ হয়; আৰু ভূঁএগ্ৰাসকলৰ স্বাধীনতাত হস্তক্ষেপ হ'ল।

মন্মথ ভূঁএগ্ৰাৰ নাতি ইন্দ্ৰজিত ভূঁএগ্ৰা ৰত্নাকৰ চৌধুৰী। এওঁ বাদ্‌চাহৰ অধীনত চৌধাৰী বিষয়-বাব লয়। এওঁ বহুবছৰ ধৰি নিঃসন্তান হৈ থকাত মনত বৈৰাগ্য জন্মে। কিছুমান সম্পত্তি দান-

দক্ষিণা কৰি বাকী সম্পত্তি দশভূজা প্ৰতিমা এখনৰ লগত এটা নাদত পুতি থৈ বৈৰাগী হৈ ওলাই যাবলৈ সাজু হৈছিল। এনে সময়তে কৈহাটী সত্ৰৰ গোঁসাই এজনে আহি দান খুজিলত নিজৰ শৰীৰটোৰ বাদে অন্য সম্পত্তি নাই বুলি কলে। গোঁসায়ে শৰীৰটোকে খোজাত সেইমতে স্বীকৃত হ'ল। চৌধুৰীয়ে শাক্তমত ত্যাগ কৰি গোঁসাইৰ ওচৰত বৈষ্ণৱ মতত দীক্ষিত হ'ল। খাতা পৰগণাৰ প্ৰথম চৌধাৰী আৰু এই বংশৰ প্ৰথম বৈষ্ণৱ ৰত্নাকৰ চৌধুৰী।

এওঁৰ পাচত ভগৱান ভূঁঞা, ভবদেৱ ভূঁঞা, জয়নাৰায়ণ আদি পুত্ৰ-পৌত্ৰাদিয়ে মালিকুছিতে থাকি খাতা পৰগণাৰ চৌধাৰী বিষয় ভোগ কৰে। জয়নাৰায়ণৰ পুত্ৰ ধ্বজনাৰায়ণ চৌধুৰীয়ে খাতাবাৰী বিশেষ সুবিধাজনক ঠাই জ্ঞান কৰি ইয়ালৈ উঠি আহে। আহোম ৰজা স্বৰ্গদেউ শিৱসিংহৰ পৰা খাতাবাৰী গাওঁখন লাখেৰাজ ধৰ্মোত্তৰৰূপে লাভ কৰে। ৰাজআদেশমতে এই ধৰ্মোত্তৰৰ ভিতৰত এখন সংসঙ্গী সত্ৰ স্থাপন কৰিবলৈ ভকত পায়। 'পদ্মনাভ' নামৰ সংসঙ্গী সত্ৰ স্থাপন কৰি নিজে ইয়াৰ প্ৰথম 'মেধি' হয়।

এওঁৰ মৃত্যুত পুতেক বলিনাৰায়ণ আৰু বলিনাৰায়ণৰ মৃত্যুত তেওঁৰ পুতেক ধীৰনাৰায়ণ খাতা পৰগণাৰ চৌধাৰী হয়। নিঃসন্তান জেঠা-দেউতাক ধীৰনাৰায়ণৰ মৃত্যুৰ সময়ত ভতিজাক দত্ত নাৰায়ণ নাবালক আছিল; গতিকে জেঠাকৰ চৌধাৰী বিষয় লব নোৱাৰিলে। নাবালক হোৱাত খাতা পৰগণাৰ একখণ্ডত পাটোৱাৰী নিযুক্ত হয়। দত্ত নাৰায়ণৰ পুত্ৰ ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী।

দত্ত নাৰায়ণৰ আন এজন জেঠাক সত্যনাৰায়ণৰ পুত্ৰ সাধিনাৰায়ণ চৌধুৰীৰ পৰিচয় সংক্ষেপে হলেও নিদিলে খাটাবাৰী চৌধুৰী বংশৰ পৰিচয় অসম্পূৰ্ণ হৈ ৰব। সাধিনাৰায়ণৰ সময়ত বৃটিছ আমোল আৰম্ভ হয়। তেওঁৰ পিতামহ ধ্বজনাৰায়ণৰ দিনত আহোম ৰজাৰ পৰা পোৱা ধৰ্মোত্তৰৰ দলিল-পত্ৰ গৱৰ্ণমেণ্টক ভালদৰে বুজাব নোৱাৰাত

মাত্র ২০ পুৰা মাটি ধৰ্মোত্তৰ ৰাখি বাকী মাটি বাজেয়াপ্ত কৰাত এওঁ এটা লাখেৰাজ আপীল কৰে আৰু ১৮৪৭ চনৰ ২৯ চেপ্তেম্বৰৰ হুকুমমতে ১৬১ পুৰা মাটি ধৰ্মোত্তৰ হিচাবে বাহাল ৰাখে।

সাধিনাৰায়ণৰ পুত্র পুষ্পনাৰায়ণ, তেওঁৰ পুত্র ৰায়চাহেব প্ৰতাপ নাৰায়ণ চৌধুৰী আৰু তেওঁৰ পুত্র শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী এইসকল স্বনামধন্য ব্যক্তি এই বংশৰ উজ্জ্বল তাৰকা।

প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ পিতৃ ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ অকাল বিয়োগ হয়। তেতিয়া ১১ বছৰীয়া নাবালক চৌধুৰীদেৱে কিয়ং পাৰমাণে হলেও পৰিয়ালৰ বোজা বহন কৰিব-লগীয়া হ'ল। আনুষ্ঠানিক শিক্ষাৰ পথ ৰুদ্ধ হ'ল সঁচা; কিন্তু কৰ্তব্য-নিষ্ঠাৰ লগতে ব্যৱহাৰিক শিক্ষাৰ পথ প্ৰশস্ত হ'ল। মোমায়েক মথুৰামোহন দত্ত পাটোৱাৰীক সাৰথি কৰি লৈ তেওঁৰ বিধবা মাতৃ সুদক্ষা গৃহকৰ্ত্ৰী সুভদ্ৰা চৌধুৰীয়ে তৎপৰতাৰে পৰিয়ালটোৰ স্থিতি ৰক্ষা কৰিলে; ভূ-সম্পত্তিৰ তিলমানো অবক্ষয় হবলৈ নাপালে।

'নৰাণাং মাতুলাকৃতি' বুলি এষাৰ কথা আছে। চৌধুৰীদেৱৰ মিতব্যায়ী সঞ্চয়ী স্বভাৱ, অনাড়ম্বৰ জীৱন-যাপন আদি তেওঁৰ মাতৃৰ পৰা আহৰণ কৰিছিল বুলি বিশ্বাস হয়। জীৱনত ব্যৱসায় বৃত্তি অৱলম্বন কৰিলেও লাভ-লোকচানৰ শুদ্ধ হিচাব কৰিয়েই চলিছিল; সততা আৰু অধ্যৱসায়ৰ গুণে ব্যৱসায় জগতৰ যশস্বী পুৰুষ হৈছিল। তেওঁ ধন সঞ্চয় কৰিছিল ভোগৰ লালসাত নহয়,—ত্যাগৰ কাৰণে। 'ত্যাগেণ ভুঞ্জীযা' – ভাৰতীয় সনাতন সংস্কৃতিৰ আধাৰ উপনিষদ আদিষ্ট এই ত্যাগৰ আদৰ্শত ব্ৰতী হৈ শিক্ষা-সাহিত্য সংস্কৃতিৰ অনুষ্ঠান প্ৰতিষ্ঠা কৰিলে। পিতৃ-মাতৃৰ প্ৰতি শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিলে ৰাজেন্দ্ৰ চৌধুৰী ভৱন আৰু সুভদ্ৰা চৌধুৰী ভৱন নিৰ্মাণ কৰি। মাতৃজাতিক দেৱীজ্ঞানপূৰ্বক একনিষ্ঠভাৱে শিক্ষাৰ সেৱা কৰিলে মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ আৰু মহেন্দ্ৰ নাৰায়ণ

চৌধুৰী বালিকা মহাবিদ্যালয় প্ৰতিষ্ঠা কৰি। এই অনুষ্ঠান-প্ৰতিষ্ঠান-বোৰত বংশপৰিচয়, আত্মপৰিচয় সমুজ্বল হৈ ৰ'ল।

প্ৰায় চাৰিকুৰি পাঁচ বছৰীয়া কৰ্মক্লান্ত অথচ কৃতসংকল্প পাৰ্থিৱ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন নেওচি ১৯১৩ শকৰ ২৭ জেঠ ইংৰাজী ১৯৯১ চনৰ ১১ জুন তাৰিখ মঙ্গলবাৰে নিশা ১১-৪৫ মিনিটত ইহলীলা সম্বৰণ কৰিলে।

কবিগুৰুৰ ভাষাত

"কৰিলে বৰণ
ৰূপহীন মৰণেৰে মৃত্যুহীন অপৰূপ সাজে।"

কবিৰ ভাষাত কবৰ মন গৈছে—

তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ,
তাই তব জীৱনেৰ ৰথ
পশ্চাতে ফেলিয়া যায় কীৰ্ত্তিৰে তোমাৰ
বাৰম্বাৰ।
তাই চিহ্ন তব পৰে আছে, তুমি হেথা নাই

# আমাৰ দৃষ্টিত চৌধুৰী

আজি কেইবছৰমানৰ আগৰ কথা। সভা গাবলৈ গৈছিলোঃ সভাপতি স্বৰূপে। নলবাৰীলৈ। লক্ষ্য—সম্মিলনৰ বাৰ্ষিক সভা। সুন্দৰভাৱে সজোৱা আহল-বহল মণ্ডপত বিৰাট ৰাইজৰ সমাবেশ। সভা উদ্বোধন কৰিছিল সেইকালৰ অসম চৰকাৰৰ স্বাস্থ্যমন্ত্ৰী চন্দ্ৰ প্যাটোৱাৰীয়ে।

সেই সভাতেই মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱক তেনেই ওচৰতে পাইছিলো। লগতে পাইছিলো ত্ৰৈলোক্য গোস্বামীদেৱক। দুয়োজনকে সেই সভাতেই ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনাবলৈ স্থিৰ কৰা হৈছিল। দুয়োজন প্ৰথিতযশা লোকক ওচৰতে পাই নিজেই ধন্য হৈছিলোঁ। গোস্বামীদেৱ আছিল আমাৰ পূৰ্বৰে পৰা বৰ আপোনজন। ৰাজনীতি, সমাজনীতি, শিক্ষানীতি, সাহিত্য আৰু সঙ্গীত চৰ্চাৰ এজন জিজ্ঞাসু লোক। সেয়ে সিদিনা বহুদিনৰ পৰা বহু কথা শুনি থকা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱক ওচৰতে পাই তেওঁৰ সতে কথা পতাৰ কাৰণে বৰ হেঁপাহ হৈছিল। তদুপৰি মোৰ ভাতৃতুল্য নলবাৰী কলেজৰ অধ্যাপক শ্ৰীৰমণী বৰ্মণে মোক এইজনা জ্ঞানী, গুণী আৰু চিন্তাশীল ব্যক্তিৰ কথা কৈ তেওঁৰ প্ৰতি মোৰ আকৰ্ষণ বঢ়াই তুলিছিল। পোনতে মোৰ চিনাকি দি তেওঁক সেৱা এটি জনালো। তেওঁ মোৰ পৰা হঠাতে এনে আচৰণ আশা কৰা নাছিল—কলে, "কি কৰে জ্ঞানী-গুণী জনে অজ্ঞক পূজে দেখোঁ।" তেওঁৰ বদান্যতা, তেওঁৰ সৰলতাৰে সদায় জুখিব পাৰি। তেওঁক আমাৰ কথা এৰি সভাৰ মাজতে কৃষকৰ সমস্যা লৈ লিখা "আমাৰ খাদ্য আৰু বৈদেশিক মুদ্ৰা সংকট"ৰ কথা উলিয়ালো।

তেওঁ এটা ক্ষীণ হাঁহি মাৰি কলে, "বহুতে শলাগে সঁচা কিন্তু কৰ্ত্তাসকলে দেখোন একো কাণসাৰ নিদিয়ে। তেওঁ সেই কম সময়তে

এধাৰ গাজত লগা কথা কলে, "বুজিছে, কৃষকৰ উন্নতিৰ হকে সকলোৱে দেহে-কেহে নালাগিলে কোনো পৰিকল্পনাৰে আমাৰ দেশ ৰক্ষা কৰিব নোৱাৰি।"

সেইদিনা সিমানতে আমাৰ কথা শেষ হ'ল। কিয়নো কাৰ্য্যসূচী অৰ্থাৎ সম্বৰ্দ্ধনা জ্ঞাপনৰ পিচতে দুয়ো গৰাকীয়ে সভাৰ পৰা বিদায় ললে। দুয়োজনকে বৰ ক্লান্ত দেখিছিলোঁ। ত্ৰৈলোক্য গোস্বামীদেৱৰ সেইখনে জীৱনৰ শেষ সভা আছিল। অৱশ্যে চৌধুৰীদেৱে আৰু কোনো সভাত যোগ দিছিল নে নাই নাজানোঁ। পিচত তেওঁৰ বিয়োগ বাতৰিও পালোঁ।

স্বৰ্গীয় চৌধুৰীদেৱৰ বিষয়ে এবাৰ লেখিছিলোঁ। বাটৰহাটত। তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ 'ৰচনাৱলী'খন পঢ়ি বৰ উদ্বুদ্ধ হৈছিলোঁ। তেওঁৰ চিন্তাশীল মনৰ পৰিচয় পাই শ্ৰদ্ধাত মূৰ দোঁ খাই আহিছিল। কিয়নো এই পুথিৰ প্ৰত্যেকটি পাঠেই বৰ মনোজ্ঞ আৰু অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি লিখা। তেখেতে "নতুন পুৰুষৰ ভৱিষ্যত" শিতানৰ পাঠত লিখিছে—"মোৰ বোধেৰে শিক্ষিত নিবনুৱাৰ উৎপত্তিৰ স্থল হৈছে আমাৰ দেশৰ বিশ্ববিদ্যালয়কে ধৰি শিক্ষানুষ্ঠান-বোৰ। সঁচা কথা কবলৈ গলে অসমত এতিয়াও কামৰ অভাৱ হোৱা নাই, অভাৱ কৰ্মীৰ হে। আমাৰ শিক্ষিতসকল আৰামপ্ৰিয়, চাকৰিৰ মোহত আবদ্ধ। তেওঁলোকে নিজৰ ঘৰুৱা জীৱনতো শাৰীৰিক শ্ৰম কৰিলে মান হানি হ'ব বুলি অনুভৱ কৰি কেৱল অলসভাৱে কাল কটায়।" এইষাৰ সঁচা কথা তেওঁ সাহসেৰে কোৱা নাইনে? তদুপৰি সেই পাঠতে তেওঁ লিখিছে—"এই শিক্ষানুষ্ঠানবোৰত ল'ৰা-ছোৱালী-ইঁতক ঠিক আঢ্যবন্ত লোকৰ বিশ্ৰাম কক্ষত গাম্‌লাত ৰোৱা ফুলপুলিৰ দৰে, দেশৰ মাটি-পানীৰ লগত সম্পৰ্কহীন শিক্ষা লাভ কৰিব দিয়া যেনহে অনুভৱ হয়। এই শিক্ষানুষ্ঠানবোৰত ছাত্ৰ-ছাত্ৰীক গুৰিৰে পৰা স্বাৱলম্বনৰ শিক্ষা দিয়া নহয় কাৰণে সময়ত তেওঁলোকে নিজৰ আৱশ্যকীয় আহাৰ দেশৰ মাটিৰ পৰা সংগ্ৰহ কৰিব নোৱাৰি গাম্‌লাৰ ফুলপুলিৰ

দৰে পৰনিৰ্ভৰশীল হ'ব লগাত পৰে। আৱশ্যকীয় সাৰ, গোবৰ আৰু পানী দি নাথাকিলে যেনেকৈ গাম্‌লাৰ ফুলকেইটা মৰহি যাব তেনেকৈ চৰকাৰ বা অভিভাৱকৰ আৰামি চাকৰি বা ভাত-কাপোৰৰ যথা-বিহিত ব্যৱস্থা নকৰিলে আমাৰ নতুন পুৰুষসকলো যেন লেৰেলি যোৱাৰ উপক্ৰম।"

চৌধুৰীদেৱৰ এই বক্তব্য যেন আমাৰ আজিৰ নতুন চাম লোকৰ এক সঁচাৰ কাঠি তাকেই প্ৰমাণ কৰে। নিজৰ ভৰিত নিজে থিয় হৈ প্ৰকৃত মানুহ হোৱা মাননীয় চৌধুৰীদেৱে স্কুল-কলেজৰ শিক্ষা নোহোৱাকৈও সমাজ গঠনৰ বিষয়ে যিবোৰ উক্তি আমাৰ মাজত চটিয়াই গৈছে সেইবোৰ চালি-জাৰি কামত লগালে আমাৰ সমাজ যে ধন্য হ'ব তাক ন দি কব পাৰি। দেশৰ কাৰণে সঁচা চিন্তা কৰা লোকৰ আমাৰ অভাৱ। কিন্তু ৺চৌধুৰীদেৱ সেই অভাৱৰ মাজতেই এটা জ্বলন্ত উদাহৰণ আছিল, কিয়নো তেওঁ যি উক্তি কৰিছে তেওঁৰ জীৱনত তাৰ প্ৰকৃত পৰিচয় আৰু উদাহৰণ তেওঁ নিজেই দি গৈছে। নিজৰ কঠোৰ সাধনাৰ দ্বাৰা সাধক স্বৰূপে প্ৰতিষ্ঠিত হৈ চৌধুৰীদেৱে সাধকৰ উক্তিৰে আনক সঁকিয়াই গৈছে। সেইবোৰ গ্ৰহণ কৰিবলৈ আমাৰ এতিয়াও সময় উকলি যোৱা নাই। তেওঁৰ মৃত্যু বাৰ্ষিকী উদ্‌যাপন কৰি উদ্যোক্তাসকলে যি উচিত কাম কৰিছে তাক দেশবাসীয়ে শলাগিবলগীয়া। স্বৰ্গীয় চৌধুৰীদেৱে তেওঁৰ ৰচনাৱলীৰ যোগেদি যি পাঠ আগবঢ়াই গৈছে সেইবোৰ আজিও অচল হৈ যোৱা নাই। সেইবোৰ পালন কৰিবলৈ আজিও আমাৰ সমাজ আৰু চৰকাৰ আগবাঢ়ি আহিলে দেশৰ নিশ্চয় মঙ্গল হ'ব।

সেয়ে আজিও চৌধুৰীদেৱৰ এই চিন্তাশীল লিখাবোৰৰ বহুল প্ৰচলন হোৱাটো আৱশ্যক। আমি আগৰ লিখাতো লেখিছিলোঁ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী "ৰচনাৱলী"—আমাৰ নতুন চামৰ কাৰণে এক হাত পুথি স্বৰূপ হওক আজিও সেই আশাৰেই আমি আশা কৰি থাকোঁ।

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ঃ এক বিৰল ব্যক্তিত্ব

একোজন ব্যক্তিয়ে নিজৰ চৰিত্ৰ আৰু আদৰ্শৰ প্ৰতি নিষ্ঠা, অধ্যাৱসায় আৰু সততাৰ ফলত বিশ্ববিদ্যালয়ৰ কোনো শিক্ষা নোপোৱাকৈয়ো সমাজত যে প্ৰতিষ্ঠা লাভ কৰিব পাৰে আৰু নিজস্ব ব্যক্তিত্বৰ প্ৰভাৱত সকলোৰে শ্ৰদ্ধাভাজন হয়, ৺মহেন্দ্ৰ নাৰায়ণ চৌধুৰী এনে এজন ব্যক্তিয়ে আছিল। সৰুতে পিতৃহাৰা চৌধুৰী মাকৰ তত্ত্বাৱধান আৰু নিয়ন্ত্ৰণৰ সহায়ত ডাঙৰ-দীঘল হৈছিল। মাকৰ প্ৰভাৱ তেখেতৰ ওপৰত বাৰুকৈয়ে পৰা বুলি কব পাৰি। নিয়মানুবৰ্ত্তিতা, কৰ্ত্তব্যৰ প্ৰতি নিষ্ঠা, দায়িত্ববোধ, সততা আৰু ধৰ্ম তথা ভগৱানৰ প্ৰতি অটল বিশ্বাস তেখেতে মাকৰ পৰা পোৱা বুলি অনুমান কৰিব পাৰি। এটা উদাহৰণ দিছো। পিতৃ বিয়োগৰ পিছত তেখেতে জীৱিকাৰ কথা ভাবিবলগীয়া হৈছিল আৰু বেহা-বেপাৰৰ মাধ্যমেৰে তেখেতে জীৱিকাৰ পথ উলিয়াবলৈ মনস্থ কৰি ধনৰ বাবে মাকক খাটনি ধৰিছিল।

মাকে সৰু ল'ৰা এজনক সহজে চলাহী লোকে ঠগাই ধনখিনি খাব বুলি ভাবি প্ৰথমে যদিও সন্মত হোৱা নাছিল, পিছত স্বৰ্ত্ত সাপেক্ষে আৱশ্যকীয় ধন দিছিল। স্বৰ্ত্ত আছিল প্ৰত্যেক দিনে ব্যৱসায়ৰ হিচাব কৰি সন্ধ্যাবেলা বেপাৰ সামৰাৰ পিছত সম্পূৰ্ণ হিচাপ দিব লাগিব। এই নিয়ম তেখেতে জীৱনৰ শেষ সময়লৈ অৰ্থাৎ ব্যৱসায়ৰ শেষ দিনলৈ মানি চলিছিল।

ব্যৱসায়ত উন্নতিৰ এটা মূল উপায় হ'ল মিতব্যয়িতা। যাক ইংৰাজীত Austerity বোলে। যদি অৰ্জনতকৈ খৰচৰ পৰিমাণ বেছি হয় তেতিয়া ব্যৱসায় ধ্বংস হয়। অসমীয়াত এবাৰ কথা আছে-- "অলপ অৰ্জন বিস্তৰ ভক্ষণ, সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ।" মিতব্যয়ীভাৱে চলি সদায় এটা বুজন অংশ ৰাহি কৰিলেহে মূলধন বাঢ়ে। তাৰ ফলত ব্যৱসায় বাঢ়ে আৰু বেছি লাভ হয়। অশোক মেহতাই তেওঁৰ বিখ্যাত গ্ৰন্থ 'সমাজবাদত' এজন ইংৰাজ ইহুদী ব্যৱসায়ীৰ

উদাহৰণ দিছে। অতি সামান্য ধনেৰে ব্যৱসায় আৰম্ভ কৰি এই গৰাকী ব্যক্তি আন্তঃৰাষ্ট্ৰীয় ব্যৱসায়ীত পৰিণত হ'ব পাৰিছিল। এই উন্নতিৰ মূলতে আছিল মিতব্যয়িতা। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ এই গুণ যথেষ্ট আছিল আৰু তাৰ ফলতে তেখেত ব্যৱসায়ত আগবাঢ়ি যাব পাৰিছিল।

পিছে এই গুণৰ লগতে তেখেতৰ আন গুণো আছিল যাৰ ফলত তেওঁ অন্যান্য ব্যৱসায়ীৰ পৰা সম্পূৰ্ণ বেলেগ আছিল। সততা, আদৰ্শ তথা ধৰ্মৰ প্ৰতি থকা গভীৰ আস্থা আদিয়ে এজন সাধাৰণ ব্যৱসায়ীৰ লোভ আৰু শোষণমূলক প্ৰবৃত্তিৰ পৰা তেখেতক সদায়ে আঁতৰত ৰাখিছিল। সমাজবাদৰ অন্যতম পিতৃস্বৰূপ ইংগেল্‌চো এজন ব্যৱসায়ী আছিল। তেৰোঁ ব্যৱসায় শোষণৰ বাবে কৰা নাছিল। বৰং এখন শোষণমুক্ত সমাজ প্ৰৱৰ্ত্তনৰ বাবেহে কৰিছিল।

উপনিষদৰ পৰা আৰম্ভ কৰি প্ৰায় সকলোবোৰ ধৰ্মশাস্ত্ৰই এটা মহান আদৰ্শক অনুশাসন হিচাবে দিছে। "তোমাৰ উপাৰ্জনৰ এটা অংশ আনৰ বাবে তথা সমাজৰ বাবে ত্যাগ কৰিহে ভোগ কৰিবা, তোমাৰ উপাৰ্জন আনৰ লগত লগলাগি ভোগ কৰিবা।" এই আদৰ্শ বিহীন ব্যক্তি এগৰাকী লোভী, কৃপণ আৰু শোষণকাৰীত পৰিণত হয়। মহাত্মা গান্ধীয়ে সমাজৰ প্ৰতি এই কৰ্ত্তব্যৰ কথা বিবেচনা কৰিয়েই তেখেতৰ "ন্যাসৰক্ষক" (Trusteeship) মতবাদৰ উদ্ভাৱন কৰিছিল। উক্ত আদৰ্শ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে বিশ্বাস কৰিছিল আৰু বাস্তৱত ৰূপায়িত কৰাৰ চেষ্টা কৰিছিল। সমাজৰ প্ৰতি থকা দায়িত্ব সম্পৰ্কে তেখেত সদায় সচেতন আছিল।

হিন্দু ধৰ্মই প্ৰত্যেক ব্যক্তিৰে কেইটামান ঋণৰ কথা কৈছে যেনে : দেৱঋণ, পিতৃঋণ। গীতাৰ ৩য় অধ্যায়ত ১০-২ শ্লোকত দেৱঋণৰ উল্লেখ কৰিছে। এই শ্লোকত কোৱামতে একে অৰ্থতে পিতৃ-ঋণ আৰু সমাজৰ প্ৰতি থকা ঋণৰ কথাও বুজায়। তেখেতক কোনোবাই তেখেতে দিয়া দানৰ কথা উল্লেখ কৰিলে তেখেতে সদায় একো দিয়া নাই

বুলি কৈছিল। তেখেতে পিতৃ-পুৰুষৰ সম্পত্তিৰ এটা সৰু অংশ সমাজৰ সেৱাৰ বাবে আগবঢ়াইছে মাত্ৰ। গতিকে (তেওঁৰ মতে) তাত তেওঁৰ গৌৰৱ কৰিবলগীয়া একো নাই। আন এটা মন কৰিবলগীয়া বৈশিষ্ট্য আছিল তেখেতৰ সকলোবোৰ দানেই চৰ্ত্তবিহীন আছিল।

এই আদৰ্শবোৰৰ প্ৰতি নিষ্ঠা আৰু ভগৱানৰ ওপৰত আস্থা আদিয়ে তেখেতক এজন উচ্চ ব্যক্তিত্বসম্পন্ন পুৰুষত পৰিণত কৰিছিল। সকলো শ্ৰেণীৰ লোকেই তেওঁৰ ব্যক্তিত্বৰ ওচৰত সেও মানিছিল। তেখেতৰ কোনো শত্ৰু নাছিল আৰু সকলোকে সমানে চোৱাৰ ক্ষমতা তেখেতে লাভ কৰিছিল।

সাহিত্য-সংস্কৃতিৰ মাজেৰেও তেখেতৰ ব্যক্তিত্ব ফুটি ওলাইছিল। নলবাৰী সাহিত্য সমাজ আৰু ইয়াৰ শাখা লেখক সংঘত পঠিত ৰচনা, কবিতা আদিৰ অনুশীলনে তেখেতক এজন পৈণত লিখকত পৰিণত কৰিছিল। তেখেতে আলোচনা কৰা বিভিন্ন প্ৰবন্ধ, কবিতা আদিৰ মাধ্যমত মানৱতাৰ প্ৰতি তেখেতৰ গভীৰ সহানুভূতি আৰু ভালপোৱা ফুটি ওলাইছিল আৰু সেইদৰে এইবোৰে দেশৰ আৰু নিঃস্ব মানৱৰ সমস্যাৰ উপলব্ধিৰ সাক্ষী বহন কৰে।

শিক্ষা-সংস্কৃতিলৈ তেখেতৰ দান অতুলনীয়। তেখেতৰ দানেৰেই নলবাৰী সাহিত্য সমাজৰ স্থায়ী ভৱন নিৰ্মিত হয়। এই ভৱনৰ সকলো আচবাবো তেখেতেই দান কৰে। সমাজলৈ তেখেতৰ আটাইতকৈ ডাঙৰ আৰু শ্ৰেষ্ঠ বৰঙণি হ'ল ছোৱালী উচ্চ মাধ্যমিক স্কুল আৰু ছোৱালী কলেজ। এই দুয়োটা অনুষ্ঠানলৈ তেখেতে মাটি, ঘৰ, আচবাব আদি সকলোখিনি দিছে। আনকি শিক্ষকৰ দৰমহা আৰু আন খৰছো বহুদিনলৈ দি আছিল। জীৱনৰ শেষ কালছোৱাত তেখেতে এই অনুষ্ঠানকেইটাৰ বাবে ব্যৱসায় কৰিছিল।

এনে এগৰাকী গুণী, সাধু আৰু আদৰ্শবান ব্যক্তি সমাজত প্ৰায়ে পোৱা নাযায়। তেখেতৰ আদৰ্শই আমাৰ ডেকা-গাভৰুসকলক অনুপ্ৰাণিত কৰক।

## মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ঃ এক ব্যতিক্ৰমী ব্যক্তিত্ব

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী —চমুকৈ মহেন্দ্ৰ চৌধুৰী কোনো ৰাজনৈতিক নেতা নাছিল। তেখেতে কোনো প্ৰভাৱশালী সামাজিক সংগঠনৰ গুৰি ধৰোতা স্বীকৃত সমাজ সেৱকো নাছিল। আমি সচৰাচৰ বুজি পোৱা ধৰণে সাংস্কৃতিক জগতলৈকো তেখেতৰ কোনো চকুত লগা বৰঙণি নাছিল। কিন্তু আজি বহু বছৰৰ পৰা তেখেতৰ নিজ বাস-ভূমি আৰু কৰ্মভূমি নলবাৰী অতিক্ৰম কৰি এক বিস্তৃত অঞ্চলত তেখেতৰ নামৰ উচ্চাৰণে উদ্ৰেক কৰি আহিছে বিস্ময়মিশ্ৰিত শ্ৰদ্ধা আৰু প্ৰশংসাৰ। তেখেতৰ জীৱন কালতে তেখেতৰ মৃত্যুৰ ভালেমান বছৰৰ আগতে নলবাৰীৰ গুণমুগ্ধ সমাজৰ উদ্যোগত আৰু নলবাৰীৰ বাহিৰৰো বিভিন্ন জনৰ সক্ৰিয় সহযোগত প্ৰকাশ পাইছিল "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী অভিনন্দন গ্ৰন্থ"। আৰু সম্প্ৰতি তেখেতৰ মৃত্যুৰ প্ৰথম বাৰ্ষিকী উপলক্ষে আয়োজন চলিছে "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী স্মৃতিগ্ৰন্থ" প্ৰকাশৰ। ইয়াৰ মাজেদিয়েই প্ৰতিফলিত হৈছে চৌধুৰাদেৱৰ প্ৰতি মানুহৰ স্বতঃস্ফূৰ্ত সন্মান আৰু সমাদৰৰ অভিব্যক্তি। দেখাত সাধাৰণ যেন লগা এই ব্যৱসায়জীৱী মানুহ গৰাকীৰ প্ৰতি কিয় এই অসাধাৰণ অনুৰাগ ?

তেখেতৰ বিত্তশালিতাৰ কাৰণে ?

প্ৰায় সাধুকথাত ঘটাৰ দৰে দাৰিদ্ৰ্যৰ পৰা ঐশ্বৰ্যলৈ তেখেতৰ ৰোমাঞ্চকৰ ৰূপান্তৰৰ কাৰণে ?

ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰতি তেখেতে দেখুওৱা বদান্যতাৰ কাৰণে ?

তেখেতৰ সদালাপী, মিতাচাৰী আৰু অনাড়ম্বৰ স্বভাৱৰ কাৰণে ?
তেখেতে কৰা সাহিত্য সৃষ্টিৰ প্ৰয়াসৰ কাৰণে ?

হয়, মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ভাবমূৰ্তি গঢ় লৈ উঠাত এই সকলোবোৰৰেই অৰিহণা আছে— কিছু নহয় কিছু। কিন্তু তেখেতৰ সামাজিক প্ৰতিষ্ঠালাভৰ ব্যাখ্যা ওপৰৰ কাৰণসমূহে সুকীয়া সুকীয়াকৈতো দিব নোৱাৰেই, সেইবোৰৰ যান্ত্ৰিক সমাহাৰেও নোৱাৰে। সেই ব্যাখ্যা পোৱা যাব পাৰে সেই সকলোকে অতিক্ৰম কৰি চৌধুৰীদেৱৰ জীৱনচৰ্য্যা আৰু জীৱনবোধৰ সামগ্ৰিকতাত।

আমাৰ সমাজত দাৰিদ্ৰ্য যিদৰে আছে সেইদৰে বিত্তবান ব্যক্তিৰ সংখ্যাও নগণ্য নহয়। বিত্তবান ব্যক্তিসকলে বাহ্যিকভাৱে সমাজত প্ৰতিপত্তি লাভ কৰিলেও আন্তৰিক আৰু নৈতিক সমৰ্থন কাচিৎহে পায়। চৌধুৰীদেৱে যে তাক পাইছিল সেইটো নিঃসন্দেহ। তাৰ কাৰণ, তেখেতে নিজ বিচক্ষণতা আৰু শ্ৰমেৰে প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিছিল যদিও অৰ্থক তেখেতৰ জীৱন-ধাৰণ আৰু চিন্তাৰ প্ৰণালীক স্থূল বৈষয়িকতাৰ পিনে টানি লৈ যাবলৈ দিয়া নাছিল। অৰ্থক তেখেতে নিজৰ দাস কৰি লৈছিল, নিজে অৰ্থৰ দাস হৈ যোৱা নাছিল।

দাৰিদ্ৰ্যৰ পৰা প্ৰভূত প্ৰাচুৰ্যলৈ চৌধুৰীদেৱৰ ৰূপান্তৰক চমক-প্ৰদ বুলি মানি ললেও তুলনাবিহীন বুলি কোৱাৰ থল নাই। ইয়াতকৈও অভাৱনীয় ৰূপান্তৰৰ বহুতো দৃষ্টান্ত আছে। কিন্তু চৌধুৰী-দেৱৰ ক্ষেত্ৰত এই ৰূপান্তৰৰ লগত যুক্ত হৈছিল এক বিশেষত্ব। তেখেতে এহাতে দাৰিদ্ৰ্যৰ পৰা আঁতৰি আহি প্ৰাচুৰ্যৰ মাজতো অহৈতুক আড়ম্বৰক পৰিহাৰ কৰি চলিছিল আৰু আনহাতে সমাজৰ দাৰিদ্ৰ্য মোচনৰ, প্ৰয়োজন পূৰণৰ কাৰণে চিন্তা কৰিছিল।

আৰু এইখিনিতে আহি পৰে তেখেতৰ বদান্যতাৰ কথা, দান-শীলতাৰ কথা।

চৌধুৰীদেৱ অৰ্থ সংগ্ৰহ আৰু অৰ্থ সঞ্চয়ৰ প্ৰতি বিমুখ নাছিল স᳚চা। কিন্তু স্বাৰ্থসৰ্বস্ব গৃধ্নুতাৰ পৰা তেখেত মুক্ত আছিল। তেখেতে অৰ্থক যুক্ত কৰিব খুজিছিল সমাজৰ কল্যাণৰ লগত। প্ৰচুৰ অৰ্থ ব্যয়েৰে ভোগৰ প্ৰদৰ্শনী পতাৰ যি প্ৰৱণতা আমাৰ সমাজলৈ নতুনকৈ আহিছে তাৰ প্ৰতি তেখেতৰ সমৰ্থন নাছিল। অৰ্থক অহৈতুক বিলাস-ব্যসনৰ আহিলা হিচাপে নলৈ তাৰ সংযত ব্যৱহাৰেৰে সঞ্চয় কৰাত তেখেতে অধিক গুৰুত্ব দিছিল। অথচ সেই যত্নলব্ধ সঞ্চয়ৰেই প্ৰভূত অংশ সমাজলৈ আগবঢ়াইছিল দান স্বৰূপে। আকৌ সেই দানৰ কাৰণে তেখেতে যি ক্ষেত্ৰ নিৰ্বাচন কৰিছিল তাৰ মাজেদিও প্ৰতিফলিত হৈছিল সমাজৰ অভাৱ মোচনৰ, প্ৰয়োজন পূৰণৰ, কল্যাণ সাধনৰ আকাঙ্ক্ষা। সেই ক্ষেত্ৰ আছিল ঘাইকৈ শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰ। শিক্ষাৰ ভিতৰতো তেখেতে বাছি লৈছিল স্ত্ৰী-শিক্ষাৰ জগতখন য'ত সমাজৰ প্ৰয়োজন তুলনামূলকভাৱে অধিক।

আনুষ্ঠনিক ডিগ্ৰিৰ লেখৰে মহেন্দ্ৰ নাৰায়ণ চৌধুৰী উচ্চাশিক্ষিত ব্যক্তি নাছিল। কিন্তু শিক্ষাৰ অৰ্থ যদি ব্যক্তিত্বৰ পৰিশীলন আৰু মানসিক দিগন্তৰ সম্প্ৰসাৰণ হয় তেনেহলে চৌধুৰীদেৱ আছিল প্ৰকৃতাৰ্থত শিক্ষিত ব্যক্তি। আকৌ শিক্ষাৰ প্ৰতি তেখেতৰ যি অকৃত্ৰিম অনুৰাগ, শিক্ষা প্ৰসাৰৰ প্ৰতি তেখেতৰ যি বিশিষ্ট অৱদান, তাৰ মাজেৰে তেখেতে তথাকথিত শিক্ষিত বহুততকৈ অধিক স্থায়ী স্বাক্ষৰ ৰাখি থৈ গৈছে।

চৌধুৰী ডাঙৰীয়াই কিছু সাহিত্য চৰ্চাও কৰিছিল। তেখেতৰ সাহিত্য-কৃতিৰ গুণগত মানৰ প্ৰসঙ্গ মই ইয়াত আনিব খোজা নাই। কিন্তু তেখেতৰ সাহিত্য প্ৰয়াসে অন্ততঃ এই সাক্ষ্য দাঙি ধৰে যে তেখেতৰ এটা সুকুমাৰ মন আছিল। সেই ফালৰ পৰা তেখেতক সংস্কৃতিৰ সেৱক বুলি কোৱাৰ থল থাকে। কিন্তু মহেন্দ্ৰ চৌধুৰীৰ ভিতৰত মই এজন প্ৰকৃত সংস্কৃতিবান পুৰুষৰ ছবি দেখা পাওঁ আন কাৰণত। সাহিত্য বা অন্যান্য সুকুমাৰ কলাৰ চৰ্চাতেই সংস্কৃতি সাধনাৰ পৰাকাষ্ঠা

নিহিত নাথাকে। থাকে বাহ্যিক আৰু আন্তৰিক সুকুমাৰত্বৰ সন্তুলিত উৎকৰ্ষৰ মাজত। যি পথত সৎ আচৰণৰ লগত সৎ অভিপ্ৰায়ৰ সামঞ্জস্য থাকে, সুৰুচিৰ লগত মিলন ঘটে সুনীতিৰ, ব্যক্তিগত আৰু পাৰিবাৰিক স্বাৰ্থৰ লগত সামূহিক কল্যাণৰ বিৰোধ নঘটে, সেই পথেই প্ৰকৃত সংস্কৃতিৰ পথ। মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল সংস্কৃতিৰ সেই ৰাজপথৰ নীৰৱ অথচ অক্লান্ত পথিক।

মোৰ এনে ভাব হয় যে চৌধুৰী ডাঙৰীয়াৰ জীৱন আৰু কৰ্মৰ ওপৰত যেন, তেওঁৰ অলক্ষিতে ছাঁ পৰিছিলহি ভাৰতীয় জীৱন দৰ্শনৰ কিছুমান সু-উচ্চ আদৰ্শৰ। সাধ্য অনুসৰি কৰ্ম কৰি যোৱা কিন্তু তাত প্ৰয়োজনতকৈ অধিক আসক্ত নহবা। ভোগ কৰা কিন্তু ত্যাগৰ মাজেদি— তেনে ত্যক্তেন ভুঞ্জীথাঃ।

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সমাজমুখী জীৱন

বিশ্বজগত ৰহস্যময় আৰু বৈচিত্ৰময়। এই জগতৰ শ্ৰেষ্ঠ জীৱ মানুহ। মানুহৰ প্ৰতিভা আছে, বুদ্ধি আছে আৰু অফুৰন্ত কৰ্ম-শক্তিও আছে। প্ৰতিভাশালী লোক নিজৰ কৰ্মশক্তি আৰু নিষ্ঠাৰ বলত উচ্চ শিক্ষিত হয়; সমাজৰ উচ্চ স্থানত স্থিতি লাভ কৰে, ক্ষমতা আৰু প্ৰাচুৰ্যৰ মাজত জীৱন নিৰ্বাহ কৰে আৰু সৰহভাগেই কেৱল বৈষয়িক চিন্তাত জীৱন কটাই দিয়ে। সমাজে এইশ্ৰেণী লোকৰ ক্ষমতা আৰু প্ৰতিপত্তি থকালৈকে ওচৰ চাপে। যেতিয়াই এইসকলৰ প্ৰতিপত্তি নোহোৱা হয় তেতিয়া তেওঁলোক অকলশৰীয়া হৈ পৰে। তেনে ব্যক্তি লাহে লাহে বিস্মৃতিৰ গৰ্ভত লীন যায়। কিছুমানে আকৌ সমাজ জীৱনৰ মাজত সোমাই নিজক সমাজৰ সেৱাত নিয়োগ কৰি ত্যাগৰ আদৰ্শেৰে মহীয়ান হৈ ক্ষুদ্ৰ ব্যক্তিসত্বা অতিক্ৰম কৰি সমাজৰ বৃহত্তৰ স্বাৰ্থত নিজকে অৰ্পণ কৰে। তেনে ব্যক্তি সমাজত বৰ বিৰল।

নলবাৰীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী পিচৰবিধ মানুহৰ শাৰীত পৰে। শিক্ষা লাভ কৰাৰ সুবিধা তেওঁ নেপালে – পৰিস্থিতিৰ তাড়নাত। ছাত্ৰ হিচাবে মেধাৱী আছিল। ঘৰখনৰ দায়িত্ব লবলগীয়া হোৱা চৌধুৰীয়ে কিশোৰ অৱস্থাত গেলামালৰ দোকান এখন দি কৰ্মজীৱনত প্ৰবৃত্ত হয়। নিজ অধ্যৱসায়ৰ বলত ব্যৱসায়ত উন্নতি লাভ কৰিছিল। নিজকে এজন সৎ ব্যৱসায়ী, চিন্তাশীল লেখক আৰু স্বোপাৰ্জ্জিত ধন, শিক্ষা আৰু সাহিত্যকেন্দ্ৰ গঢ়ি তোলাৰ বাবে খৰচ কৰি সমাজত দানবীৰ ৰূপে খ্যাতি অৰ্জন কৰিব পাৰিছিল। অসমৰ ভালেমান ঠাইত বিশিষ্ট দাতাসকলৰ যত্নত বহুতো অনুষ্ঠান গঢ়ি উঠিছে। ৰাধাকান্ত সন্দিকৈৰ দানেৰে চন্দ্ৰকান্দ সন্দিকৈ ভৱন আদি অনুষ্ঠান তেখেতৰ

বদান্যতাৰ স্বাক্ষৰ হৈ আছে। ধুবুৰীৰ ভোলানাথ কলেজ, গুৱাহাটীৰ ভোলা বৰুৱা কলেজ, ডিব্ৰুগড়ত কানৈৰ দানেৰে নিৰ্মিত তিনিখন কলেজ, বৰপেটাৰ মাধৱ চৌধুৰী কলেজ, নলবাৰীত হৰিনাৰায়ণ দত্ত বৰুৱাৰ দানেৰে গঢ়ি উঠা দেৱীৰাম পাঠশালা আদি অসংখ্য অনুষ্ঠান বিভিন্ন দাতাৰ অৱদান। এই দাতাসকলৰ তুলনাত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী কম আঢ্যৱন্ত। হৰিনাৰায়ণ দত্ত বৰুৱাৰ বাহিৰে আটাইবোৰকে লক্ষীৰ বৰপুত্ৰ বুলি কব পাৰি। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ মনটো আছিল অতীৱ সুন্দৰ। সমাজৰ মংগলৰ বাবে, সাহিত্য-সংস্কৃতিৰ প্ৰসাৰৰ বাবে তেখেতৰ আছিল অদম্য উৎসাহ আৰু একাগ্ৰতা। তেখেতৰ দানেৰে নিৰ্মিত অনুষ্ঠানবোৰে তেখেতৰ নাম সমাজত চিৰদিন সমুজ্জ্বল কৰি ৰাখিব।

মানুহ চহকী হলেও দান কৰাৰ মানসিকতা সকলোৰে নেথাকে। নলবাৰী তথা অসমত বহুতো আঢ্যৱন্ত লোক আছে কিন্তু সমাজৰ অভাৱ পূৰণ কৰিবলৈ তেওঁলোক আগবাঢ়ি অহা নাই। এই ক্ষেত্ৰত চৌধুৰীদেৱ ব্যতিক্ৰম। তেখেতৰ পত্নী আৰু পুত্ৰসকলেও এনেদৰে উদাৰভাৱে দান কৰাত তেখেতে কোনোদিনে হকা-বধা কৰা নাই। বৰঞ্চ তেখেতে সদায় সুকৰ্মত দান-বৰঙণি আগবঢ়াবলৈ পুত্ৰসকলক উৎসাহহে যোগাই আহিছিল।

সামাজিক স্বীকৃতি, মান-সন্মান চৌধুৰীয়ে কোনো দিনে বিচৰা নাছিল। কিন্তু গুণমুগ্ধ নলবৰীয়া ৰাইজে ১৯৮১ চনৰ নবেম্বৰ মাহত তেখেতক ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনায়। এই সম্বৰ্দ্ধনাও তেখেতে বিচৰা নাছিল। তেখেতে সদায় কৈছিল "মইনো কি কৰিছো, ৰাইজৰ কাম ৰাইজে কৰিছে। মই নিমিত্ত মাত্ৰ।" ৰাইজে এজন ত্যাগী পুৰুষৰূপে তেখেতৰ বদান্যতাৰ, ধৰ্মভীৰু, সংস্কৃতিসম্পন্ন মানসিকতাৰ বাবে উলহ-মালহেৰে তেখেতৰ দানেৰে নিৰ্মিত বালিকা বিদ্যাপীঠত ৰাজহুৱা সম্বৰ্দ্ধনা সভা পাতে। এই ক্ষেত্ৰত নলবাৰী সাহিত্য সমাজে আগভাগ লৈ দান-

বৰঙণি সংগ্ৰহ কৰে আৰু সকলো শ্ৰেণীৰ লোকৰ পৰা সঁহাৰি লাভ কৰে। আনকি নলবাৰীৰ ধুবী, নাপিত, হৰিজনসকলেও বৰঙণি দি চৌধুৰীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰে। অগণন ৰাইজৰ স্বতঃস্ফূৰ্ত্ত সঁহাৰি পোৱা গৈছিল এই সম্বৰ্দ্ধনা সভাখনত। শোভাযাত্ৰা আৰু সম্বৰ্দ্ধনা সভাত অংশ লোৱা বিপুল জনতাই প্ৰতিপন্ন কৰিলে যে— চৌধুৰীয়ে সৰ্ব্ব স্তৰৰ লোকৰ মন জয় কৰিব পাৰিছে। সভাপতিৰ আসনত অধিষ্ঠিত প্ৰথিতযশা সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামীদেৱে ঘোষণা কৰিছিল যে চৌধুৰী এজন দানবীৰ, এজন সৎ ব্যৱসায়ী, নীৰৱ সমাজ সেৱক আৰু শিক্ষাপ্ৰেমী। তেখেতৰ জীৱনৰ গুণৰাজিৰ ওপৰত ভিত্তি কৰি ছপাই উলিওৱা হৈছিল এখনি অভিনন্দন গ্ৰন্থ। চৌধুৰীৰ বিয়োগত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। আমাৰ ধাৰণা নলবাৰী তথা অসমৰ সমাজ জীৱনৰ কোঁহে কোঁহে তেখেত চিৰবৰ্ত্তমান হৈ থাকিব।

# স্বৰ্গীয় মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক মই যিদৰে জানো

স্বৰ্গীয় মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ প্ৰথম মৃত্যু বাৰ্ষিকী উপলক্ষে তেখেতৰ জীৱনীমূলক তথ্যৰ আধাৰত এখন পুথি প্ৰকাশৰ প্ৰস্তুতি চলোৱা বুলি জনিব পাৰি মই অত্যন্ত আনন্দিত হৈছোঁ। এইজনা সৎ, নিষ্ঠাবান, সাহসী কৰ্ম্মযোগী পুৰুষৰ বিষয়ে মোক প্ৰবন্ধ লিখিব দিয়াত মই নিজকে কৃতাৰ্থ মানিছো আৰু 'মহেন্দ্ৰ নাৰায়ণ চৌধুৰী স্মৃতিগ্ৰন্থ সম্পাদনা সমিতি'লৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। মই কোনো বিশিষ্ট লেখক বা সাহিত্যিক নহওঁ। মই এজন চিকিৎসক। মোৰ লিখনিত সাহিত্যৰ সোৱাদ পোৱা নিশ্চয় টান হ'ব, কিন্তু মই মোৰ শৈশৱ জীৱনৰ পৰা তেওঁক শেষ বাৰলৈ লগ পোৱা দিনলৈ তেওঁৰ পৰা যিখিনি অমূল্য জ্ঞান লাভ কৰিছো তাকেহে জনাবলৈ চেষ্টা কৰিম।

১৯০৬ চনৰ চেপ্টেম্বৰ মাহৰ ২১ তাৰিখে (৫ আহিন) স্বৰ্গীয় মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জন্ম হৈছিল। তেওঁৰ পিতৃৰ নাম ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু মাতৃৰ নাম সুভদ্ৰা দেৱী আছিল। তেখেতৰ তেৰ বছৰ বয়সতে পিতৃবিয়োগ হয়। গতিকে বিদ্যালয়ৰ আনুষ্ঠানিক শিক্ষা লাভৰ পৰা তেওঁ বঞ্চিত হ'ব লগা হয়। সেই সময়ত তেওঁ-লোকৰ আৰ্থিক অৱস্থা ভাল নাছিল। সেয়ে বৰ কম বয়সৰ পৰাই তেওঁ পৰিয়ালৰ জীৱিকা অৰ্জ্জনৰ বাবে ব্যস্ত থাকিবলগা হৈছিল। সম্বন্ধত তেখেত মোৰ ডাঙৰ মামা আছিল। আমাৰ মা ৺কামিনীবালা চৌধুৰীতকৈ ডাঙৰ। মামা দুই বছৰে সৰু আছিল। তেওঁলোক উভয়ৰ মাজত মৰম-চেনেহৰ এনাজৰীডাল বৰ দৃঢ় আছিল।

১৯০৬ চনৰ কোনোবা এটা শুভ দিনত ডাঙৰ মামাক আমাৰ বৰমাখিবাহাৰ ঘৰত মই পোনপ্ৰথমবাৰ লগ পাইছিলোঁ। তেতিয়া

মোৰ বয়স আছিল ৭ বছৰ। সেই সময়ত মাখিবাহা আৰু নলবাৰীৰ মাজত যাতায়তৰ সুচল ব্যৱস্থা নথকাৰ বাবে মামা আৰু মাৰ পৰস্পৰৰ ঘৰলৈ অহা-যোৱা কেতিয়াবাহে হৈছিল, কিন্তু আমাৰ পিতা ৺চণ্ডীচৰণ চৌধুৰীয়ে মামাৰ লগত সঘনাই যোগা যোগ ৰাখিছিল। আমাৰ পিতা চৰকাৰী কৃষি বিভাগৰ এজন কৰ্ম্মচাৰী আছিল। কামৰ বাবে গাওঁবোৰ ঘূৰিবলগা হৈছিল বাবে তেওঁ প্ৰায়ে ঘৰত নাথাকিছিল আৰু এই ভ্ৰমণৰ সময়তে মামাক লগ ধৰি খা-খবৰ লৈ আহিছিল। সৰুতে পিতৃক হেৰুওৱা বাবে মা আৰু মামাৰ একমাত্ৰ মোমায়েক বালিকৰীয়া গাৱঁৰ ৺মথুৰ চন্দ্ৰ পাটোৱাৰী আৰু আমাৰ পিতা মামাৰ অভিভাৱকৰ নিচিনা আছিল।

আমাৰ মাখিবাহাৰ ঘৰত যেতিয়াই মামাৰ পদাৰ্পণ হৈছিল মাৰ আনন্দৰ সীমা নোহোৱা হৈছিল। আনন্দৰ আতিশয্যত দুয়ো ভাই-ভনীৰ চকুপানী ওলোৱা বহুবাৰ আমি দেখিছিলোঁ। সেই শৈশৱ কালতে মই তেওঁৰ হাঁহিজ্বোল মুখ আৰু মৰমিয়াল মাত-কথাত মোহিত হৈছিলোঁ। মামাই আমাৰ ভাই-ভনীসকলক কাষত বহুৱাই লৈ পঢ়া-শুনাৰ কথা সুধিছিল আৰু ভালদৰে পঢ়ি-শুনি ডাঙৰ মানুহ হবলৈ আশীৰ্ব্বাদ দিছিল। মামা যেতিয়া এইদৰে মাজে-সময়ে মাখিবাহাৰ ঘৰলৈ আহিছিল ঘৰত ডাঙৰ ল'ৰা বুলিবলৈ মই মাৰ লগত আছিলোঁ। কাৰণ আমাৰ ডাঙৰ দাদা শ্ৰীযুত শশীভূষণ চৌধুৰী সেই সময়ত পঢ়া-শুনাৰ বাবে বৰপেটা হাইস্কুলৰ হোষ্টেলত থাকি পঢ়িছিল। আগতে উল্লেখ কৰা মতে পিতা প্ৰায়ে চৰকাৰী কামত ঘৰৰ আঁতৰত থকা বাবে মই মাক ঘৰুৱা কামত যেনে— গৰুক ঘাঁহ, দানা দি গোহালিত থোৱা, শাক-পাঁচলিৰ খেতি কৰা, ৰন্ধনৰ বাবে খৰি ফালি দিয়া আদি কামবোৰত সহায় কৰিছিলোঁ। মোক এইবোৰ কাম কৰা দেখি মামাই প্ৰায়ে কৈছিল - "মাৰাক এইদৰে ঘৰুৱা কামত সহায় কৰি তুমি পৰম ধৰ্ম্ম পালন কৰিছা। ঈশ্বৰে তোমাৰ মঙ্গল কৰিব।" ইয়াৰ লগতে শাৰীৰিক পৰিশ্ৰমৰ

মৰ্যাদা যে কিমান মূল্যবান তাক ব্যাখ্যা কৰি বুজাই দিছিল। শাৰীৰিক পৰিশ্ৰমত শৰীৰ সুস্থ হৈ কৰ্মঠ হয় আৰু তাৰ ফলত মনত আনন্দ আহে, কাম কৰিবলৈ আগ্ৰহ বাঢ়ে। এইবোৰ কথাৰ সত্যতা কোনেও মুই কৰিব নোৱাৰে।

১৯৪৪ চনত মই টিহু হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত দুই বছৰ আই. এছ. ছি. পঢ়ি পাছ কৰি ডাক্তৰী শিক্ষাৰ বাবে ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুল'ত (Berry White Medical School) ভৰ্ত্তি হৈছিলোঁ। ইতিমধ্যে নিজৰ অক্লান্ত অধ্যৱসায়, পূৰ্ণ যত্ন আৰু সৎ চেষ্টাৰ ফলত মামাই এজন খ্যাতনামা ব্যৱসায়ী ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। ডাক্তৰী পঢ়া সময়ছোৱাত মই চৰকাৰী বৃত্তি পাইছিলোঁ যদিও সেইখিনিয়ে যথেষ্ট নাছিল। সেয়ে প্ৰয়োজন হলে মামাই মোক মাজে-সময়ে আৰ্থিক সহায় আগবঢ়াইছিল। অকল মোকেই নহয় যিসকল আগ্ৰহী শিক্ষাৰ্থী তেওঁৰ ওচৰ চাপিছিল তেওঁ কাকো বিমুখ কৰা নাছিল। তেওঁ নিজৰ ক্ষেত্ৰত সময়ত শিক্ষাৰ আনন্দ লব নোৱাৰা বাবেই হয়তো আনক এই আনন্দৰ পৰা বঞ্চিত হোৱাৰ বেদনা ভালদৰে উপলব্ধি কৰিব পাৰিছিল আৰু তাক আঁতৰোৱাৰ বাবে আৰ্থিক সাহায্য আৰু উৎসাহ আগবঢ়াইছিল। তেওঁৰ এই মহানুভৱতা মানৱীয় চৰিত্ৰৰ এক বিশেষ ৰূপ।

মেডিকেল পঢ়ি থকা অৱস্থাত মই ঘৰলৈ খুব কমেই গৈছিলোঁ। কাৰণ এই বিদ্যাত প্ৰকৃত শিক্ষা লাভ কৰিব লাগিলে বন্ধ বুলি কোনো সময় আছুতীয়াভাৱে ভোগ কৰিব নোৱাৰি। তথাপি যেতিয়া ঘৰলৈ গৈছিলোঁ মামাক এবাৰ লগ নোপোৱাকৈ অহা নাছিলোঁ। তেওঁক সেই সময়ত ব্যৱসায়ৰ কামত খুব ব্যস্ত থকা দেখিছিলোঁ; কিন্তু অলপ সময় হলেও মোৰ পঢ়া-শুনাৰ বিষয়ে, মোৰ ভৱিষ্যতৰ আঁচনিৰ বিষয়ে খবৰ লৈছিল। মই বিদেশত উচ্চ শিক্ষা লবলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰাত তেওঁ খুব ভাল পাইছিল, আৰু যাতে

চৰকাৰী বৃত্তি লাভ কৰিব পাৰোঁ তাৰ বাবে যত্ন লবলৈ উৎসাহ দিছিল। তেওঁ কথা প্ৰসঙ্গত কৈছিল যে মোৰ ওপৰত তেওঁৰ বিশ্বাস আছে আৰু মই চৰকাৰী বৃত্তি পাই বিদেশত উচ্চ শিক্ষা লবলৈ নিশ্চয় যাব পাৰিম। আমাৰ নিচিনা মধ্যবিত্ত পৰিয়ালৰ ল'ৰাই চৰকাৰী বৃত্তি নোপোৱাকৈ বিদেশত পঢ়িবলৈ যাব লৈ ইচ্ছা কৰাটো তেনেই অসম্ভৱ আছিল। সেয়ে তেওঁৰ আন্তৰিক উৎসাহে মোক যথেষ্ট মানসিক শক্তি জোগাইছিল। ১৯৫২ চনত মই সুখ্যাতিৰে এম. বি. বি. এছ. পৰীক্ষা পাছ কৰি ডিব্ৰুগড় মেডিকেল কলেজতে কামত সোমাওঁ। ১৯৫৩ চনৰ ডিচেম্বৰ মাহত মই গাৰ্হস্থ্য জীৱন আৰম্ভ কৰো। ইতিমধ্যে বিদেশত মেডিচিন বিভাগত উচ্চ শিক্ষা লবৰ বাবে অসম চৰকাৰে মোক বাছনি কৰে। এই খবৰ পাই মামা অত্যন্ত আনন্দিত হৈছিল আৰু মোক উপহাৰ স্বৰূপে ১০০০ (এহেজাৰ) টকা দিছিল। এইখিনি অৰ্থ (আজি দহ হেজাৰৰো বেছি হ'ব) সেই সময়ত মোৰ বৰ সহায়ত আহিছিল; কাৰণ চৰকাৰী বৃত্তি পালেও আনুষঙ্গিক বহুত খৰচ যোৱাৰ আগতে কৰিবলগা হৈছিল।

মামা পৰোপকাৰী আছিল; কিন্তু বাহুল্য খৰচৰ প্ৰতি তেওঁ সদায়ে বিমুখ আছিল। তেখেতক সদায়ে কোৱা শুনিছিলোঁ যে প্ৰয়োজনৰ অতিৰিক্ত খৰচ কৰিব নালাগে আৰু যি খৰচ কৰা হয় তাৰ এটা স্থায়ী পৰিণতিৰ তেওঁ পৃষ্ঠপোষকতা কৰিছিল। সেয়ে বিহুৰ বৰঙণিক, পূজাৰ বৰঙণিক তেওঁ বিশেষ গুৰুত্ব নিদিছিল বা ধনী মানুহৰ দান-বৰঙণি প্ৰতিযোগিতাৰ বিষয়ে সম্পূৰ্ণ উদাসীন আছিল। এই বিষয়ে কোনোবাই বেয়া পাই তেওঁক সমালোচনা কৰিলেও তেওঁ সেই বিষয়ত গুৰুত্ব দিয়া নাছিল। আনহাতেদি আকৌ কোনো দুখীয়া বেমাৰীয়ে চিকিৎসাৰ বাবে বা কোনো দুখীয়া মেধাৱী ল'ৰাই পঢ়াৰ বাবে সহায় বিচাৰিলে তেওঁ অলপো কাৰ্পণ্য নকৰাকৈ অৰ্থ-সাহায্য আগবঢ়াইছিল আৰু নানান সৎ উপদেশ দি দৃঢ়ভাবে নিজৰ লক্ষ্যপথত আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগাইছিল। ইয়াৰ উপৰিও

তেওঁৰ সৃষ্টিকামী দান-বৰঙণিৰ উজ্জ্বল নিদৰ্শন, যেনে—নলবাৰী সাহিত্য সমাজক দান কৰা "ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী ভৱন", "সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ", "বালিকা বিদ্যাপীঠ" আৰু "বালিকা মহাবিদ্যালয়ে' গোটেই নলবাৰী চহৰতে বিদ্যমান হৈ তেওঁৰ সৃষ্টিকামী চৰিত্ৰৰ পৰিচয় দি আছে। নলবাৰীৰ ৰাইজে সেয়ে কৃতজ্ঞতাৰ চিনস্বৰূপে ১৯৮১ চনৰ ২২ নবেম্বৰ তাৰিখে তেখেতক সমূহীয়াভাৱে সম্বৰ্ধনা জনাই ৰাইজৰ প্ৰতি তেওঁৰ নিঃস্বাৰ্থ ভালপোৱাক স্বীকৃতি দিলে।

মামাৰ চৰিত্ৰৰ আৰু এটি বিশেষ ৰূপ মই বৰ ভাল পাইছিলোঁ। তেওঁ স্ত্ৰী শিক্ষাৰ প্ৰয়োজনীয়তাৰ প্ৰতি বৰ সজাগ আছিল। সমাজ এখন সম্পূৰ্ণৰূপে সবল হ'ব লাগিলে স্ত্ৰী, পুৰুষ উভয় পক্ষই তেওঁলোকৰ নিজ নিজ দায়িত্ব সুচাৰুৰূপে পালন কৰিব লাগিব। ইয়াৰ বাবে সকৰে পৰা ল'ৰা-ছোৱালী উভয়ে সমানভাৱে শিক্ষাৰ সুযোগ লাভ কৰিব লাগিব। তেওঁৰ এই সজাগতাই সৃষ্টি কৰিলে "বালিকা বিদ্যাপীঠ" আৰু "বালিকা মহাবিদ্যালয়"ৰ। আমাৰ এই পুৰুষ-প্ৰধান সমাজত তেওঁৰ এই অনুভৱক মোৰ লগতে সমাজৰ শুভাকাংখীসকলে নিশ্চয় শ্ৰদ্ধাৰে সুঁৱৰিব।

১৯৫৬ চনত মই বিদেশত উচ্চ শিক্ষা লৈ স্বদেশলৈ উভতি আহোঁ আৰু ডিব্ৰুগড় মেডিকেল কলেজত মেডিচিন বিভাগত প্ৰফেচৰ হিচাবে যোগদান কৰো। মোৰ ডাঙৰ দাদা শ্ৰীযুত শশীভূষণ চৌধুৰীয়ে নলবাৰীত স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱাত আৰু বাকীবোৰ ভাই বাহিৰে বাহিৰে পঢ়া-শুনা কৰি থকাত মা, পিতা অকলে মাখিবাহাতা থকাটো কষ্টকৰ হৈ উঠিছিল। তেতিয়া পিতাই নলবাৰীলৈ উঠি অহাতে স্থিৰ কৰি কলেজ ৰোডত মাটি এডোখৰ ললে। এই কাৰ্য্যত মামাই যথেষ্ট সহায়, সহযোগ আগবঢ়াইছিল। কিন্তু আমি তাত ভালদৰে ঘৰ-দুৱাৰ বান্ধি উঠাৰ আগতেই পিতা কৰ্কট ৰোগত আক্ৰান্ত হৈ মৃত্যুবৰণ কৰিবলগা হৈছিল। মা অকলশৰীয়া হৈ পৰিল যদিও মামা, মামীৰ আন্তৰিক মৰম, শ্ৰদ্ধাই সেই ভাব দূৰ কৰিবলৈ সক্ষম

হৈছিল। মামাই প্ৰায়ে মাৰ খবৰ-বাতৰি কৰিছিল আৰু কিবা বিশেষ অসুবিধাৰ সৃষ্টি হলে মোক সবিশেষ জনাইছিল। মোৰ সৰু ভাই শ্ৰীমান লক্ষীকান্ত চৌধুৰী ইতিমধ্যে নলবাৰীত মাৰ লগত স্থায়ীভাবে থাকিবলৈ লৈছিল। ইয়াৰ পৰা মই এইখিনিয়ে ক'ব ইচ্ছা কৰিছোঁ যে মামাই নিজৰ পৰিয়ালটোৰ উপৰিও তেখেতৰ ভাই, বাই, ভনীৰ পৰিয়ালবোৰৰ প্ৰতিও সতৰ্ক দৃষ্টি ৰাখিছিল। নজৰ কোনো ল'ৰা-ছোৱালী, ভতিজা, ভাগিনৰ কিবা কামত অসন্তুষ্ট হলে বা কামত কিবা দোষ দেখিলে তাক যুক্তিৰে স্পষ্টভাবে বুজাই দিয়াত অলপো কুণ্ঠাবোধ কৰা নাছিল। তেওঁ সকলোকে সমান চকুৰে চাইছিল আৰু সমান মৰম কৰিছিল কাৰণেই এই মৰমপূৰ্ণ কিন্তু দৃঢ় শাসন সম্ভৱ হৈছিল।

ইতিমধ্যে ১৯৬০ চনত গুৱাহাটীত মেডিকেল কলেজ স্থাপিত হৈছে। ১৯৬২ চনত মই ডিব্ৰুগড়ৰ পৰা বদলি হৈ আহি এই কলেজৰ মেডিচিন বিভাগৰ প্ৰধান অধ্যাপক হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰিছোঁ। এই সময়ছোৱাত কৰ্ম্মজীৱনৰ দায়িত্বত মই যথেষ্ট ব্যস্ত হৈ পৰিছিলোঁ। গুৱাহাটীৰ পৰা নলবাৰী যদিও মাত্ৰ ৪৫ মাইল আঁতৰত মই চৰকাৰী দায়িত্বৰ হেঁচাত ঘনাই নলবাৰীলৈ যাব নোৱাৰিছিলোঁ; কিন্তু মোৰ মা এতিয়া বছৰটোত তুবাৰকৈ হলেও মোৰ লগত দুই-তিনি মাহ একেৰাহে থাকিব পৰা হৈছিল। গুৱাহাটীলৈ বদলি হৈ অহাত মামাই বৰ সুখ পাইছিল। তেওঁৰ কৰ্ম্মজীৱনৰ প্ৰতিভাই এইখিনি সময়ত বহুমুখী বিস্তাৰ লাভ কৰিছে। মাইঁতৰ মুখত মামাৰ বিষয়ে নানান সমাজকল্যাণ মূলক কামৰ, সাহিত্য-চৰ্চ্চাৰ, ধৰ্ম্মৰ আলোচনা শুনি মনত গৰ্ব অনুভৱ কৰিছিলোঁ। সমাজৰ সকলো দিশতে নিজক বিলাই দি তেওঁ অপাৰ আনন্দ লভিছিল। সেয়ে মোৰ মনত তেওঁ এজন যথাৰ্থ কৰ্ম্মযোগী আছিল।

মামা বৰ ধৈৰ্য্যশীল, কষ্টসহিষ্ণু পুৰুষ আছিল। সংসাৰৰ নানান বিপদ কালত তেওঁক মই ধৈৰ্য্য হেৰুওৱা দেখা নাছিলোঁ। বহু কেইজন নাতি-নাতিনী হেৰুওৱা শোক তেওঁ পাইছিল। উপযুক্ত ডেকা জোৱাঁইক অকালতে হেৰুৱাইছিল। এইবোৰ কষ্ট সহ্য কৰা বৰ কষ্টদায়ক। এইখিনিতে মই মোৰ পূজনীয়া মামীৰ কথা উল্লেখ কৰিব লাগিব। মামী মামাৰ ছাঁৰ দৰে আছিল। সকলো প্ৰকাৰ সুখ-দুখৰ লগৰী এই মামী ধৈৰ্য্যৰ প্ৰতিমূৰ্ত্তি হৈ সদায় তেওঁৰ লগে লগে থাকি তেওঁৰ দুখ-কষ্টৰ গধুৰ বোজাক পাতল কৰিবলৈ সহায় কৰিছিল।

গুৱাহাটীত বিনা কামে তেওঁক কেতিয়াও অহা মনত নপৰে। বয়স বঢ়াৰ লগে লগে মাজে-সময়ে গা বেয়া লাগিলে গুৱাহাটীলৈ আহি মোক দেখুৱাই নলবাৰীলৈ উভতি গৈছিল। গুৱাহাটীত ৰাতি কটাবলৈ তেওঁ ভাল নাপাইছিল। তেওঁৰ পৰিয়ালৰ বাহিৰেও তেওঁৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ কাৰোবাৰ অসুখ-বিসুখ হলে তেওঁ প্ৰথমে মোৰ পৰামৰ্শ লবলৈ পঠিয়াইছিল। ই মোৰ প্ৰতি তেওঁৰ অসীম বিশ্বাস আৰু মৰমৰ পৰিচয় আছিল।

১৯৭৬ চনৰ জানুৱাৰী মাহত শিলচৰ মেডিকেল কলেজত মই অধ্যক্ষৰূপে দায়িত্ব লব লগা হৈছিল। তাত মই চাৰি বছৰ ছয় মাহমান আছিলোঁ। এইখিনি সময়ত মাৰ মাধ্যমেৰে তেওঁৰ নতুন নতুন কৰ্ম্মব্যস্ততা, দান-বৰঙণিৰ বাতৰিবোৰ পাই আছিলোঁ। ব্যৱসায়ীক দক্ষতাৰ লগতে সাহিত্য-চৰ্চ্চাৰ কৃতিত্বও তেওঁৰ অধ্যৱসায় পূৰ্ণ যত্নৰ ফল। তেওঁ আড়ম্বৰহীনভাৱে জীৱন-যাপন কৰিছিল। সেয়ে "সাধাৰণ জীৱন-যাপনৰ মাজেদি উচ্চ চিন্তাধাৰা"ৰ ( Simple living and high thinking ) আদৰ্শবাদ তেওঁৰ জীৱনত প্ৰতিফলিত হোৱা আমি অনুভৱ কৰিছিলোঁ। তেওঁৰ প্ৰিয়ভাষী আৰু নিৰহঙ্কাৰী গুণে সকলোকে মোহিত কৰিছিল।

১৯৮১ চনত মই শিলচৰৰ পৰা আহি গুৱাহাটী মেডিকেল কলেজৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰিলোঁ। মামাই মোক মানৱ সেৱাৰ

ধৰ্ম্মত সফলতাৰে আগবাঢ়ি যাবলৈ বুকুভৰা আশীৰ্ব্বাদ দিলে। ইয়াৰ পিছত মামাৰ শৰীৰ লাহে লাহে দুৰ্বলহৈ অহাত গুৱাহাটীলৈ অহা তেওঁৰ প্ৰায় বন্ধ হ'ল ; কিন্তু মই মাজে-সময়ে নলবাৰীলৈ গৈ মামাৰ শাৰীৰিক বা-বতৰা কৰি আহিছিলোঁ। তেওঁৰ ডাঙৰ ল'ৰা শ্ৰীমান মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী মোতকৈ চাৰি বছৰে সৰু। শেষ কালছোৱা মামা মুনীনৰ লগতে আছিল। মুনীনে মোক নিজৰ সহোদৰ ককায়েকৰ দৰে জ্ঞান কৰিছিল আৰু যেতিয়াই মামাৰ গা অলপ বেছি ধৰণে বেয়া হৈছিল মোক এবাৰ গৈ চাই আহিবলৈ জনাইছিল। মই বুজিছিলোঁ মই নোযোৱালৈ মামাই মনত কষ্ট পাই থাকিব। সেয়ে মই হাজাৰটা কামৰ মাজতো মামাক এবাৰ চাই অহাৰ সময় উলিয়াইছিলোঁ। কাৰণ তেওঁৰ মৰম আৰু বিশ্বাস মোৰ জীৱনৰ এক ডাঙৰ প্ৰেৰণা আছিল।

মামাৰ বিশেষ কোনো বেমাৰ নাছিল। বয়স বাঢ়ি অহাৰ লগে লগে বাৰ্দ্ধক্যজনিত বেমাৰ যেনে—কাণৰ শ্ৰুতিশক্তি কম হৈ অহা, চকুৰ দৃষ্টিশক্তি ক্ষীণ হৈ অহা, খাদ্য হজমশক্তি কমি যোৱা আদি-বোৰেহে দিগ্‌দাৰ্ দিবলৈ আৰম্ভ কৰিছিল। মই তেওঁক পৰীক্ষা কৰি ঔষধ, পথ্য আদিৰ কথা মামীক যেতিয়া বুজাই কবলৈ লৈছিলোঁ তেওঁ হাঁহি হাঁহি কৈছিল—"বোপা মোৰ এইদৰে জীয়াই থাকিবৰ আৰু ইচ্ছা নাই। ঈশ্বৰে এতিয়া মোক পাৰহে কৰিব লাগে। তাকেহে তেৰাক প্ৰাৰ্থনা জনাইছোঁ।" কৰ্ম্মযোগী এজনৰ বাবে এই বেদনাপূৰ্ণ উপলব্ধি অতি স্বাভাৱিক। তেওঁ লাহে লাহে চলিব-ফুৰিবও নোৱাৰা হৈ আহিল। মোৰ মাও তেতিয়া যথেষ্ট বৃদ্ধা হৈ ঘৰৰ পৰা ওলাব নোৱাৰা হৈ আহিছিল। মই, মা আৰু মামৰ খবৰ কৰিবলৈ মাজে-সময়ে যেতিয়া নলবাৰীলৈ অহা-যোৱা কৰি আছিলোঁ তেওঁ এদিন এইদৰে কৈছিল—"বাইদেউ এতিয়া যাবৰ হ'ল। নহলে পিচলৈ বৰ কষ্ট পাব। তাতে মই যদি আগতে যাওঁ তেওঁ বৰ শোক পাব।" ঈশ্বৰে যেন তেওঁৰ প্ৰাৰ্থনা শুনিলে। আমাৰ মা ১৯৮৯ চনৰ ৪ ফেব্ৰুৱাৰী

( ২১ মাঘ ) তাৰিখে স্বৰ্গগামী হ'ল। মামা ল'ৰাহঁতৰ সহায়ত আমাৰ ঘৰলৈ আহি কান্দি কান্দি বায়েকক শেষ সেৱা জনালে। সেই করুণ দৃশ্য আজিও মোৰ চকুত দৃশ্যমান হৈ আছে।

মামাক মই শেষ লগ পাওঁ যোৱা ১৯৯১ চনৰ মে' মাহৰ মাজ মানত। তেওঁক চাবলৈয়ে নলবাৰীলৈ গৈছিলোঁ। তেখেতক খুবেই দুৰ্ব্বল দেখিছিলোঁ। মাত-কথাবোৰো অস্পষ্ট হৈ আহিছিল। মোৰ গায়ে-মূৰে হাত দি মোক আশীৰ্ব্বাদ দিলে আৰু মোৰ পৰিবাৰকো মাতি মাত লগালে। তেতিয়াতো মই জনা নাছিলোঁ যে এয়ে মামাৰ লগত মোৰ 'শেষ দেখা' হ'ব। মামাৰ জীৱনৰ অন্তিম সময়ত মই তেখেতৰ কাষত উপস্থিত থকাৰ সৌভাগ্য অৰ্জ্জন কৰিব নোৱাৰিলোঁ। কেইদিনমান আগতে মাত্ৰ মই সপৰিবাৰে দুমাহৰ বাবে আমেৰিকালৈ মোৰ ডাঙৰ ল'ৰা আৰু সৰু ছোৱালীজনীক লগ পাবলৈ গৈছিলোঁ। তাতেই তেখেতৰ মৃত্যু-সংবাদ পাই মৰ্মাহত হৈছিলোঁ।

বহুগুণ ভূষিত এইজনা কৰ্ম্মযোগী পুৰুষৰ অভাৱ পৰিয়াল, আত্মীয়-স্বজন, বন্ধু-বান্ধৱকে আদি কৰি গোটেই নলবাৰী সমাজখনে যে একান্তভাৱে উপলব্ধি কৰিছে সেই বিষয়ে কোনো সন্দেহ নাই। আজি তেখেতৰ এই পূণ্য প্ৰথম বছৰেকীয়া মৃত্যুতিথিত তেখেতক পৰম শ্ৰদ্ধাৰে সুঁৱৰি মই প্ৰাৰ্থনা কৰিছোঁ—তেওঁৰ উৎসাহপূৰ্ণ কৰ্ম্ম-প্ৰেৰণা, আদৰ্শবোৰ যেন আজিৰ 'নতুন পুৰুষ'ৰ মাজত প্ৰতিফলিত হৈ তেওঁক সকলোৰে মাজত অমৰ কৰি ৰাখে।

# শিক্ষাৰ সম্প্ৰসাৰক মহেন্দ্ৰ নাৰায়ণ চৌধুৰী

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক প্ৰৌঢ়ত্বলৈ মানুহে "বেপাৰী মহাজন" বুলিহে জানিছিল। কিন্তু প্ৰৌঢ়ত্বত, ঘটনাক্ৰমে, অসমৰ ভিতৰতে শিক্ষাৰ অন্যতম বিশিষ্ট সম্প্ৰসাৰক আৰু আনকি শিক্ষাৰ তাত্ত্বিক সমালোচক ৰূপেও আত্মপ্ৰতিষ্ঠা লভিবলৈ সমৰ্থ হ'ল। ই প্ৰকৃত অৰ্থতে অসামান্য ব্যাপাৰ। কাৰণ তেওঁ ধনাঢ্য পুঁজিপতি মহাজনো নাছিল আৰু আনুষ্ঠানিক উচ্চ শিক্ষাৰ অধিকাৰীও নাছিল। তেওঁ আছিল মজলীয়া তৰপৰ এগৰাকী "বেপাৰী মহাজন"; আনুষ্ঠানিক শিক্ষাও আছিল তেনেই সামান্য। অথচ শিক্ষাৰ সম্প্ৰসাৰণৰ অৰ্থে প্ৰাথমিক বিদ্যালয়ৰ পৰা মহাবিদ্যালয়লৈকে তিনিখন অনুষ্ঠান নিজৰ গাঁথিৰ ধন ভাঙি গঢ়ি দিলে ; দেশত প্ৰচলিত শিক্ষা-পদ্ধতিৰ গতি-প্ৰকৃতিৰ বিষয়েও নানা আলোচনা-বিলোচনা আগবঢ়ালে। আন এটা বৈশিষ্ট্যপূৰ্ণ কথা এয়ে যে তেওঁৰ দান আছিল সম্পূৰ্ণৰূপে নিঃস্বাৰ্থ। সাধাৰণতে ধনাঢ্য মহাজন বা পুঁজিপতি জমিদাৰসকলে দান-বৰঙণি আগবঢ়ায় সমাজক ন-ন ৰূপত লুটাৰ উপায় স্বৰূপেহে ; পুঁজিপতি জমিদাৰৰ দান-বৰঙণি সমাজক অবাধে শোষণ কৰাৰ অনুমতি-পত্ৰহে যেন। কিন্তু মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ দান আছিল সম্পূৰ্ণৰূপে নিঃস্বাৰ্থ। শিক্ষানুষ্ঠান গঢ়ি দি প্ৰকৃত অৰ্থতে তেওঁ আনকি মান-সম্মান বা খ্যাতি-যশস্যাও বিচৰা নাছিল।

অথচ কৈশোৰ কালৰে পৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল এগৰাকী "পকা ব্যৱসায়ী"। পাৰিবাৰিক আৰু ব্যক্তিগত বিপৰ্যয়ৰ কাৰণে আনুষ্ঠানিক শিক্ষা লাভতো ঘটিছিল ব্যাঘাত ; প্ৰাথমিক শিক্ষা সমাপ্ত কৰি নলবাৰী গৰ্ডন স্কুলত নাম ভৰ্তি কৰাৰ কিছুদিন পিছতেই শিক্ষা-জীৱন সামৰিব লগাত পৰিছিল।

তেনে ক্ষেত্ৰত কি প্ৰেৰণাৰ বলত এলানি শিক্ষানুষ্ঠান গঢ়ি দি শিক্ষাৰ সম্প্ৰসাৰণত গুৰুত্বপূৰ্ণ ভূমিকা বহন কৰিলে, তাক জনাৰ হেঁপাহ স্বাভাৱিকতেই ওপজে। কিন্তু এই বিষয়ে তেওঁ ক'তো বিশেষ-ভাবে একো লেখি থৈ যোৱা নাই আৰু কাৰো আগত সম্ভৱতঃ মুকলিভাৱে একো কৈ যোৱা নাই। গতিকে অনুমান কৰিবলগীয়া হয় যেন, পৰিৱেশ-পৰিস্থিতিৰ তাড়নাতহে তেওঁ শিক্ষাৰ অন্যতম বিশিষ্ট সম্প্ৰসাৰকৰ ভূমিকাত অৱতীৰ্ণ হ'ল।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ লগত পৰিচিত লোক মাত্ৰেই জানে যে তেওঁ সুৰুচিসম্পন্ন ভদ্ৰলোক আছিল। তদুপৰি তেওঁ নিয়মীয়াকৈ পঢ়া-শুনা কৰিছিল। তেওঁ পঢ়িছিল অসমীয়া আৰু বঙালী ভাষাৰ পুথি, আলোচনী, বাতৰি—কাকত। অনুসন্ধিৎসু মাত্ৰেই ইয়াকো দেখিছিল যে তেওঁ মহাজনী গাদীতেই সুৰুঙা উলিয়াই পঢ়া-শুনা কৰিছিল আৰু ভাললগা কথাবোৰ টোকা কৰি ৰাখিছিল। আনকি সেই টোকাবোৰো সময়ে সময়ে পঢ়ি আনন্দ পাইছিল। তেওঁ মহাকাব্য ৰামায়ণ-মহাভাৰতৰ একান্ত অনুৰাগী আছিল। ভাগৱত, কীৰ্ত্তন-ঘোষা আদি কৰি গ্ৰন্থবোৰো তেওঁৰ বৰ প্ৰিয় আছিল। ধাৰণা হয় যেন এই আটাইবোৰে তেওঁৰ চিত্তৰ মানসিক পৰিৱেশ গঢ়ি তোলাত অনুপম প্ৰেৰণা যোগাইছিল। এইবোৰে তেওঁক সাহসী আৰু সত্যৰ প্ৰতি আগ্ৰহী কৰিও তুলিছিল ; লগতে নিজকে কৰ্মযোগী ৰূপে গঢ়ি তুলিবলৈও অনুপ্ৰেৰণা লাভ কৰিছিল যেন অনুমান হয়।

তেনে এক বিশিষ্ট মানসিক পৰিৱেশ লাভ কৰিছিল কাৰণেই ১৯৬০ চনৰ ভাষা-আন্দোলনৰ সময়ত "বোবাৰ মৰ্মবেদনা"ৰ দৰে এখন বিশিষ্ট গ্ৰন্থ ৰচনা কৰিবলৈ তেওঁ সমৰ্থ হয়। এই কিতাপখনে তেওঁক নলবাৰীৰ সাহিত্য-সংগঠনৰ লগত জড়িত কৰে। সাহিত্য-সংগঠনৰ লগত সক্ৰিয়ভাৱে জড়িত হোৱাৰ পিছৰে পৰা তেওঁৰ লেখা-মেলাও হয় নিয়মীয়া, শিক্ষা-সংস্কৃতিৰ বিকাশ, বিস্তৃতি বা পৰিবৰ্তন-পৰিবৰ্ধনৰ প্ৰতিও হয় ক্ৰমে বেছি সজাগ। সাহিত্য-সংগঠনৰ সম্পৰ্কৰ

ফলতে তেওঁ বদান্যদাতাৰূপে অৰ্থাৎ শিক্ষাৰ বিশিষ্ট সম্প্ৰসাৰক ৰূপেও পৰিগণিত হ'ল বুলি ক'ব পাৰি।

১৯৮১ চনৰ ২২ নবেম্বৰৰ দিনা নলবাৰীৰ ৰাইজে বিশেষ আড়ম্বৰেৰে তেওঁলৈ সম্বৰ্দ্ধনা আগবঢ়াইছিল। সম্বৰ্দ্ধনাৰ প্ৰত্যুত্তৰ স্বৰূপে প্ৰদত্ত ভাষণৰ এঠাইত তেওঁ কৈছিল,—"আপোনালোক গুণী-জ্ঞানীসকলেই মোক নতুন জনম দিলে। আপোনালোকে মৰম কৰি আপোনালোকৰ সৎসংগত মোক স্থান নিদিয়াহলে আজি কিঞ্চিত-মাত্ৰ যিখিনি পোহৰ পাইছো, তাৰ পৰাও বঞ্চিত হৈ মই ঘোৰ অন্ধকাৰত বুৰ গৈ থাকিলোঁহেঁতেন।" এইখিনি কথা কিন্তু কেৱল অমায়িকতাবশতঃ কোৱা বুলি অনুভৱ কৰা টান। ই যেন প্ৰকৃত অৰ্থতে তেওঁৰ অন্তৰৰ ভাষাই আছিল। তেওঁৰ ব্যৱসায়ৰ অংশীদাৰ প্ৰসন্ন দত্তৰ মুখেৰেও শুনিছিলোঁ, "আপোনালোকে আমাৰ 'মাহাজন'ক একেবাৰে ন'তুন মাহনু কৰি ফ্যাল্ল্যাক।"

এইগৰাকী 'ন'তুন মাহ্নু' মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়েহে যে শিক্ষাৰ সম্প্ৰসাৰণত এক বলিষ্ঠ ভূমিকা বহন কৰিলে, সেই বিষয়ে সন্দেহৰ থল নিশ্চয় নাই। শিক্ষাৰ সম্প্ৰসাৰণৰ কাৰণে নিঃস্বাৰ্থ সেৱা আগ-বঢ়াই তেওঁ ব'ৰাগী হৈছিল বুলি অনুমান কৰাৰ সুচলো আছে। কিন্তু বিশেষ মনকৰিবলগা কথা এয়ে যে তেওঁ আছিল ব'ৰাগী অথচ গৃহী। গৃহ-সংসাৰ বা পুত্ৰ-পৰিবাৰৰ প্ৰতি মমতা বা দায়িত্ব-বোধ তেওঁৰ সততে অটুট আছিল। সম্বৰ্দ্ধনা সভাৰ প্ৰত্যুত্তৰ প্ৰসংগত এইকথা তেওঁ মুক্তকণ্ঠে স্বীকাৰ কৰি কৈছিল,—"মই এতিয়াও মান-সম্ভ্ৰম, জীৱন, অৰ্থ-সম্পত্তিৰ লালসাৰ পৰা অলপো মুক্ত হ'ব পৰা নাই।" এই স্বীকাৰোক্তিও তেওঁৰ ভকতীয়া বিনয়ৰ নিদৰ্শন যেন নাছিল ; ই আছিল যেন তেওঁৰ অন্তৰৰ আকুতিহে। তেওঁ যেন এক দ্বন্দ্বাত্মক জীৱন-যাপন কৰিছিল ; সেই দ্বন্দ্ব আছিল ভোগ আৰু ত্যাগৰ দ্বন্দ্ব। তেওঁৰ বৈশিষ্ট্য আছিল এয়ে যে গৃহী আৰু ব'ৰাগী অৰ্থাৎ ভোগী আৰু ত্যাগী দুয়োজন মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে যেন

সমিলমিল বা সমন্বয়ৰ মাজেদি মিলি-জুলি একেলগে হৰ্ষেৰে জীৱন-যুদ্ধত প্ৰবৃত্ত হ'ব পাৰিছিল। এই ক্ষেত্ৰত আন এটা বিশেষ মন কৰিবলগা কথা এয়ে যে শিক্ষানুষ্ঠান বা শিক্ষাক্ষেত্ৰ গঢ়ি তোলাৰ আগ্ৰহো তেওঁৰ একে দিনাই গঢ়ি উঠা নাছিল। ঘটনাক্ৰমেহে বা পৰিৱেশ-পৰিস্থিতিৰ তাড়নাতহে যেন সেই দায়িত্ব পালন কৰিবলগাত পৰিছিল।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নিৰ্মাণ কৰি দিয়া শিক্ষানুষ্ঠানবোৰৰ ভিতৰত প্ৰাথমিক বিদ্যালয়খনৰ অৱস্থিতি নলবাৰী চহৰ নহয়, ধমধমাৰ ওচৰৰ ভেলেমাৰী গাঁওহে। তাত তেওঁৰ খাট-পাম আছিল। ৰায়তে খেতি কৰিছিল আৰু মাটিৰ মালিকে পাইছিল খেতিৰ ফচলৰ অংশ বা ৰাজহ। সম্ভৱ চিলিং আইনৰ প্ৰণয়ন আৰু প্ৰয়োগ হোৱাত ভেলেমাৰীৰ মাটি কিছু কিছু দাম লৈ ৰায়তক বেচি দিছিল। সেই সময়তে ভেলেমাৰীৰ ৰায়ত ৰাইজৰ অনুৰোধক্ৰমে নিজৰ পাট্টাৰ এডোখৰ মাটিত এটা আহল-বহল পকাঘৰ সজাই দি প্ৰাথমিক বিদ্যালয় এখন নিৰ্মাণ কৰি দিছিল। অনুসন্ধিৎসু মাত্ৰেই জানে যে সেই বিদ্যালয়খন প্ৰাদেশীকৰণ নোহোৱালৈকে শিক্ষকৰ দা-দৰমহাকে ধৰি সকলো ব্যয় মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নিজে বহন কৰিছিল। আৰু চৌধুৰীৰ বদান্যতাত মুগ্ধ হৈ ভেলেমাৰীৰ ৰাইজে বিদ্যালয়খনৰ নাম ৰাখিছিল—"মহেন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰাথমিক বিদ্যালয়"।

নলবাৰী চহৰত তেওঁ গঢ়ি দিয়া প্ৰথম শিক্ষানুষ্ঠান আছিল "সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ" নামৰ কাৰিকৰী শিক্ষাৰ অনুষ্ঠানটি। অৱশ্যে সম্প্ৰতি সেইখনৰ অৱস্থিতি নাই, সেইখন ৰূপান্তৰিত হৈছে "নলবাৰী জিলা সাহিত্য-সভাৰ কাৰ্য্যালয়"লৈ। সিও সম্ভৱপৰ হৈছিল তেওঁৰ জীৱিত কালতেই। সুভদ্ৰা দেৱী আছিল তেওঁৰ মাক ; তেওঁক সৎ, সাহসী, পৰিশ্ৰমী আৰু শ্ৰমৰ প্ৰতি শ্ৰদ্ধাশীলৰূপে গঢ়ি তোলাৰ মূলত তেওঁৰ মাক সুভদ্ৰা দেৱী আছিল বুলি তেওঁৰ আত্মজীৱনী-মূলক টোকা "বংশ পৰিচয়"ত পোৱা যায়। কিন্তু বৰ আচৰিত কথা

যে এই কমাৰ্চিয়েল কলেজখনৰ উত্তৰোত্তৰ বিকাশ সাধনত তেওঁ বিশেষ গুৰুত্ব দিয়া নাছিল। কাৰণ তেওঁৰ মানত সেইখন বিবেচিত হৈছিল—ব্যক্তিগত লাভা-লাভৰ অনুষ্ঠানহে। অথচ তেওঁ আছিল কাৰিকৰী শিক্ষাৰ অন্যতম বিশিষ্ট অনুৰাগী প্ৰবক্তা। ব্যক্তিগত লাভৰ কথা জড়িত থকাত তেওঁ সেই অনুষ্ঠানটি বন্ধ কৰি দিয়ালে ; মাকৰ স্মৃতি জীয়াই ৰখাৰ বাসনাৰে সাহিত্য-সভাৰ কাৰ্য্যালয় "সুভদ্ৰা দেৱী ভৱন"লৈহে তাক ৰূপান্তৰিত কৰিলে। তেওঁৰ দান-বৰঙণি যে সম্পূৰ্ণ ৰূপে নিঃস্বাৰ্থহে আছিল তাক অনুভৱ কৰাত এই কথাই সহায় কৰে।

"সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ"ৰ কথা বাদ দিলে, মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নলবাৰী চহৰৰ বুকুত গঢ়ি দিয়া বিশিষ্ট শিক্ষানুষ্ঠান হ'ল "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ"। কিন্তু বিশেষ মন কৰিবলগা কথা এয়ে যে তেওঁ ঘটনাক্ৰমেহে এই বালিকা বিদ্যা-পীঠখনৰ নিৰ্মাতাৰ ভূমিকাত অৱতীৰ্ণ হ'ল।

এইখন গঢ়িবলৈ লোৱাৰ কিছুদিন আগৰেপৰা নলবাৰী চহৰৰ একাংশ লোকে চহৰৰ বুকুত এখন দ্বিতীয় ছোৱালী হাইস্কুলৰ আৱ-শ্যকতাৰ কথা অনুভৱ কৰিছিল ; কেইজনমান লগ হলেই সেই বিষয়ে আলাপ-আলোচনা কৰিছিল। কিন্তু ত্যাগ আৰু কষ্ট বৰণ কৰি শিক্ষানুষ্ঠানটো গঢ়ি তুলিবলৈ কোনো আগবাঢ়ি ওলাই অহা নাছিল। তেওঁলোকৰ কোনেও শিক্ষানুষ্ঠানটো গঢ়ি দিয়াৰ কাৰণে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ওচৰ চপাও নাছিল। কেৱল দুই-এজে শিক্ষা-নুষ্ঠানটো গঢ়ি তোলাৰ অৰ্থে মাথোঁ এবিঘা মাটি দান দিয়াৰ কাৰণে চৌধুৰীৰ কাণ চোৱাইছিল। মাটি দানৰ অৰ্থে প্ৰতিশ্ৰুতি দিয়া সভাত ভাষণ-প্ৰসংগত চৌধুৰীয়ে এই কথা সদৰি কৰি কৈছিল,—"শ্ৰীমান প্ৰভাত নাৰায়ণ চৌধুৰী বোপাই মোক বহুদিন আগৰ পৰাই এবাৰ কথা শুনাই আছে—নলবাৰীত এখন দ্বিতীয় ছোৱালী হাইস্কুল লাগে। প্ৰথমতে এই কথাষাৰ শুনি মোৰ মনত ভয়ৰ উদয় হৈছিল, কিজানি তেওঁ স্কুলৰ কাৰণে মোক মাটিৰ কথা কয়। কিন্তু চাপৰিলে মেঘ

নেৰাৰ দৰে তেওঁৰ মুখৰ সেই আষাৰ কথা মোক লক্ষ্য কৰি কোৱা যেন অনুভৱ কৰিব ধৰিলোঁ। জাপ্যবোগ পুৰণি হলে সহিব পৰা হোৱাৰ দৰে পাছলৈ মোৰো কথাষাৰলৈ ভয় কমি আহিল। আনফালে মাননীয় জয়দেৱ শৰ্মা, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক, অধ্যক্ষ প্ৰভাতচন্দ্ৰ গোস্বামী, অধ্যাপক শশী শমা, গোলোকচন্দ্ৰ দত্ত আদি কৰি উদ্যোগী পুৰুষসকলৰ জৰিয়তেও আকাশবাণীৰ যোগেদি অহাৰ দৰে একে আষাৰ কথা মোৰ কাণত পৰিবলৈ ধৰিলে।"

গতিকে তেওঁ নলবাৰী চহৰৰ দ্বিতীয়খন ছোৱালীৰ শিক্ষানুষ্ঠানৰ কাৰণে মাটি দান কৰিবলৈ স্থিৰ কৰিলে , কিন্তু ৰাইজে বিচৰাৰ দৰে এবিঘা নহয়, দুবিঘাহে। মাটি দান কৰিবলৈ ওলোৱা সময়ত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ চিত্তত উদয় হোৱা বৈৰাগ্যৰ লক্ষণো বেছ সুন্দৰকৈ অনুভৱ কৰিব পৰা যায়। একেখন সভাতে তেওঁ কৈছিল, "এজন বাটৰুৱাই যদি বাটে বাটে আহি থাকোঁতে এটা ধনৰ টোপোলা পায় আৰু সেই টোপোলাৰ কিছু ধন আনক দিয়ে, তেনেহলে, সেই কাৰ্য্যক দান বুলি কোৱা উচিত নহয় বুলি মই বিবেচনা কৰোঁ। ····· প্ৰস্তাৱিত শিক্ষানুষ্ঠানটিৰ কাৰণে আগবঢাব খোজা মাটি মোৰ নিজৰ পৰিশ্ৰমেৰে লাভ কৰা নহয , ই পিতৃ-পুৰুষৰ শ্ৰমৰ ফলহে। গতিকে ইয়াত মোৰ কোনো কৃতিত্ব নাই।"

এইজন মহেন্দ্ৰ নাৰায়ণ চৌধুৰী উদাৰ মানৱীয়বাদী ব'ৰাগী। কিন্তু ব'ৰাগী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ লগত সমথলত বৈ আছিল গৃহী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীও। সেয়ে মাটি দানৰ অৰ্থে প্ৰতিশ্ৰুতি দিয়া প্ৰসংগত মুকলিভাৱে জনাই দিছিল,—"যদিহে আপোনালোক পৰিচালনা সমিতিয়ে আন সকলো দায়িত্ব বহন কৰিবলৈ সমৰ্থ হয়, তেনেহলে মই প্ৰস্তাৱিত শিক্ষানুষ্ঠানটিৰ কাৰণে দুই বিঘা মাটি দিম বুলি এই সভাত প্ৰতিশ্ৰুতি দিলোঁ।"

শিক্ষাৰ বিশিষ্ট সম্প্ৰসাৰক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ চাৰিত্ৰিক বৈশিষ্ট্য অনুভৱ কৰাত এই কথাখিনিয়ে বিশেষভাৱে সহায় কৰে।

মাথোঁ। কেইবছৰমানৰ আগতে ১৯৬৫ চনত নলবাৰীৰ সাহিত্য-সংগঠনৰ অনুৰোধক্ৰমে দুকঠা মাটিৰে সৈতে সুদৃশ্য আৰু মজবুত্ তিনি কোঠালিৰ "ৰাজেন্দ্ৰ চৌধুৰী ভৱন" মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে সজাই দিছিল। ছোৱালীৰ কাৰণে প্ৰস্তাৱিত শিক্ষানুষ্ঠানটোলৈ ১৯৭২ চনৰ মাৰ্চ মাহৰ ২২ তাৰিখে মাটিডোখৰৰ প্ৰতিশ্ৰুতি দিয়াৰ সময়ত তেওঁ "সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ"ৰ কাৰণে ঘৰ-দুৱাৰ সজোৱাত আছিল। গতিকে গৃহী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে পৈত্ৰিক মাটি-সম্পত্তি দানৰ প্ৰতিশ্ৰুতি দিলে যদিও 'আন সকলো দায়িত্ব' বন্ধনৰ পৰা মুক্ত হৈ থাকিব বিচৰাই যেন স্বাভাৱিক কথা আছিল।

ৰাইজৰ সভাই অধ্যক্ষ প্ৰভাতচন্দ্ৰ গোস্বামীক সভাপতি আৰু মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু গোলোকচন্দ্ৰ দত্তক যুটীয়া সম্পাদক হিচাবে লৈ এখন প্ৰস্তুতি বা সাংগঠনিক সমিতি গঠন কৰি দিলে। এই সমিতিয়ে প্ৰস্তাৱিত শিক্ষানুষ্ঠানটিৰ নাম ৰাখিলে "বালিকা বিদ্যাপীঠ"। ছোৱালীৰ কাৰণে এখন বহুমুখী শিক্ষানুষ্ঠানৰূপে গঢ়ি তোলাৰ কল্পনা আগত ৰাখি কামটোত হাত দিলে। কিন্তু প্ৰায় এবছৰ কাল যোৰা প্ৰচেষ্টাৰ পিছতো ঘৰ-দুৱাৰ আদি নিৰ্মাণৰ কামত সমূলি আগবাঢ়িব নোৱাৰি, "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"ৰ মজিয়াতে তেসত্তৰ চনৰ পহিলা জানুৱাৰীৰ পৰা ৫ম মান শ্ৰেণীত ছাত্ৰী ভৰ্তি কৰাৰ সিদ্ধান্ত লৈ কামত আগবাঢ়ে। "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"ত "বালিকা বিদ্যাপীঠ"ৰ শুভ-আৰম্ভ হ'ল সঁচা ; কিন্তু ২য় বছৰতো প্ৰস্তুতি সমিতিয়ে আৱশ্যকীয় ঘৰ নিৰ্মাণৰ ক্ষেত্ৰত একোকেই কৰিব পৰা নাছিল। সমিতিয়ে মাটিৰ দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ওচৰ চাপি এটা ঘৰ সজাই দিয়াৰ কাৰণে অনুৰোধ জনাবলৈ বাধ্য হ'ল। প্ৰস্তুতি সমিতিয়ে চৌধুৰীক পুনঃ কথা দিবলৈ কিন্তু নাপাহৰিলে যে বাকী সকলো কাম অৱশ্যেই তেওঁলোকে সম্পন্ন কৰিব। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে সমিতিৰ অনুৰোধ ৰক্ষা কৰিলে, দুকোঠালীৰ এটা আহল-বহল ঘৰ "বালিকা বিদ্যাপীঠ"ৰ মাটিৰ ওপৰত আচ্‌বাবৰ সৈতে

সজোৱাই দিলে। অৱশ্যে সমিতিয়ে নিজৰ প্ৰতিশ্ৰুতি ৰক্ষাত পুনঃ ব্যৰ্থ হ'ল। পসত্তৰ চনৰ তেইশ ফেব্ৰুৱাৰীৰ দিনা সাধাৰণ সভা আহুত হ'ল। এই সভাত সমজুৱাসকলৰ মাজৰ পৰা হৰিচৰণ পাঠকে পোনপটীয়াকৈ চৌধুৰীক অনুৰোধ জনালে যাতে সমগ্ৰ "বালিকা বিদ্যাপীঠ"খন তেওঁ নিৰ্মাণ কৰি দিয়ে। ৰাইজে বিদ্যাপীঠৰ নাম "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ" নামে পুনৰ নামকৰণ কৰিব বুলিও সেই সভাতে চৌধুৰীৰ আগত প্ৰস্তাৱ দাঙি ধৰিলে।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ উপলব্ধি শক্তি আছিল বৰ তীব্ৰ। "বালিকা বিদ্যাপীঠ"ৰ আৰম্ভৰে পৰা তেওঁ লক্ষ্য কৰিছিল যে সংগঠকসকলৰ সৰহ সংখ্যক লোক ৰাজহুৱা কামৰ প্ৰতি উদাসীন ; ত্যাগ আৰু কষ্ট বৰণ কৰি শিক্ষানুষ্ঠানটো গঢ়ি তোলাৰ দৃঢ়তা তেওঁলোকে প্ৰদৰ্শন কৰিব পৰা নাই। বৰং বহুতে ত্যাগৰ নামত নিজৰ নিজৰ জীয়াৰী-বোৱাৰীক শিক্ষয়িত্ৰীৰ পদত নিয়োগ কৰিবলৈহে সুচল বিচাৰিছিল মাত্ৰ। এনে প্ৰবৃত্তি দেখি-শুনি তেওঁ প্ৰমাদ গণিছিল। তেওঁ বঢ়িয়াকৈ উপলব্ধি কৰিব পাৰিছিল যে সেই অংশ উদ্যোক্তা কথাৰ ফুলজাৰি মাৰিয়ে শান্ত থাকিব, বিদ্যাপীঠ গঢ়ি তোলাৰ দায়িত্ব সম্পূৰ্ণৰূপে বহন কৰিব লাগিব তেওঁ নিজে। সভাত ৰাজহুৱাভাৱে প্ৰস্তাৱ উত্থাপন কৰাৰ আগৰে পৰাই "বালিকা বিদ্যাপীঠ" নিৰ্মাণৰ দায়িত্ব বহন কৰিবলৈ তেওঁ মানসিক-ভাৱে প্ৰস্তুত হৈছিলেই। "কিন্তু বালিকা বিদ্যাপীঠ"ৰ নামৰ আগত নিজৰ নাম সংযোগ কৰাৰ প্ৰবৃত্তি তেওঁৰ সমূলি নাছিল। সভাত তেওঁ ৰাইজৰ এজন হিচাবে বিদ্যাপীঠৰ সকলো কাম যথাসম্ভৱ আগবঢ়াই নিয়াত সক্ৰিয়ভাৱে সহযোগীতা আগবঢ়োৱাৰ প্ৰতিশ্ৰুতিহে দিছিল ; নিজৰ নামেৰে নামকৰণ কৰাৰ তীব্ৰ বিৰোধিতাহে কৰিছিল। সভাই কিন্তু তেওঁৰ বাদ-প্ৰতিবাদ বা ব্যক্তিগত অনুভূতিলৈ কাণ-সাৰ নিদি বিদ্যাপীঠৰ আগত তেওঁৰ নাম সংযোগ কৰি দি জানিবা গংগাস্নান কৰি মুক্তিহে লভিলে। এনেদৰে পৰিস্থিতিয়ে "বালিকা বিদ্যাপীঠ"ৰ নামৰ আগত তেওঁ নাম সংযোগ কৰিলে আৰু তেওঁ নিজেও পৰিস্থিতিৰ

তাড়নাতেই "বালিকা বিদ্যাপীঠ" নিৰ্মাণৰ সকলো দায়িত্ব মূৰ পাতি লবলৈ বাধ্য হৈছিল।

সংগঠকসকলৰ একাংশই অৱশ্যে তাৰ পিছতো চহৰৰ ব্যৱসায়ী মহাজনসকলৰ পৰা "বালিকা বিদ্যাপীঠ"ৰ কাৰণে দান-বৰঙণি বিচাৰি গুলাই নোযোৱাকৈ থকা নাছিল, বা ভ্ৰাম্যমান থিয়েটাৰ অনুষ্ঠিত কৰি পুঁজি সংগ্ৰহৰ বৃথা চেষ্টা নকৰাকৈও থকা নাছিল। কিন্তু ঘনিষ্ঠভাৱে সম্পৰ্ক ৰক্ষা কৰি থকা সকলে জানে যে তেনে চেষ্টাক প্ৰশ্ৰয় দিয়াৰ সলনি মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কঠোৰ ভাষাৰে বন্ধ কৰিহে দিছিল। তেওঁ নিজৰ গাঁথিৰ ধনেৰে "বালিকা বিদ্যাপীঠ"ৰ ঘৰ-দুৱাৰ, আচবাব আদি এনে সুন্দৰকৈ নিৰ্মাণ কৰালে আৰু শিক্ষক-শিক্ষয়িত্ৰী আদিও এনেভাবে নিযুক্তি দিলে যে ১৯৭৫ চনত হাইস্কুলৰ শ্ৰেণী আৰম্ভ কৰা "বালিকা বিদ্যাপীঠে" ১৯৭৮ চনত বিভাগীয় অনুমোদন লাভ কৰিবলৈকো সমৰ্থ হয়।

"বালিকা বিদ্যাপীঠ" পৰিচালনা সমিতিৰ মানত ই এক বিৰাট সফলতাৰূপে প্ৰতিপন্ন হ'ল। এই সফলতাৰ আনন্দত হৰ্ষোল্লসিত হৈ আৰু এখোপ উধোৱাৰ আকাঙ্ক্ষাৰে "বালিকা মহাবিদ্যালয়" নিৰ্মাণ কৰিবলৈও মন মেলিলে। উনাশী চনৰ তেৰ ফেব্ৰুৱাৰীৰ দিনা অনুষ্ঠিত এখন সভাত আনকি "বালিকা মহাবিদ্যালয়" নিৰ্মাণৰ অনুকূলে প্ৰস্তাৱ গ্ৰহণ কৰি প্ৰস্তুতি সমিতিও গঠন কৰিলে। আনকি স্বয়ং মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সম্পূৰ্ণ অজ্ঞাতে মহাবিদ্যালয়খনো তেওঁৰ নামেৰেই নামকৰণ কৰি নামফলি আঁৰিবলৈকেও বাদ নিদিলে। অৱশ্যে "বালিকা মহাবিদ্যালয়" প্ৰস্তুতি সমিতিৰ সম্পাদকৰূপে নিৰ্বাচিত হৈছিল মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বৰপুত্ৰ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়েই।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী কিন্তু এই কাৰ্যত সমূলি তুষ্ট হ'ব পৰা নাছিল। অতদিনে নানা লেখা আৰু সভা-সমিতিৰ বক্তৃতা-প্ৰসংগত তেওঁ দ্ব্যৰ্থহীন ভাষাত কৈ আহিছিল—"আমাৰ শিক্ষানুষ্ঠানবোৰত এতিয়ালৈকে পূৰ্ণাংগ শিক্ষা প্ৰৱৰ্তন কৰা হোৱা নাই। সেই কাৰণে

এই শিক্ষা সমাপ্ত কৰি আৰু বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লাভ কৰি এটা শিক্ষিত নিবনুৱা শ্ৰেণী তৈয়াৰ কৰা হৈছে মাত্ৰ আৰু সেইটোৱেই দেশৰ এটা গধুৰ বোজা হৈছে।" এই নিবনুৱা সমস্যাৰ সমাধান কৰি দেশৰ গধুৰ বোজা পাতলোৱাৰ অৰ্থে তেওঁ কাৰিকৰী শিক্ষা ব্যৱস্থা প্ৰৱৰ্তনৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি আহিছিল। আনকি ছিয়ত্তৰ চনৰ ১৯ জানুৱাৰীৰ দিনা অনুষ্ঠিত "বালিকা বিদ্যাপীঠ"ৰ বঁটা-বিতৰণী সভাত প্ৰদত্ত ভাষণত তেওঁ স্বাৱলম্বনৰ অৰ্থে কাৰিকৰী শিক্ষাৰ আৱশ্যকতাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। কিন্তু নানা আলৈ-আহুকালৰ কাৰণে "বালিকা বিদ্যাপীঠ"ৰ কাৰিকৰী শিক্ষা প্ৰৱৰ্তন কৰিব পৰা হোৱা নাছিল। তেওঁ স্পষ্টকৈ উপলব্ধি কৰিছিল যে বিভাগীয় মনোনয়ন লাভ বা প্ৰাদেশীকৰণৰ অন্তৰ্ভুক্ত হোৱাই "বালিকা বিদ্যাপীঠ"ৰ একমাত্ৰ লক্ষ্য নহয়। তাৰ ছাত্ৰীসকলক স্বাৱলম্বী ৰূপে গঢ়ি তোলাহে প্ৰধান লক্ষ্য। সেই লক্ষ্য সাধন কৰিবলৈ হলে আৱশ্যক প্ৰচুৰ ধন আৰু শ্ৰমৰ। অথচ তেওঁৰ ধনৰ ভঁৰাল তেনেই সীমিত। এনে ক্ষেত্ৰত "বালিকা বিদ্যাপীঠক" পৰিপূৰ্ণ ৰূপ নিদিয়াকৈ মহাবিদ্যালয় নিৰ্মাণত হাত দিয়ে কেনেকৈ ?

মহাবিদ্যালয় প্ৰস্তুতি সমিতিৰ সম্পাদক বৰপুতেক মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক কঠুৱা ভাষাত নিৰ্দেশ দিলে,—মহাবিদ্যালয়ৰ নামফলি নমাই থবলৈ। মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে বাসত্তৰ চনৰ পৰা "বালিকা বিদ্যা-পীঠ"ৰ পৰিচালনা সমিতিৰ সম্পাদক হিচাবে কাৰ্যনিৰ্বাহ কৰি থাকি সমাজখনৰ বিষয়ে নানা তৰহৰ টেঙা-কেঁহা অভিজ্ঞতা লাভ কৰিছিল ; কিন্তু যেন তাৰ মাজেদিয়ে অনুভৱ কৰিছিল যে নিষ্ঠাৰে লাগি থাকিব পাৰিলে সৎ উদ্দেশ্য সিদ্ধি হয়েই। এই অভিজ্ঞতা আৰু মনোবলৰ ওপৰত নিৰ্ভৰ কৰিয়ে তেওঁ "বালিকা মহাবিদ্যালয়"ৰ নিৰ্মাণৰ কাৰণে মন মেলিছিল। পিতাক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ কঠুৱা নিৰ্দেশৰ প্ৰত্যুত্তৰত তেওঁ বিনম্ৰভাৱে অথচ দৃঢ়তাৰে জানিবলৈ দিলে—"আপুনি আপোনাৰ সম্পত্তিৰ পৰা মোৰ নামত কিছু মাটি দিছে। সেইখিনি বেচি হলেও

আমি "বালিকা মহাবিদ্যালয়" গঢ়িমেই। আপুনি যেন নামফলি নমাবলৈ আমাক আৰু নকয়। আপুনি কেৱল শুভ-আশীৰ্বাদ দি থাকিব।"

বৰপুতেক মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সততা আৰু নিষ্ঠাৰ ওপৰত পিতৃ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গভীৰ আস্থা আছিল। গতিকে বৰ পুতেকৰ দৃঢ় সংকল্পই তেওঁক জয় কৰিলে; মহাবিদ্যালয় প্ৰতিষ্ঠাত মৌনতাৰে সন্মতি জনাবলৈ বাধ্য হ'ল।

ঊনাশী চনৰ আঠ আগষ্টৰ পৰা "বালিকা মহাবিদ্যালয়"ত ছাত্ৰী ভৰ্তি আৰম্ভ হ'ল আৰু ২২জনী ছাত্ৰীৰে প্ৰাক্-বিশ্ববিদ্যালয় ১ম বাৰ্ষিক শ্ৰেণীত যথানিয়মে পাঠদান আৰম্ভ হ'ল। পাঠদানৰ ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য কথা এয়ে যে "বালিকা মহাবিদ্যালয়"ৰ প্ৰথমৰ তিনি-চাৰি বছৰ নলবাৰী, বৰভাগ আৰু কামৰূপ মহাবিদ্যালয়ত অধ্যাপনা কৰা একাংশ শিক্ষক-শিক্ষয়িত্ৰীয়ে বিনামূলীয়াকৈ পাঠদান নকৰাহেঁতেন, সম্ভৱ "বালিকা মহাবিদ্যালয়"ৰ কাম সুচাৰুৰূপে আগবঢ়াই নিয়াত যথেষ্ট কষ্টসাধ্য হ'লহেঁতেন।

"বালিকা মহাবিদ্যালয়"খনৰ কাম আগবঢ়াই নিয়াত আন এটা বিশিষ্ট অনুষ্ঠানে গুৰুত্বপূৰ্ণ অৰিহণা যোগাইছিল বুলিও অনুভৱ কৰাৰ থল আছে। সেয়া হ'ল, নলবাৰীৰ ৰাইজে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীলৈ আগবঢ়োৱা ৰাজহুৱা সম্বৰ্দ্ধনা। যিসকলে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক নিবিড়ভাৱে পৰ্যবেক্ষণ কৰাৰ সুযোগ পাইছিল, সেইসকলে অনুভৱ কৰিছিল যে সম্বৰ্দ্ধনা সভাই গৃহী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক প্ৰায় সম্পূৰ্ণৰূপে ব'ৰাগী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰূপে প্ৰতিষ্ঠিত হোৱাত অপূৰ্ব প্ৰেৰণা যোগাইছিল। সম্বৰ্দ্ধনা সভা অনুষ্ঠিত হৈছিল একাশী চনৰ ২২ নবেম্বৰ তাৰিখে। সেই দিনাৰ পৰা "বালিকা মহাবিদ্যালয়"খন গঢ়াত তেওঁ এক ৰোমাণ্টিক অনুভূতি লাভ কৰা যেন অনুমান হৈছিল। মহাবিদ্যালয়ৰ ছাত্ৰীবিলাকক তেওঁ অনুভৱ কৰিবলৈ ললে 'দেৱী' ৰূপে আৰু তেওঁ নিজে যেন সেই দেৱীসকলৰ উপাসক বা সেৱকহে। এনে ৰোমাণ্টিক অনুভূতিৰ ফলত মহাবিদ্যালয়খনৰ কাৰণে কৰিব

নোৱাৰা তেওঁৰ মনত একেৱেঁই নোহোৱা হ'ল। তেওঁ আনকি ছাত্ৰী 'দেৱী'সকলৰ ভৰি ধোৱা পানীটোপা পৰম পৱিত্ৰ জ্ঞান কৰি মূৰত লবলৈও দ্বিধাবোধ নকৰা হ'ল। দেৱীসকলৰ সেৱাৰ কাৰণে তেওঁৰ পত্নী উত্তৰা চৌধুৰীৰ জীৱনবীমাৰ ধন উঠাই আনি প্ৰেক্ষাগৃহ নিৰ্মাণ কৰাই দিবলৈও বাদ নিদিয়া হ'ল।

সম্বৰ্দ্ধনা সভাৰ ভাষণ-প্ৰসংগত এই দেৱীস্বৰূপা ছাত্ৰীসকলৰ মাজত নিহিত থকা প্ৰতিভাৰ তেওঁ ভূয়সী প্ৰশংসা কৰিছে আৰু আৱশ্যকীয় প্ৰতিপালনৰ অভাৱত যাতে মৰুভূমিৰ গোলাপৰ দৰে এই প্ৰতিভাবোৰ মৰহি নাযায় তাৰ কাৰণে আৱশ্যকীয় ব্যৱস্থা গ্ৰহণৰ অৰ্থে ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। অৱশ্যে সেই সভাত মহাবিদ্যালয়ৰ নামৰ আগৰ পৰা তেওঁৰ নামটো উঠাই দি মহাবিদ্যালয়খনক এখন "ৰাইজৰ বালিকা মহাবিদ্যালয়"ৰূপে গঢ়ি তুলিবলৈও আবেদন নজনোৱাকৈ থকা নাছিল। অৱশ্যে তাৰ লগতে "মই জীয়াই থকা পৰ্যন্ত আপোনালোকৰ লগত মোৰ ক্ষুদ্ৰ সামৰ্থ্যৰে আপোনালোকৰ এই "বালিকা মহাবিদ্যালয়"ত সেৱা আগবঢ়াই থাকিম" বুলি দ্বিধাহীন প্ৰতিশ্ৰুতি দিবলৈও পাহৰা নাছিল।

গাঁথিৰ ধন ভাঙি "বালিকা বিদ্যাপীঠ" গঢ়ি তুলিবলৈও ৰাইজ আগবাঢ়ি অহা নাছিল ; "বালিকা মহাবিদ্যালয়" গঢ়ি তুলিবলৈও ৰাইজ আগবাঢ়ি নাহিল। প্ৰকৃততে বৰপুতেক মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক হাতত লৈ তেওঁ অকলেই সুদৃশ্য ঘৰ-দুৱাৰ, আচ্‌বাব, পুথিভঁৰাল আদিৰ সৈতে "বালিকা মহাবিদ্যালয়" গঢ়ি দিলে।

এই প্ৰসংগতে মন কৰিবলগা কথা এয়ে যে অকল ভেলেমাৰীত নিৰ্মাণ কৰি দিয়া প্ৰাথমিক বিদ্যালয়খনতহে ল'ৰা-ছোৱালী উভয়ে পঢ়াৰ সুযোগ আছে। নলবাৰী চহৰত কিন্তু অকল ছোৱালীৰ কাৰণেহে তেওঁ শিক্ষানুষ্ঠান গঢ়ি দিছিল। ইয়াৰ পৰা অনুভৱ কৰিব পাৰি যে ছোৱালী বা ভৱিষ্যতৰ মাতৃসকলৰ শিক্ষাৰ প্ৰতিহে তেওঁ বিশেষভাৱে মনোনিবেশ কৰিছিল। সম্বৰ্দ্ধনা সভাৰ প্ৰত্যুত্তৰ প্ৰসংগতো এই কথা

উল্লেখ কৰি তেওঁ নিজমুখে কৈ গৈছে—"পুৰুষতকৈ মহিলা শিক্ষিতাৰ সংখ্যা বহু কম। মাতৃসকল শিক্ষিতা হলেহে আমাৰ ভৱিষ্যতৰ বংশধৰসকল শিক্ষা-দিক্ষাত অগ্ৰণী হ'ব পাৰিব।"

বৰ্তমানৰ মূল্যমানেৰে "বালিকা বিদ্যাপীঠ" আৰু "মহাবিদ্যালয়"ৰ ঘৰ, মাটি, আচ্‌বাব্‌, সা-সঁজুলি, পুথি-পত্ৰ আদিৰ মূল্য হ'ব কেইবা কোটি টকা। এজন মজলীয়া শ্ৰেণীৰ কাঠৰ বেপাৰীৰ এই দান প্ৰকৃততে বিস্ময়জনক বুলিব পাৰি। সম্পূৰ্ণ কৈ নিঃস্বাৰ্থভাৱে আগবঢ়োৱা এই দানে তেওঁৰ মনুষ্যত্ববোধৰ স্বৰূপ উপলব্ধি কৰাতো সহায় কৰে আৰু ই‌য়ে অনাগত ভৱিষ্যততো মাতৃসকলৰ শিক্ষাৰ মহান সম্প্ৰসাৰকৰূপে তেওঁক জিলিকাই ৰাখিব।

কিন্তু নিৰ্মোহভাৱে বিচাৰ কৰিলে এই কথাও অনুভৱ হয় যে শিক্ষাৰ তাত্বিক আলোচক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ নিজস্ব আদৰ্শৰ ৰূপায়ণ "বালিকা বিদ্যাপীঠ" বা "বালিকা মহাবিদ্যালয়"ৰ মাজেদি এতিয়ালৈ কিন্তু নঘটিল। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে তেওঁৰ ভাষণ আৰু প্ৰবন্ধাৱলীৰ মাজেদি কাৰিকৰী শিক্ষাৰ আৱশ্যকতাৰ কথা বাৰম্বাৰ কৈ আহিছিল। তেওঁ স্পষ্টভাৱেই অনুভৱ কৰিছিল যে কাৰিকৰী বিদ্যাই মানুহক স্বাৱলম্বী হোৱাত সহায় কৰে আৰু স্বাৱলম্বনকেই তেওঁ অসমৰ থলুৱা মানুহৰ কাৰণে 'সঞ্জীৱনী মন্ত্ৰ' বুলিও অভিহিত কৰিছিল।

আমি পাই আহিছোঁ যে সম্ভৱ ব্যক্তিগত লাভৰ কথা জড়িত থকাই কাৰিকৰী বিদ্যাৰ অনুষ্ঠান "সুভদ্ৰাদেৱী কমাৰ্চিয়েল কলেজ"খন বন্ধ কৰিবে দিয়াইছিল ; সংস্কাৰ সাধন কৰি সেইখনক ৰাইজৰ অনুষ্ঠানলৈ ৰূপান্তৰিত কৰাৰ আৱশ্যকতা অনুভৱ নকৰিলে। আনহাতে "বালিকা বিদ্যাপীঠ" আৰু "বালিকা মহাবিদ্যালয়"ত কাৰিকৰী শিক্ষা প্ৰৱৰ্তনৰ চেষ্টাই নকৰিলে।

কথা আৰু কামৰ মাজত পৰিলক্ষিত এই বৈসাদৃশ্যলৈ লক্ষ্য কৰি কোনোৱে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীকো ৰাজনৈতিক নেতাসকলৰ

দৰে দুমুখীয়া ব্যক্তিত্বসম্পন্ন বুলি অভিহিত কৰিব পাৰে। কিন্তু, সম্ভৱ আৰ্থিক অনাটনৰ কাৰণেই কমাৰ্চিয়েল কলেজখনৰ উৎকৰ্ষ সাধন কৰা তেওঁৰ বাবে সম্ভৱপৰ নহ'ল আৰু ঠিক একে কাৰণতে "বালিকা বিদ্যাপীঠ" আৰু "বালিকা মহাবিদ্যালয়"ত কাৰিকৰী শিক্ষা ব্যৱস্থা প্ৰৱৰ্তন কৰাও সম্ভৱপৰ নহ'ল। তেওঁ মহা ধনাঢ্য লোক নাছিল, তদুপৰি এই শিক্ষানুষ্ঠানবোৰ নিৰ্মাণত জড়িত হ'বলগাত পৰিল প্ৰায় সত্তৰ বছৰ বয়সতহে। সেই বয়সত কঠোৰ শ্ৰম কৰি ধন ঘটাৰ সামৰ্থ্যও নাছিল। পৈত্ৰিক আৰু নিজস্ব উপাৰ্জনৰ মাটি-বৃত্তি আগধৰি ল'ৰা-ছোৱালী, ভাই-ভনী আদিৰ মাজত ভগাই দিয়া কাৰণেও তেওঁৰ অৰ্থাগমৰ বাট বন্ধ হৈ গৈছিল। আনকি বাৰ্দ্ধক্যবশতঃ মৃত্যুৰ তিনি চাৰি বছৰ আগতে তেওঁ কাঠৰ ব্যৱসায়ো বন্ধ কৰি দিছিল। ১৯৮৫ চনতে "বালিকা বিদ্যাপীঠ"খন প্ৰাদেশীকৰণভুক্ত হোৱাৰ পিছত জানিবা সেইখনৰ কাৰণে চিন্তা পাতলিছিল। কিন্তু মহাবিদ্যালয়খনৰ দৈনন্দিন ব্যয় বাঢ়ি আহিছিল। শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যাও ক্ৰমে বাঢ়ি থকা কাৰণে তেওঁলোকৰ মাননি ফেৰাৰ কাৰণে প্ৰতিমাহে ব্যয় ক্ৰমে বৃদ্ধি পাইছিল। অথচ তেতিয়া তেওঁ নিজে প্ৰায় কপৰ্দক শূন্য। তেওঁৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰা লোক মাত্ৰেই জানে, সেই সময়ত ঘাটী মঞ্জুৰীৰ চৰকাৰী আদেশৰ কাৰণে কি আকুল আগ্ৰহেৰেই যে তেওঁ অপেক্ষা কৰি থকা নাছিল। উনানব্বৈ চনৰ বাইশ জুন তাৰিখে ঘাটী মঞ্জুৰীৰ আদেশ হোৱাত তেওঁ যে কিদৰে স্বস্তিৰ নিঃশ্বাস পেলোৱা নাছিল! সেই কাৰণেই শিক্ষানুষ্ঠানকেইটি ঘৰে-দুৱাৰেহে তেওঁ বৈশিষ্ট্যপূৰ্ণ কৰি তুলিব পাৰিছিল; কাৰিকৰী শিক্ষা ব্যৱস্থা প্ৰৱৰ্তনেৰে পৰিপূৰ্ণ শিক্ষানুষ্ঠানৰূপে গঢ়ি তোলা সম্ভৱপৰ নহ'ল।

মন কৰিবলগা কথা এয়ে যে নলবাৰী চহৰৰ বুকুত "বালিকা বিদ্যাপীঠ" আৰু "বালিকা মহাবিদ্যালয়ে" শিক্ষাৰ সম্প্ৰসাৰণত যি ভূমিকা বহন কৰিছে, আওহতীয়া গাঁও ভেলেমাৰীত প্ৰাথমিক বিদ্যালয়খনেও প্ৰকৃততে সেই একে গুৰুত্বপূৰ্ণ ভূমিকাই বহন কৰিছে। সমগ্ৰ নলবাৰী

অঞ্চল স্ত্ৰী শিক্ষাত তেনেই পিছপৰা আছিল ; অন্ধ গোড়ামিসম্পন্ন সামাজিক পৰিৱেশ আছিল ইয়াৰ কাৰণে জগৰীয়া। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ উদাৰ বদান্যতাই সেই গোড়ামিৰ ভিকাছন ভাঙিলে, স্ত্ৰী শিক্ষাত নলবাৰীয়েও আনৰ লগত খোজ মিলাবলৈ প্ৰয়াস পাইছে। অতি সামান্য অনুষ্ঠানিক শিক্ষাৰ অধিকাৰী মজলীয়া তৰপৰ কাঠৰ বেপাৰী মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ এই অৱদান অতি মহত্বপূৰ্ণ অৱদান। শিক্ষাৰ বিশিষ্ট সম্প্ৰসাৰক হিচাবে অসমৰ শিক্ষাৰ ইতিহাসত তেওঁৰ নাম জলজ্বল্-পট্পটকৈ জিলিকি থাকিব বুলিয়ে আশা।

# চৌধুৰীৰ ধৰ্মীয় নিষ্ঠা আৰু সাম্প্ৰদায়িক উদাৰতা

প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী সকৰে পৰা ধীৰ-স্থিৰ আছিল। আগ-পিছ নভবাকৈ কোনো কাম নকৰিছিল। তেওঁৰ পৰামৰ্শদাতা আছিল মাক, চালিকা শক্তি আছিল সৎ লোকৰ আদৰ্শ আৰু বাণী। তেওঁ সৰুৰে পৰা ধৰ্মপুথি অধ্যয়ন আৰু চৰ্চ্চা কৰিছিল। ধৰ্মীয় নীতি, সাধু লোকৰ বাণী তেওঁৰ জীৱন গঢ়াৰ আহিলা আছিল। সোণ পুৰিলে উজ্জ্বল হয়। মহৎ লোকৰ বাণী আৰু আদৰ্শৰ দ্বাৰা তেওঁৰ অন্তৰৰ কলুষ-কালিমা আঁতৰ কৰি নিকা কৰি লৈছিল। সেয়েহে এই মহান ত্যাগ স্বীকাৰ কৰাৰ অনুপ্ৰেৰণা লাভ কৰিছিল। তেওঁৰ নিজৰ আৰ্জনৰ সমূদায় ধন দহ আৰু ৰাইজৰ বাবে আগবঢ়াই সুমহান দানৰ চানেকি ৰাখি থৈ যাব পাৰিছিল। প্ৰয়াত চৌধুৰী এজন নৈষ্ঠিক হিন্দু ধৰ্ম্মাৱলম্বী আছিল। জীৱনৰ প্ৰতি স্তৰতে আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চলন-ফুৰণ সকলো ক্ষেত্ৰতে ধৰ্ম্মীয় পবিত্ৰতা ৰক্ষা কৰি চলিছিল। তেওঁ নিয়মিয়াকৈ ধৰ্মশাস্ত্ৰ চৰ্চ্চা আৰু অধ্যয়ন কৰিছিল আৰু নিজকে সেইমতে চলাইছিল। ধৰ্ম বিষয়ত তেওঁ আছিল অতি উদাৰ। স্বধৰ্মৰ বাহিৰেও অন্য ধৰ্মৰ প্ৰতি তেওঁ উদাৰ মত পোষণ কৰিছিল। আলোচনা প্ৰসঙ্গত বুজিব পৰা গৈছিল যে সকলো ধৰ্মৰ বিশ্বাস আৰু নীতিক তেওঁ সমভাবে সমাদৰ কৰিছিল। ধৰ্মীয় দিশত তেওঁ গোড়া নাছিল। নৰনাৰায়ণ সেৱাইকে তেওঁ প্ৰকৃত ধৰ্ম বুলি গণ্য কৰিছিল। তেওঁৰ ৰচনাৱলীৰ পৰা এই কথা বুজা যায় যে গণসেৱাইহে প্ৰকৃত ধৰ্ম। কৰ্মবিমুখতা এক সামাজিক ব্যাধি। ই সমাজক দৰিদ্ৰতাৰ পিনে ঠেলি দিয়ে। ঈশ্বৰৰ দান হাত, ভৰি, চকু, কাণ, নাক আদিক সঠিকভাৱে ব্যৱহাৰ নকৰি নিজকে দৰিদ্ৰতাৰ মাজত এৰি দিয়াতো এক অভিশাপস্বৰূপ। আত্মা নিয়ন্ত্ৰণ আৰু

স্বাৱলম্বী গুণৰ অধিকাৰীজনহে প্ৰকৃত মানৱ। ইয়াৰ অবিহনে মানুহৰ সামাজিক, নৈতিক আৰু আৰ্থিক জীৱন নিৰৰ্থক হৈ পৰে।

প্ৰয়াত চৌধুৰীদেৱ এজন উদাৰ মনৰ মানুহ আছিল। সাম্প্ৰদায়িকতাৰ দূষিত বতাহে তেওঁক চুব পৰা নাছিল। তেওঁৰ মতে সকলো মানুহ সমান আৰু সমান সুবিধা পাব লাগে। ইয়াত জাতি-ধৰ্মৰ কোনো স্থান নাই। সকলো একেখন দেশৰে অধিবাসী। সকলোৰে উন্নতিয়ে দেশৰ উন্নতি। নলবাৰী চহৰৰ মাজ মজিয়াত ইছলাম চুপা এটা মুছলমান অধ্যুষিত অঞ্চল। ইয়াৰ ৰাইজে প্ৰাথমিক স্কুল এখন খোলাৰ বাবে তেওঁৰ পৰা এডোখৰ মাটি বিচাৰিছিল। মৃত্যুৰ কিছুদিন আগতে এই কথাটো মনত পৰাত তেওঁৰে ডাঙৰ ল'ৰা শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক মাতি নি ইছলাম চুপাৰ ৰাইজক মাটি এটুকুৰা দান দিয়াৰ ইচ্ছা ব্যক্ত কৰিলে। যেনে কথা তেনে কাম। ইছলাম চুপাৰ ৰাইজক মাতি নিয়াৰ দায়িত্ব দিলে ডাঙৰ ল'ৰা শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক। ইতিমধ্যে বিভিন্ন কামৰ হেঁচাত শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে খবৰটো দিবলৈ পাহৰি গ'ল। পিছত যেতিয়া প্ৰয়াত চৌধুৰীদেৱে উক্ত কথাটো গম পালে ডাঙৰ ল'ৰাক মৃদু ভৰ্ৎসনা কৰি ক'লে, "তুমি যদি সময়ৰ অভাৱত খবৰটো দিব নোৱাৰা তেনেহলে ময়ে যাম নেকি ?" কথা শুনি দৌৰা-দৌৰিকৈ শ্ৰীচৌধুৰী ইছলাম চুপালৈ আহি উক্ত চুপাৰ ৰাইজক মাতি গ'ল। সেইমৰ্মে ৰাইজ যোৱাত চহৰৰ মাজ মজিয়াৰ মাটি বোল লেচা স্কুলৰ নামত দান দিলে। দানৰ মূল্য টকাৰে জোখা নহয় যদিও প্ৰচলিত দৰত ইয়াৰ মূল্য চল্লিশ হাজাৰ টকাৰ কম নহয়। তেওঁ জাতি-ধৰ্ম নিৰ্বিশেষে সকলোকে 'মানুহ' বুলিহে গণ্য কৰিছিল। সেইবাবে তেওঁৰ মৃত্যুৰ বাতৰি পোৱাৰ লগে লগেই সকলো সম্প্ৰদায়ৰ লোক তেওঁৰ ঘৰ ভৰি পৰিছিল।

প্ৰয়াত চৌধুৰী এজন মহান ত্যাগী পুৰুষ আছিল। তেওঁ যেন সকলো ৰিপুকে দমন কৰিব পাৰিছিল। মোৰ জীৱনত তেওঁৰ খং

মই দেখা নাই। মধুৰ ভাষী চৌধুৰী সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল। তেওঁৰ অমায়িক ব্যৱহাৰে সকলোকে মোহিত কৰিছিল। তেওঁ আছিল সদালাপী। দীন-দৰিদ্ৰৰ দুখ দেখিলে তেওঁৰ প্ৰাণে কান্দি উঠিছিল। তেওঁৰ মতে ঈশ্বৰে কাকো দৰিদ্ৰ কৰি জন্ম দিয়া নাই। ঐশ্বৰিক সম্পদ হাত-ভৰি, চকু-কাণ আদি সকলোকে দিছে। নিজৰ কৰ্মৰ ফলতহে মানুহ ধনী-দুখীয়া হয়। কবিৰ ভাষাত,

> "কৰ্মীজনে আগবাঢ়ে উচটনি পাই
> নিষ্কৰ্মাই অনুতাপ ভোগে সৰ্বদায়।"

দীনতা, দৰিদ্ৰতা ঈশ্বৰৰ অভিশাপস্বৰূপ। মানুহৰ ঐকান্তিকতা আৰু অধ্যাৱসায় হৈছে উন্নতিৰ জখলা। এই গুণ আয়ত্ব কৰি ললে বিপৰ্যয় আহিব নোৱাৰে। তেওঁ বিনা কাৰণত এপইচাও খৰচ নকৰিছিল। তেওঁ নিঃকিন নহয়, কিন্তু সৰল জীৱন-যাপন কৰি ভাল পাইছিল। এক কথাত কবলৈ গলে প্ৰয়াত চৌধুৰীৰ লেখীয়া গুণসম্পন্ন ব্যক্তি আমাৰ সমাজত বিৰল। সকলো সম্প্ৰদায়ৰ প্ৰিয়ভাজন ব্যক্তি হিচাপে তেখেত চিৰ স্মৰণীয় হৈ ৰ'ব।

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বদান্যতাৰ মূল্যায়ণ

নিজৰ স্বত্ব ত্যাগ কৰি যি দ্ৰব্য সম্প্ৰদান কৰা হয় তাকে দান বুলি কোৱা হয়। সাত্বিক, ৰাজসিক আৰু তামসিক এই তিনি প্ৰকাৰ দানৰ ভিতৰত সাত্বিক দানেই শ্ৰেয়। যি দান গ্ৰহীতাজনৰ উপকাৰত আহে, দেশ-কাল-পাত্ৰ ভেদে সেই দানকেই সাত্বিক দান বুলি কোৱা হয়। যথা—"দাতব্যমিতি যদ্দানং দীয়তে উপকাৰিণে, দেশে কালে চ পাত্ৰেচ তদ্দানং সাত্বিকং স্মৃতম্।"

তিনিটা গুণে মানুহক আন জীৱৰ পৰা পৃথক কৰে। সহানুভূতি, দয়া আৰু ত্যাগ। দয়াৰ গুণত মানুহ দানী হয়। আনৰ উপকাৰ সাধনৰ প্ৰবৃত্তি জন্মে। প্ৰবৃত্তি বিশুদ্ধ হলে কৰ্মও বিশুদ্ধ হয়। শুদ্ধ নহলে যি কৰ্মৰ যোগেদি ইচ্ছাই আত্মপ্ৰকাশ কৰে সেই কৰ্মও শুদ্ধ নহয়। চিৰ আনন্দ লাভ কৰাৰ একমাত্ৰ উপায় ত্যাগ। ত্যাগেহে কেৱল অমৃতত্ব বা পৰম আনন্দ প্ৰদান কৰিব পাৰে। যথা—"ত্যাগেন একেন অমৃতত্বম্ অনস্তুঃ।" দহৰ উন্নতি বৃদ্ধি কৰাৰ প্ৰেৰণাৰে উদ্বুদ্ধ হৈ যেতিয়া কোনোৱে তেওঁৰ ধন-সম্পত্তি, নৈপুণ্য, বুদ্ধি, সামাজিক মৰ্যাদা সকলোকে উৎসৰ্গ কৰে, তেওঁ সঁচাকৈয়ে মহান হয়। অহং আৰু ত্যাগ একেলগে তিষ্ঠিব নোৱাৰে। নিঃস্বাৰ্থ দানত দিওঁতাৰ গৌৰৱ আছে। অহংকাৰৰ স্থান নাই।

মানুহে যেতিয়া তেওঁৰ সৰ্বস্ব দান কৰে আৰু নিজৰ ত্যাগৰ বোধেৰে গৌৰৱান্বিত হয় তেতিয়াও তেওঁ মহান বা গৌৰৱান্বিত বোধ কৰা উচিত নহয়। মান, যশ, প্ৰতিপত্তিৰ কাৰণে লালায়িত নহৈ নিঃস্বাৰ্থভাৱে আগবঢ়োৱা মানৱ সেৱাই হৈছে প্ৰকৃত সেৱা। প্ৰকৃত মানৱ সেৱাত নাম আৰু প্ৰচাৰৰ ঠাই নাই। দানৰ পৰা একো লাভ বা প্ৰতিদান নিবিছৰাকৈ সম্পূৰ্ণ কৰ্তব্য জ্ঞানৰ পৰা কৰাটোৱেই দাতাৰ নিষ্কাম সাধনা। এনে নিষ্কাম সাধনাই দাতাৰ অন্তঃকৰণ প্ৰশস্ত কৰে। অন্তৰ কুসুমিত কৰে। হৃদয় পবিত্ৰ হলে কৰ্মও পবিত্ৰ হয়।

দান গ্ৰহণ কৰা সহজ। গ্ৰহণ কৰি দানৰ যথাযথ মৰ্যাদা ৰক্ষা কৰাটোহে সহজ নহয়। দান গ্ৰহণ কৰোতাই দাতাৰ মন, দানৰ উদ্দেশ্য চিন্তা কৰি নিঃস্বাৰ্থভাৱে দানৰ মৰ্য্যদা ৰক্ষা কৰা মূল কৰ্তব্য।

ভাৰতীয় আদৰ্শয়ো, ত্যাগক অতি উচ্চ স্থান দিছে। প্ৰকৃত দান সম্পৰ্কে উপনিষদে কৈছে—"শ্ৰদ্ধয়া দেয়ম্, অশ্ৰদ্ধয়া অদেয়ম্, প্ৰিয়া দেয়ম্, হ্ৰিয়া দেয়ম্, ভিয়া দেয়ম্, সংৱিদা দেয়ম্।" শ্ৰদ্ধাৰে দান কৰিবা, শ্ৰদ্ধাহীন মনেৰে দান নকৰিবা, সামৰ্থ্য অনুসাৰে দিবা, সলজ্জভাৱে শাস্ত্ৰৰ প্ৰতি লোক-নিন্দাৰ ভয়ত মিত্ৰভাৱে প্ৰেমভাৱত দিবা।

মহাত্মাগান্ধীৰ মতে এজন মানুহ ধনী হোৱাত কোনো আপত্তি নাই, যদিহে তেওঁ নিজকে জনসাধাৰণৰ কল্যাণৰ বাবে সঞ্চয় কৰি ৰখা সেই ধনৰ ৰক্ষক বুলিহে ভাবে। বদান্য দাতাৰূপে খ্যাত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীও এনে এজন ব্যক্তি আছিল যি গৰাকীয়ে উত্তৰাধিকাৰীসূত্ৰে পোৱা আৰু স্বোপাৰ্জিত ধন-সম্পত্তিৰ মাথোঁ ৰক্ষক বুলিহে ভাবিছিল। তেৰ বছৰ বয়সতে পিতৃহাৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী পৰিয়ালৰ আৰ্থিক অৱস্থা সন্তোষজনক নাছিল। জীৱন আৰু জীৱিকাৰ তাড়নাত নানা দুখ-কষ্টৰ মাজেৰে সততা আৰু অধ্যৱসায়ৰ বলত চৌধুৰী হ'ল এজন সুনামী ধনী মহাজন। "ন সুখাৎ লভ্যতে সুখম্" এই আপ্তবাক্যৰ প্ৰতিফলন ঘটিছিল চৌধুৰীৰ জীৱনত।

ছাত্ৰাৱস্থাৰ পৰা শিক্ষা-সংস্কৃতি আৰু সৰু-সুৰা জনহিতকৰ কামৰ প্ৰতি আছিল তেওঁৰ প্ৰৱল অনুৰাগ। "খাটাবাৰী ছাত্ৰ সভা" আৰু "উত্তৰ কামৰূপ শিক্ষা প্ৰচাৰিণী সভা" গঠনত আছিল আগৰণুৱা। এই সভাৰ উদ্যোগত খাটা আৰু বাঁহজানী মৌজাৰ পিচপৰা কোনো কোনো গাঁৱত প্ৰাথমিক শিক্ষাৰ বাবে পাতিছিল পাঠশালা স্কুল। পাগলদিয়া নদীৰ বানে ধ্বংস কৰা গাঁৱৰ বাট-পথ মেৰামতি কৰা কামত তেওঁ আছিল আগুৱান। নলবাৰী গৰ্ডন হাইস্কুলৰ "জ্ঞান দায়িনী সভা"ত পাঠ কৰিছিল বিভিন্ন বিষয়ক ৰচনা। ল'ৰালি কালৰ শিক্ষা-সংস্কৃতি আৰু সমাজ সেৱাৰ অন্তৰ্নিহিত বীজ সময়ত অংকুৰিত হ'ল।

প্ৰায় দুকুৰি দহ বছৰ বয়সত চৌধুৰীৰ মানসপটত উন্মোচিত হ'ল শিক্ষা-সংস্কৃতিৰ বিশাল জগতখন। উপলব্ধি কৰিলে শিক্ষাৰ এক নৱ দিগন্ত য'ত তেওঁ একলব্য সেৱাৰ দৃষ্টিৰে সোমাই অগ্ৰসৰ হ'ল গভীৰৰ পৰা গভীৰলৈ। ফলত তেওঁৰ উন্মুক্ত দানেৰে গঢ়ি উঠিল শিক্ষা-সংস্কৃতি প্ৰসাৰৰ বাবে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান।

চৌধুৰীৰ দান আত্মকেন্দ্ৰিক নাছিল। আয়কৰৰ পৰা মুক্ত হবলৈ দান দি সুনাম অৰ্জন কৰা তেওঁৰ অভিপ্ৰায়ো নাছিল। চৌধুৰীৰ জীৱনবোধ ধন-সম্পত্তিৰ অভিলাষেৰে দূষিত হোৱা নাছিল। অৰ্থই কৰা নাছিল উন্মত্ত আৰু অভিমানী। বৰং অৰ্থৰ বিনিময়ত যাপন কৰিছিল এক সাত্ত্বিক জীৱন।

ষাঠিৰ দশকত এজন বৰেণ্য ব্যক্তিৰ লগত ঘটিল চৌধুৰীৰ নিবিড় সান্নিধ্য। সেইজন আছিল প্ৰথিতযশা সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী। চিনাচিনি হ'ল দুয়ো মনৰ ভাব-ভাষাৰে। গোস্বামীৰ সান্নিধ্যত তেওঁৰ অন্তৰৰ শিক্ষা-সংস্কৃতিৰ প্ৰতি থকা অনুৰাগ যেন বিকশিত হ'ল।

"নলবাৰী সাহিত্য সমাজ"ৰ স্থায়ী কাৰ্যালয় বন্ধাৰ বাবে "সাহিত্য সমাজ"ৰ কেইজনমান উদ্যোগী সদস্যই চৌধুৰীৰ ওচৰ চাপি এডোখৰ মাটি বিচাৰিলে। দহজনৰ অনুৰোধ মানি হৰ্ষচিত্তে তিনি কঠা মাটি দিয়াৰ প্ৰতিশ্ৰুতি দিলে। যি উদ্দেশ্যে চৌধুৰীয়ে দান দিয়ে সেই উদ্দেশ্য সফল নোহোৱালৈকে যেন তেওঁৰ অন্তৰত শান্তি নাই। দানৰ সাৰ্থক ৰূপায়ণত হে মনৰ প্ৰশান্তি। কেৱল মাটি দান কৰিয়েই চৌধুৰী ক্ষান্ত নাথাকিল। নিজৰ ধন আৰু নিজে দায়িত্ব বহন কৰি সাজি দিলে ভৱিষ্যতে বঢ়োৱাৰ পৰিকল্পনাৰে তিনি কোঠালীৰ এটি পকী ঘৰ—"নলবাৰী সাহিত্য সমাজ"ৰ কাৰ্যালয়, "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"। এই ভৱন কেৱল ভক্তিমান পুত্ৰৰ পিতৃভক্তিৰ পুণ্য নিদৰ্শনেই নহয় সাহিত্য সেৱাৰ প্ৰতি চৌধুৰীৰ প্ৰগাঢ় অনুভূতিৰ ই পহিলা পদক্ষেপ। "ৰাজেন্দ্ৰ চৌধুৰী ভৱনে" নলবাৰীত সাহিত্য-চৰ্চাৰ পৰিৱেশ সৃষ্টি

কৰিলে। সাহিত্য সমাজৰ ভেঁটি সুদৃঢ় কৰিলে। সাহিত্য সমাজে তেখেতৰ পৰা বিচাৰিছিল মাথোঁ মাটি। কিন্তু চৌধুৰীয়ে দিলে মাটি আৰু ঘৰ দুয়োটাই। খোজাতকৈ বেছি দিয়ে—এয়েই তেখেতৰ বদান্যতা।

নলবাৰী অঞ্চলত কাৰিকৰী শিক্ষাৰ প্ৰয়োজন বুজি কমাৰ্চিয়েল কলেজৰ বাবে তেখেতে নিজ মাটিৰ ওপৰত ঘৰ সাজি দিছিল। কলেজ পৰিচালনা সমিতিয়ে কৃতজ্ঞতা সোঁৱৰি সেই অনুষ্ঠান চৌধুৰীৰ মাতৃৰ নামেৰে নামকৰণ কৰিছিল—"সুভদ্ৰা দেৱী কমাৰ্চিয়েল কলেজ"। কলেজৰ আধাৰশিলা স্থাপন অনুষ্ঠানত দিয়া ভাষণ-প্ৰসংগত তেখেতে কৈছিল, "মই এজন অতি সামান্য মানুহ। আৱশ্যকীয় শিক্ষা-দীক্ষাও লাভ কৰা নহ'ল। মাই-পিতাৰ সম্পত্তিৰ ওপৰতেই আমি জীয়াই আছো। মাই-পিতাৰ সঞ্চিত সম্পত্তিৰ পৰা নিচেই ক্ষুদ্ৰ এটা অংশ এই অনুষ্ঠান নিৰ্মাণৰ অৰ্থে ব্যয় কৰা হৈছে মাত্ৰ। ই মোৰ নিজৰ উপাৰ্জনৰ সম্পত্তি নহয়। নিজৰ শ্ৰমোপাৰ্জিত সম্পদৰ দ্বাৰাহে প্ৰকৃত দান হয়। এই অনুষ্ঠানৰ কাৰণে আগবঢোৱা সম্পত্তিৰ কাৰণে গৌৰৱ কৰাৰ মোৰ কোনো অধিকাৰ নাই। ইয়াত মোৰ কোনো কৃতিত্ব নাই।" —চৌধুৰীৰ নিজৰ কথাই পিতৃ-মাতৃ ভক্তি, দানৰ নিঃস্বাৰ্থতা প্ৰকাশত সহায় কৰে।

সময়ত চৌধুৰীৰ উপলব্ধি হ'ল যে সেই অনুষ্ঠান তেখেতৰ ব্যক্তিগত। নিজৰ লাভালাভ ইয়াৰ লগত জড়িত। গতিকে সেই অনুষ্ঠান বন্ধ কৰি দিয়ালে। চৌধুৰীৰ ইচ্ছা অনুসৰি সেই গৃহতে গঢ়ি উঠিল "নলবাৰী জিলা সাহিত্য-সভা"ৰ কাৰ্যালয়—"সুভদ্ৰা দেৱী চৌধুৰী ভৱন"।

অধ্যাপক শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মা তেতিয়া আছিল নলবাৰী জিলা সাহিত্য-সভাৰ সম্পাদক। জিলা সাহিত্য-সভাৰ কাৰ্যালয়ৰ উদ্বোধনী সভাৰ শেষত চৌধুৰীয়ে সম্পাদকৰ কাষ চাপি কোনোবাই দেখিব বুলি হাতৰ টিপতে পাঁচ হাজাৰ এক টকা সম্পাদকক দি মনে মনে কৈছিল— "এইখিনি ৰাখক। যৎসামান্য কিবা অলপ দিছোঁ। জিলা সাহিত্য সভাৰ কামত লাগিব। এতিয়াই কাকো নকব। পাছে-পৰেও জানিব।"

এইজনেই আছিল আত্ম-প্ৰকাশৰ মোহ নথকা দাতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী। তেওঁৰ এই মহৎ দানে নলবাৰী জিলা সাহিত্য-সভাক সঞ্জীৱনী শক্তি দিলে।

ধম্‌ধমা অঞ্চলৰ ভেলামাৰী গাওঁ। শিক্ষা দীক্ষাত তেনেই পিচ পৰা। চৌধুৰীৰ তাতে খাট-পাম আছিল। তেখেত সেই গাৱঁলৈ অহা-যোৱা কৰে সময়বুজি। শিক্ষাৰ কোনো ব্যৱস্থা নথকাত প্ৰাথমিক বিদ্যালয় এখন পতাৰ চিন্তা তেওঁৰ মনলৈ আহিল। গাৱঁৰ মানুহেও অনুৰোধ জনালে। শিক্ষাপ্ৰেমী চৌধুৰীয়ে পামৰ এডোখৰ মাটিৰ ওপৰত পকীঘৰ এটি সজাই দি স্থাপন কৰি দিছিল এখন প্ৰাথমিক বিদ্যালয়। চৌধুৰীৰ উদাৰতা আৰু বদান্যতাৰ প্ৰতি শ্ৰদ্ধা জনাই ৰাইজে বিদ্যালয়খনৰ নাম ৰাখিলে “মহেন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰাথমিক বিদ্যালয়”। স্কুলখনত শিক্ষক আছিল দুজন। দুয়ো অবৈতনিক। প্ৰতি মাহে দুয়োৰে বেতন আৰু বিদ্যালয়ৰ বাবে নৈমিত্তিক খৰছৰ ধন চৌধুৰীয়ে নিজে বহন কৰিছিল। প্ৰায় চাৰি-পাঁচ বছৰৰ মূৰত বিদ্যালয়খন প্ৰাদেশীকৰণ হ'ল মাত্ৰ এজন শিক্ষকৰ পদেৰে। দ্বিতীয় শিক্ষকজনৰ অভাৱ আৰু দুখ সহিব নোৱাৰি সেই পদটো চৰকাৰে মঞ্জুৰ নকৰালৈকে প্ৰতি মাহে শিক্ষকজনক চৌধুৰীয়ে নিজৰ হাতৰ পৰা দি আছিল।

ভেলামাৰী গাৱঁৰ ৰাইজে স্কুল পাতি দিবলৈ মাটিৰ মালিক চৌধুৰীক অনুৰোধ জনাইছিল যদিও তেখেতে তেনে অনুৰোধৰ প্ৰতি গুৰুত্ব নিদিবও পাৰিলেহেঁতেন। কিন্তু সজ কামত বিশেষকৈ শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত ব্যয় কৰা আছিল তেখেতৰ পূৰ্ণ অনুৰাগ। চৌধুৰী নিজেও আছিল এজন আদৰ্শ খেতিয়ক। ভেলামাৰী গাৱঁৰ খেতিয়ক-সকলৰ প্ৰতি আছিল তেখেতৰ সহজাত অনুকম্পা। তালৈ অহা-যোৱা কৰাৰ ফলত কৃষিজীৱী নিৰক্ষৰ গাওঁবাসীৰ লগত একাত্মবোধ গঢ়ি উঠিছিল। তাৰোপৰি চৌধুৰীয়েও তাত এখন পাঠশালা স্কুল পতাৰ চিন্তা আগৰে পৰা কৰি আছিল। ৰাইজৰ অনুৰোধে তেওঁৰ

চিন্তা বেছি দৃঢ় কৰিহে তুলিছিল। ভেলামাৰী প্ৰাথমিক বিদ্যালয় স্থাপন চৌধুৰীৰ নিৰক্ষৰতা দূৰিকৰণৰ অন্যতম নীৰৱ সফল প্ৰচেষ্টা। খেতিয়ক ৰাইজৰ প্ৰতি সেৱা আৰু সহৃদয়তাৰ মাপকাঠি।

স্ত্ৰী শিক্ষাত পিচ পৰা নলবাৰী অঞ্চলত ১৯৬০ চনলৈ নলবাৰী চহৰত মাত্ৰ এখনেই আছিল ছোৱালী হাইস্কুল। আন এখন বালিকা হাইস্কুলৰ আৱশ্যকতা নলবৰীয়া ৰাইজে উপলব্ধি কৰিছিল। এই বিষয়ে চৌধুৰীৰ লগত কোনোৱে খোলাখুলিভাৱে কোনো আলোচনা কৰা নাছিল। নলবাৰীত আন এখন ছোৱালী হাইস্কুলৰ প্ৰয়োজনীয়তা সম্পৰ্কে শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীয়ে মাথোঁ মাজে-সময়ে মহেন্দ্ৰ নাৰায়ণ-চৌধুৰীৰ লগত কোৱা-কুই কৰিছিল। কেইজনমান উদ্যোগী লোকৰ মুখৰ পৰাহে স্কুলৰ বাবে মাটি এবিঘা দান দিয়াৰ কথা তেখেতৰ কাণত পৰিছিল।

২২/৩/৭২ তাৰিখে ৰাজেন্দ্ৰ চৌধুৰী ভৱনত শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত নলবাৰীত আন এখন বালিকা হাইস্কুল পতাৰ সিদ্ধান্ত কৰে আৰু প্ৰস্তাবিত স্কুলৰ নাম "বালিকা বিদ্যাপীঠ," নলবাৰী নামেৰে নামকৰণ কৰে। সেই সভাতে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কৈছিল—"ছোৱালীৰ বাবে এখন এম.ই. স্কুল পাতি এই অভাৱ দুই-এবছৰৰ বাবে আঁতৰাবলৈ চেষ্টা কৰিব পাৰি যদিও অদূৰ ভৱিষ্যতে নলবাৰীত এখন ছোৱালী হাইস্কুলৰ বিশেষ আৱশ্যক হ'ব। প্ৰস্তাৱিত শিক্ষা অনুষ্ঠানটিৰ বাবে মোক এবিঘা মাটিৰ কাৰণে কৈছিল আৰু ময়ো দিবলৈ প্ৰতিশ্ৰুত। কিন্তু এবিঘা মাটিৰ ওপৰত মজলীয়া স্কুল এখন গঢ়ি তুলিব পৰা হ'ব যদিও পূৰ্ণাংগ হাইস্কুলৰ বাবে ঠাই বৰ ঠেক হ'ব। অনুষ্ঠান পতাৰ বাবে নলবাৰী চহৰত মাটি নোহোৱা হৈ আহিছে। ভৱিষ্যতে লাগিলে পাব ক'ত? সেইকাৰণে যদি আপোনালোক পৰিচালনা সমিতিয়ে আন দায়িত্ব বহন কৰিবলৈ সমৰ্থ হয়, তেনেহলে মই প্ৰস্তাৱিত শিক্ষা-নুষ্ঠানটিৰ কাৰণে দুই বিঘা মাটি দিম বুলি এই সভাত প্ৰতিশ্ৰুতি

দিলো। এই মাটি মোৰ নিজৰ শ্ৰমেৰে লাভ কৰা নহয়; ই পিতৃ-পুৰুষৰ শ্ৰমৰ ফল। ইয়াত মোৰ কোনো কৃতিত্ব নাই।” সভাই এই অযাচিত দানৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰি চৌধুৰীৰ সুদীৰ্ঘ জীৱন কামনাৰে প্ৰস্তাৱ গ্ৰহণ কৰে।

ৰাইজে চৌধুৰীৰ পৰা আশা কৰিছিল মাথোঁ এবিঘা মাটি। কিন্তু বিদ্যালয়ৰ ভৱিষ্যত চিন্তা কৰি আগ-পাছ ভাবি দুবিঘা মাটি দিবলৈ তেখেতে দিছিল ৰাজহুৱাভাৱে প্ৰতিশ্ৰুতি। যি সময়ত উদ্যোক্তা-সকলে সদ্যহতে ছোৱালী এম. ই. স্কুলৰ পঞ্চমমান শ্ৰেণীটো খোলাৰ কথাহে চিন্তা কৰিছিল দূৰদৰ্শী চৌধুৰীয়ে একে সময়তে মনে-প্ৰাণে চিন্তা কৰিছিল নলবাৰীত এখন পূৰ্ণাংগ বালিকা হাইস্কুল পতাৰ এক বাস্তৱ পৰিকল্পনা।

স্কুলঘৰ সজাৰ বাবে দান-বৰঙণি বিচাৰি প্ৰস্তুতি কমিটি আগবাঢ়িল। ১৯৭৫ চনলৈ ভ্ৰাম্যমান থিয়েটাৰ আদি অনুষ্ঠিত কৰি প্ৰায় দহ হাজাৰ, বিভিন্ন ব্যক্তিৰ পৰা প্ৰায় দুকুৰি ট্ৰাক মাটি আৰু কুমাৰিকাটাৰ শ্ৰীবলভদ্ৰ দাসৰ পৰা দহ হাজাৰ ইটাহে মাথোন সংগ্ৰহ কৰিবলৈ সক্ষম হ'ল। প্ৰকৃততে দান-বৰঙণি সংগ্ৰহত প্ৰস্তুতি কমিটি বিফল হ'ল।

১৯৭৫ চনৰ ২৩ ফেব্ৰুৱাৰীত সাধাৰণ সভা বহিল। আলোচনা—এম. ই. স্কুলক হাইস্কুল পৰ্যায়লৈ উন্নীতকৰণ। আলোচনাৰ অন্তত শ্ৰীহৰিচৰণ পাঠকদেৱে বিদ্যালয়খন সম্পূৰ্ণভাৱে নিৰ্মাণ কৰি দিবলৈ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱক অনুৰোধ জনালে। সেই সভাতে বিদ্যাপীঠৰ নাম “মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ” নামে নামকৰণ কৰাৰো প্ৰস্তাৱ ডাঙি ধৰা হ'ল। বিদ্যাপীঠ স্থাপনৰ ক্ষেত্ৰত চৌধুৰীয়ে যথাসম্ভৱ সেৱা আগবঢ়োৱাৰ প্ৰতিশ্ৰুতি দি নামকৰণৰ সম্পৰ্কত বিনীতভাৱে তীব্ৰ বিৰোধিতা কৰি কৈছিল—“এই অনুষ্ঠানৰ বাবে যি যৎকিঞ্চিত ধন ব্যয় কৰা হ'ব সি আমাৰ পৈত্ৰিকহে। উত্তৰাধিকাৰী-সূত্ৰেহে আমি তাৰ গৰাকী। আনৰ ধনৰ ওপৰত নাম লবলৈ মোৰ

কোনো অধিকাৰ নাই।” চৌধুৰীৰ বক্তব্যৰ শেষত শ্ৰীপাঠকদেৱে কৈছিল --“আপোনাৰ প্ৰতিশ্ৰুতিমতে ৰাইজে আপোনাৰ মহৎ দান গ্ৰহণ কৰিছে। এতিয়া ৰাইজে যি ভাল দেখে কৰক।” পাঠকৰ কথাত সমাজুৱাই হয়ভৰ দিলে। সভা ভংগ হ'ল। শেষত ৰাইজৰ মতেই বিদ্যালয়ৰ নামকৰণ কৰা হ'ল, “মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ”।

চৌধুৰীৰ প্ৰতিশ্ৰুতি অলৰ-অচৰ। পিচ দিনাৰে পৰা আৰম্ভ হ'ল বিদ্যাপীঠৰ গৃহ নিৰ্মাণৰ চিন্তা। বিদ্যাপীঠৰ শুভাকাঙ্খী কেইজনমানে ব্যৱসায়ীসকলৰ ওচৰলৈ দান-বৰঙণি বিচাৰি যাওঁতে কৰা বিৰূপ মন্তব্য শুনি চৌধুৰী বিতুষ্ট হৈ তেনেদৰে যোৱাত বাধা দিছিল।

তেখেতে দান কৰা পাঁচ বিঘা মাটিত পৰ্য্যায়ক্ৰমে চাৰিটা আহল-বহল পকা ঘৰৰ লগতে, চকিদাৰৰ আবাস, খেলপথাৰ, প্ৰয়োজনীয় আচ্‌বাবেৰে বালিকা বিদ্যাপীঠক পূৰ্ণাংগ ৰূপত গঢ়ি তুলিলে। চৌধুৰীয়ে মনে-প্ৰাণে উপলব্ধি কৰিছিল--সমাজ উন্নয়নৰ আধাৰ হ'ল শিক্ষা। এই শিক্ষা বিশেষভাৱে নিৰ্ভৰ কৰে মাতৃসকলৰ ওপৰত। সেয়েহে ভৱিষ্যত মাতৃসৱৰ শিক্ষা লাভৰ বাবে চৌধুৰী ব্ৰতী হৈছিল আজীৱন স্ত্ৰী শিক্ষাৰ বাবে শিক্ষানুষ্ঠান প্ৰতিস্থাত। “মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ” চৌধুৰীৰ প্ৰগতিবাদী চিন্তাৰ উত্তৰণ।

১৯৭৯ চনৰ ১৩ ফেব্ৰুৱাৰীত অনুষ্ঠিত সাধাৰণ সভাই বালিকা মহাবিদ্যালয় পতা সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰি “মহেন্দ্ৰ নাৰয়ণ চৌধুৰী বালিকা মহাবিদ্যালয়” নামকৰণেৰে নামফলি আঁৰি দিছিল চৌধুৰীৰ অজ্ঞাতে। প্ৰচাৰ বিমুখী চৌধুৰীৰ কথাটো কাণত পৰিল। মহা-বিদ্যালয় প্ৰস্তুতি কমিটিৰ সম্পাদক আছিল বৰপুত্ৰ শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী। বৰপুত্ৰক মাতি আনি তীব্ৰ প্ৰতিবাদেৰে নামফলিখন নমাই থবলৈ কলে। কিন্তু বৰপুত্ৰৰ নিজৰ ভাগৰ মাটি বিক্ৰি কৰি হলেও কলেজ পতাৰ দৃঢ়সংকল্প শুনি পিতৃ চৌধুৰীৰ বদান্যতা আৰু এখোপ উৰ্দ্ধমুখী হ'ল।

বালিকা মহাবিদ্যালয়ৰ বাবে মুঠ আঠ বিঘা মাটি দান দি মহাবিদ্যালয় গঢ়ি তুলিবলৈ চৌধুৰী কায়মনোবাক্যে ব্ৰতী হ'ল। সোঁহাতৰূপে থাকিল বৰপুত্ৰ। চৌধুৰীৰ একক প্ৰচেষ্টাৰ ফলতে মহাবিদ্যালয়ৰ নিৰ্মাণ সম্পূৰ্ণৰূপত গঢ়ি উঠিছিল। এসময়ত কেইমাহ মানৰ বাবে উপেন্দ্ৰ নাথ পাটগিৰীয়ে নিৰ্মাণ কাৰ্যত তদ্‌বিৰ্ কৰি চৌধুৰীক সহায় কৰিছিল। বালিকা বিদ্যাপীঠ আৰু মহাবিদ্যালয় নিৰ্মাণত কিমান খৰচ হ'ল চৌধুৰীয়ে কোনো দিনে নকলে। আজিৰ মূল্যত হয়তো কোটিৰ ঘৰ পাবগৈ। সাধাৰণতে দাতাই দান ধনেৰে আগবঢ়ায়। ৰাজহুৱাভাৱে ঘোষণাও কৰে। কিন্তু চৌধুৰীৰ দানৰ ক্ষেত্ৰত ধনৰ কোনো ধৰা-বন্ধা নিৰ্দিষ্ট সীমা নাই। দানৰ সৰ্বাঙ্গসুন্দৰ ৰূপৰ ৰূপায়ণেই তেওঁৰ দানৰ শেষ সীমা। দাতা চৌধুৰীৰ দানৰ ইয়েই বিশেষত্ব।

মহাবিদ্যালয়ৰ প্ৰবক্তাসকলক পাৰিশ্ৰমিক দিবলৈ তেওঁৰ কাঠৰ কাৰবাৰৰ পৰা মাহিলি লভ্যাংশৰ পৰা পাঁচশ টকা নিজে ৰাখি বাকী ধন মহাবিদ্যালয়ক প্ৰতিমাহে দান কৰিছিল।

ছাত্ৰীসকলক প্ৰেৰণা আৰু উৎসাহ দিয়াৰ বাবে নিজৰ ধন বাৰ হাজাৰ টকাৰে "সুভদ্ৰাদেৱী মেমোৰিয়েল ফাণ্ড" গঠন কৰি প্ৰতিবছৰে মেধাৱিনী ছাত্ৰীক বঁটা দানৰ স্থায়ী ব্যৱস্থা কৰিছিল।

চৌধুৰীৰ সহধৰ্মিনী শ্ৰীউত্তৰা চৌধুৰীৰ জীৱন-বীমাৰ পলিচি এখনৰ পৰা পোৱা টকা মহাবিদ্যালয়লৈ দান দিবলৈ মন কৰাত সেই ধনৰ লগত স্বামী চৌধুৰীয়ে হাতৰ পৰা প্ৰয়োজনীয় ধন দি ৮০ ফুট দীঘল, ২৮ ফুট বহলৰ এটি প্ৰেক্ষাগৃহ সজাই দিছিল। পৰিচালনা কমিটিয়ে প্ৰেক্ষাগৃহটো কৃতজ্ঞতাৰ চিনস্বৰূপে "উত্তৰা চৌধুৰী ভৱন" নামে নামকৰণ কৰে। এই ভৱন দৰদী স্বামী চৌধুৰীৰ এক স্মৰণীয় সুকৃতি। চৌধুৰীৰ চিন্তা-চৰ্চ্চা আৰু কৰ্মই পত্নী, পুত্ৰ-বোৱাৰীক কম-বেছি পৰিমাণে দুয়োটা অনুষ্ঠানে আকৰ্ষণ কৰিছিল। চৌধুৰীৰ জীৱন কালতে পৰিকল্পিত ১০০ ফুট দীঘল ভৱনৰ নিৰ্মাণকাৰ্য চলি আছে।

ব্যক্তিৰ প্ৰকৃত পৰিচয় হ'ল সামাজিক পৰিচয় আৰু সমাজৰ প্ৰতি আগবঢ়োৱা নিঃস্বাৰ্থ সেৱা। বালিকা বিদ্যাপীঠ আৰু মহাবিদ্যালয় চৌধুৰীৰ নিঃস্বাৰ্থ সেৱাৰ চানেকি।

শিক্ষা-সংস্কৃতি প্ৰসাৰৰ বাবে দান দিয়াৰ ওপৰিও চৌধুৰীয়ে নলবাৰীৰ কংগ্ৰেছ ভৱন নিৰ্মাণৰ বাবে আধা বিঘা মাটি কম হ'ব বুলি কৈ বিনা প্ৰতিবাদে এবিঘা মাটি দান দিছিল। তাৰ বিনিময়ত কোনো ধৰণৰ প্ৰতিদানো বিচৰা নাছিল।

১৯৬২ চনৰ চীন-ভাৰত যুদ্ধৰ সময়ত প্ৰতিৰক্ষা পুঁজিলৈ দান আগবঢ়াই তেখেতে ডাঙৰ বোৱাৰীয়েকক কৈছিল—"দেশতকৈ ধন-সোণ ডাঙৰ নহয়।"—ব্যৱসায়ী চৌধুৰীৰ ই দেশাত্মবোধৰ পৰিচয়।

নলবাৰীৰ হৰিমন্দিৰ প্ৰতিষ্ঠাত চৌধুৰী আছিল অন্যতম সক্ৰিয় কৰ্মী। মন্দিৰৰ উন্নয়ণৰ বাবে সময়ে সময়ে দান-বৰঙণি দিয়াৰ ওপৰিও মাটি কিনাৰ বাবে ধনৰ প্ৰয়োজন হোৱাত তেওঁ আগধৰি স্ব-ইচ্ছাই পাঁচ হাজাৰ টকাৰ অনুদান আগবঢ়াই আনকো তেনেদৰে সাধ্য অনু-সৰি দিবলৈ আদৰ্শ দাঙি ধৰিছিল।

খাটাবাৰীৰ গোবিন্দপুৰ সত্ৰৰ শ্ৰীশ্ৰীপদ্মনাভ বিগ্ৰহৰ পূজাৰী আছিল কৈৰাৰা গাওঁ নিবাসী সিদ্ধনাথ শৰ্মা। তেওঁ চৌধুৰী পৰিয়ালৰ কুল পুৰোহিত। পুৰোহিতৰ প্ৰতি সশ্ৰদ্ধ হৈ চৌধুৰীয়ে উপযাচি নলবাৰী চহৰৰ একঠা মাটি তেওঁৰ নামত দান-পত্ৰ কৰি দিছিল। কেইবছৰমানৰ পিছত এদিন সিদ্ধনাথ শৰ্মাই দেখে যে দলিলত লিখা মতে ঠাইত মাটিৰ চিন-চাবেই নাই। পুৰোহিত বিমোৰত পৰিল। চৌধুৰীক কওঁ-নকওঁকৈ এদিন কথাটো কলে। চৌধুৰীয়ে শুনি আচৰিত হ'ল। মনত বৰ দুখো পালে। চৌধুৰীয়ে কোৱামতে মৌজাদাৰ চৰজমিণ কৰিবলৈ গৈ দেখে যে কথা সঁচা। মাটি কঠা সম্পূৰ্ণ চুবুৰীয়াৰ দখলত। মৌজাদাৰে আহি কোৱাত চৌধুৰী মৰ্মাহত হ'ল। পুৰোহিতক মাতি আনি সেই নোহোৱা মাটি কঠাকে পুৰোহিত সিদ্ধনাথ শৰ্মাৰ

পৰা আঠ হাজাৰ টকাত কিনা দেখুৱাই নিজ হাতৰ পৰা পুৰোহিতক টকা আঠ হাজাৰ দি যেন ব্ৰাহ্মণৰ ঋণ পৰিশোধ কৰিছিল।

চৌধুৰীয়ে দান-পত্ৰ কৰি দিয়াৰ পিচতেই পুৰোহিতে সীমা ঠিক কৰি ললে এই সমস্যাটো নহ'লহেঁতেন। এই ক্ষেত্ৰত চৌধুৰীৰ কোনো দোষ নাই। কিন্তু চৌধুৰীয়ে কুল পুৰোহিতক মাটি কঠা দান কৰিছিল এক সাত্ত্বিক ধৰ্মীয় ভাবেৰে। সেয়েহে পুৰোহিতৰ দুখ নিবাৰণ আৰু নিজৰো মনটো দোষী যেন লগা ভাবৰ প্ৰতিকাৰৰ বাবেই তেনে ব্যৱস্থাৰে সমস্যাটোৰ সমাধান কৰিছিল। এনে মনৰ মানুহ আজিৰ সমাজত বিৰল।

চৌধুৰীৰ কোনোটো দান পৰিস্থিতি সাপেক্ষ নাছিল। কোনো বাধ্য-বাধকতাত পৰিও কোনো দান কৰা নাছিল। কোনোটি দানেই ব্যক্তিকেন্দ্ৰিক নাছিল। প্ৰতিটো দান আছিল নিঃস্বাৰ্থ, সমাজমুখী স্বতঃস্ফূৰ্ত দান। চৌধুৰীয়ে খোজাতকৈ বেছি দিছিল। নোখোজিলেও উপযাচি দিছিল। টকাৰে দান নিদি কৰ্মৰ মাধ্যমেৰে দানৰ উদ্দেশ্য আৰু লক্ষ্য সাধন কৰিছিল। চৌধুৰীৰ জীৱন-দৰ্শন আছিল ব্যক্তিপূজাৰ উৰ্দ্ধত। বালিকা বিদ্যাপীঠ আৰু মহাবিদ্যালয়ৰ লগত তেওঁৰ নাম জড়িত কৰাত তীব্ৰ প্ৰতিবাদ কৰিছিল। সেই নামকৰণে তেওঁক জীৱনত সন্তোষ দিব পৰা নাছিল। প্ৰচাৰ বিমুখী চৌধুৰীৰ এই আক্ষেপ আজীৱন ৰৈ গ'ল।

গুণীৰ গুণক স্বীকৃতি দিবলৈ, পবিত্ৰ কৃতজ্ঞতা জনাবলৈ যোৱা ২২/১১/৮১ তাৰিখে নলবাৰীৰ ৰাইজৰ দ্বাৰা অনুষ্ঠিত সম্বৰ্দ্ধনা সভাত সম্বৰ্দ্ধিত চৌধুৰীয়ে মনৰ কথা ব্যক্ত কৰিছিল। সেই সম্বৰ্দ্ধনা সভাৰ লিখিত প্ৰত্যুত্তৰ চৌধুৰীৰ এক জীৱন-দৰ্শন। মহাবিদ্যালয়ত থকা তেখেতৰ নামটো উঠাই দিবলৈ নিবেদন জনাই কৈছিল— "এই শিক্ষানুষ্ঠানত মোৰ বৰঙণি নিমিত্তমাত্ৰ। তাকেই মহান লোকসকলে বহলভাৱে প্ৰচাৰ কৰি মোৰ প্ৰবল আপত্তি সত্বেও মোৰ নামটো

এই শিক্ষানুষ্ঠানত জড়িত কৰি দিছে। বালিকা মহাবিদ্যালয়ৰ কাৰ্যনিৰ্বাহ কমিটিক এই বালিকা মহাবিদ্যালয়ত থকা মোৰ নামটো প্ৰয়োজন হলে উঠাই দি সমগ্ৰ নলবাৰী অঞ্চলৰ ৰাইজৰ অভিৰুচি অনুসাৰে নতুন নামকৰণ কৰিবলৈ নিবেদন জনাওঁ।"

মহাবিদ্যালয়ৰ পৰা নামটো উঠাই তেখেতে অব্যাহতি বিচৰা নাছিল। আজীৱন সেৱা আগবঢ়াবলৈ নৰৰূপী নাৰায়ণৰ সমুখত প্ৰতিশ্ৰুতিৰ সুৰত অংগীকাৰ কৰি সেই সভাতে কৈছিল—"আজি পুনৰ আপোনালোকক সজ্ঞানে প্ৰতিশ্ৰুতি দিলো—মই জীয়াই থকা পৰ্যন্ত আপোনালোকৰ লগত মোৰ ক্ষুদ্ৰ সামৰ্থ্যৰে আপোনালোকৰ এই বালিকা মহাবিদ্যালয়লৈ সেৱা আগবঢ়াই থাকিম।" অকল সেয়েই নহয় মৃত্যুবৰণ কৰাৰ তিনিমাহ আগতে তেওঁ বৰপুত্ৰ শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীক ওচৰলৈ মাতি নি কৈছিল--"বাচা, কলেজ আৰু হাইস্কুল দুখন মোৰ প্ৰাণ। ভায়েৰহঁতৰ ভিতৰত তয়ে ডাঙৰ। তই সিহঁতৰ লগত পৰামৰ্শ কৰি দেৱীসকলৰ বিশেষ সুখ-সুবিধাৰ প্ৰতি দৃষ্টি ৰাখিবি আৰু সিহঁতক মৰমৰ চকুৰে চাবি।" যি উত্তৰাধিকাৰীসূত্ৰে চৌধুৰীয়ে পিতৃ-পুৰুষৰ পৰা পোৱা শক্তিৰে অনুষ্ঠান দুটিক জন্ম দিছিল সেই উত্তৰাধিকাৰীসূত্ৰেই চালুকীয়া অনুষ্ঠান দুটিক সস্নেহে লালন-পালন কৰিবলৈ পিতৃ চৌধুৰীয়ে বৰপুত্ৰক দায়িত্ব অৰ্পণ কৰিছিল।

তেওঁৰ কৰ্মই আছিল পূজা, কৰ্তব্যই নাৰায়ণ। মূল বিগ্ৰহ আছিল অনুষ্ঠান দুটি, সেৱাৰ মূল দেৱী আছিল ছাত্ৰীসকল। চৌধুৰীৰ জীৱন আছিল প্ৰতিদিন "তেজৰে কমলাপতি" ঘোষাৰে আৰম্ভ হোৱা এক সাত্ত্বিক জীৱন।

জীৱনৰ সৰ্বশ্ৰেষ্ঠ সাত্ত্বিক দানেৰে দুটি যাউতিযুগীয়া দেউল বান্ধি ভাৰত জননীৰ সেৱাতে ত্যাগৰ প্ৰতীক মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱন-বৰ্ত্তি জ্বলাল। সেয়াই আছিল চৌধুৰীদেৱৰ পুণ্যতীৰ্থ, দেৱীপূজাৰ বেদী।

# দাম্পত্য জীৱনৰ বেঙুণি

সিদিনা আছিল বুধবাৰ। ১৯৯২ চনৰ মে' মাহৰ ২০ তাৰিখ। দিনৰ ১১টা মান বজাত শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ বাস-ভৱন ওলালোঁগৈ। উদ্দেশ্য তেখেতৰ মাতৃ শ্ৰীমতী উত্তৰা বালা চৌধুৰীৰ লগত অলপ কথা পতা। যাত্ৰা বোধহয় ভালেই আছিল। ড্ৰইং ৰুম সোমায়েই দেখিলোঁ শ্ৰীমতী চৌধুৰী নাতিনী এনিৰ লগত চোফাত বহি আছে। পৰিস্থিতিৰ সুযোগ লোৱাৰ মানসেৰে পোনে পোনে কথা আৰম্ভ কৰি দিলোঁ— "নমস্কাৰ, শ্ৰদ্ধেয়া চৌধুৰী, বেয়া নাপায যদি আপোনাৰ আৰু আপোনাৰ স্বৰ্গগত স্বামীৰ জীৱনৰ বিষয়ে অলপ কথা সুধিব খুজিছোঁ।"

শ্ৰীমতী চৌধুৰীৰ বয়স ৭৮ বছৰ। স্বামী মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ঢুকাবৰ এবছৰ হয়হে লাগিলে। বিধবা হোৱাৰ পিছত বহুখিনি ক্ষীণ দেখা গৈছে। বৰ্তমান বেমাৰ-আজাৰ নাই। চলি-ফুৰি আছে। মোৰ কথা শুনি তেখেতে মাত লগালে,—"বহক, বেয়ানো কিয় পাম। পিছে কি কথা বা সুধিব খুজিছে?"

প্ৰশ্ন—বেছকৈ যোৱা নাছিলোঁ—কথাবোৰ কৃত্ৰিম হোৱাৰ ভয়ত। সেয়ে পোনে পোনে একো সুধিব নোৱাৰি পাতনি মেলিলোঁ,— "আপোনা-লোকৰ অতীত জীৱনৰ কথাবোৰ আজিকালি সাধু সাধু যেন লগা হ'ল। বগা-কোমোৰাৰ নিচিনা পুৰণি হয় মানে বেছি সোৱাদ। গতিকে আপোনাৰ একেবাৰে সৰুকালৰ কথাৰেই আৰম্ভ কৰি দিয়কচোন।"

দক্ষিণ মুখ হৈ বহি থকা শ্ৰীমতী চৌধুৰীয়ে পূবলৈ মুখ কৰিলে আৰু চকুযুৰি পকী ঘৰৰ শুভ্ৰ বেৰখনত স্থিৰ হ'ল। অলপ ভাবলীয়া সুৰত কৈ গ'ল,—"এ-ন-আ-মা-ৰ দিনত-নো শুনিব-জানিব লগা কি আছিল। আই-পিতা আছিল গাঁৱলীয়া মানুহ। আজি-কালিৰ

যোগাৰতেই ঘৰৰ সকলোৰে কাম কৰিছিলোঁ। ওচৰৰে স্কুলখনলৈ মই কেইমাহমান গৈছিলোঁ। অ-ফলা আৰু ক-ফলা পাৰা হৈছিলোঁ। পিছত আৰু যাবলৈ নিদিলে। এতিয়া পঢ়িব পাৰোঁ। লিখিবহে ভালদৰে নোৱাৰোঁ। আমাৰ কাম-কাজৰ শিক্ষাতহে বেছি জোৰ দিছিল। আয়ে শিকাইছিল। দেখি-শুনিও শিকিছিলোঁ। প্ৰথমে ছলি ৰাখা, লাহে লাহে শাক-পাঁচলি কুটা, সৰু মাছ বাছা, লগৰ লগত ঢেকী গৰকোৱা, ধান-চাউল জাৰা-চালা কাম শিকিছিলোঁ। বোৱা-কটা আধা শিকা হওঁতেই দহ বছৰত বিয়া হৈছিল।"

"ওঁ মা, দহ বছৰত বিয়া! ইমানদিনে ভবাই নাছিলোঁ,"—স্বতঃস্ফূৰ্তভাৱে কৈ উঠিল এনিজনীয়ে। এৰা, কোনোৱে মন নৌকৰোঁতেই যুগ পাৰ হৈ যায়।

এনিৰ কথাত অলপ চমক্ খোৱাৰ নিচিনা হৈ শ্ৰীমতী চৌধুৰীয়ে আমাৰ ফালে চালে। ইমানপৰে যেন মনৰ ৰূপালী পৰ্দাত শৈশৱৰ ৰঙীন ছবিবোৰহে চাই আছিল। কথাৰ লানি ধৰি মই আকৌ সুধিলোঁ,—"দহ বছৰত বিয়া হলে আপোনাৰ বিয়াৰ বন্দৱস্ত কেনেদৰে হৈছিল মনত আছে নিশ্চয়?"

"অলপ অলপ মনত আছে। আগতেই মোৰ জেঠাৰ জীয়েক বাই এজনী খুড়া-শহুৰ উপেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ঘৰত বোৱাৰী হৈছিল। এই নলবাৰীৰ বাইৰ ঘৰলৈ এটা ধুৰেনিত জাপা লৈ আহিছিলোঁ। তেতিয়া মোৰ ন বছৰ। ইয়াতে মোক দেখি শাহুৰ বোপে পছন্দ হৈছিল। অন্যবোৰেও ভাল হ'ব বুলি কৈছিল। সৰুতে ঠেঙা আছিলোঁ। এতিয়াহে হ'লোঁ বুঢ়ী ঢেকীৰ থুৰি।"

"কিয়নো হ'বা তেনেকুৱা। এতিয়া দেখোন সভাই-সমিতিয়ে তোমাৰ স্থানহে ওখত,"—এনিয়ে মাত লগালে।

শ্ৰীমতী চৌধুৰীয়ে আগ্ৰহেৰে কৈ গ'ল, "সেই সময়ত দৰাই নিজে কইনা চাব নপৈছিল। মাখিৰাহাৰ তিলকেক চণ্ডী মহৰি আৰু মোমায়েক বালিকাবিয়াৰ মধুৰ ৰস পৈছিল। আপুনি তেওঁলোকক জানে নহয়?"

—"লগ পোৱা নাছিলোঁ," উত্তৰত মই ক'লোঁ,—"কিন্তু তেখেত-সকলৰ বিষয়ে সকলো জানিছোঁ। কইনা চাবলৈ উপযুক্ত মানুহেই গৈছিল। ৰূপতো আপোনাৰ আছিলেই। অন্য কথাবোৰ পছন্দ হ'লনে নাই ?"

ঈষৎ হাঁহিৰে শ্ৰীমতী চৌধুৰীয়ে উত্তৰ দিলে—"মোৰ আখৰাত বোলে ভাল যোৰা আহিছিল। কপালো বোলে ভাল আছিল। ভাদ্ৰ মাহত হৈছিলোঁ। গঁহে জন্মাৰ দিনা। তেওঁলোকৰো মত হ'ল। পিতায়ো বিয়া দিলে।"

—"আপোনাৰ মতামত নললে নেকি ?"—মোৰ প্ৰশ্নত শ্ৰীমতী চৌধুৰীয়ে অৰ্থপূৰ্ণভাৱে মোৰ ফালে চালে। যেন বুজাব খুজিলে যে আগৰ দিনৰ কথাবোৰ আজিৰ দিনৰদৰে লব নালাগে। তাৰ পিছত আকৌ সহজভাৱে কৈ গ'ল ঃ

"মই কথাবোৰ বুজাই নাছিলোঁ। আই-পিতাৰ কথাই কথা আছিল। বিয়াৰ আগৰ কেইদিন লগৰ ছোৱালীৰ সৈতে নিজৰ বিয়াৰ গীত নিজেও গাইছিলোঁ। হিঃ হিঃ হিঃ,"—মানুহজনী যেন পুনৰ শৈশৱৰ দিনবোৰলৈ ঘূৰি গৈছিল।

"আজি বহুত দিনৰ মূৰত আবুৰ মুখত হাঁহি দেখিলোঁ।"—এনিয়ে কৈছিল।

মই আকৌ সুধিলোঁ, "বিয়াৰ কইনা হৈ নতুন ঘৰলৈ আহোঁতে স্বামীয়ে আপোনাক কি কথা সুধিছিল ?"

—"নাই, পাচ বিয়া নেহোৱালৈকে তিনি বছৰ তেওঁ মোক দেখা নাছিল। ময়ো তেওঁক দেখা নাছিলোঁ। আগৰ দিনত সিমান খোলা নাছিল নহয়। এবাৰ মোৰ ভাইটোৰ বেমাৰৰ খবৰ লবলৈ মন্ত্ৰী বুঢ়াৰ লগত বৰনকুছিলৈ গৈছিল। মই লাজতে দেখায়ে নিদিলোঁ।"

"মন্ত্ৰী বুঢ়া বাক কোন ?"

—"অ' আপুনি নাজানে। তেওঁৰ নাম আছিল পুৱাৰাম। এওঁতৰ লগ লাগি বেপাৰ কৰিছিল। দুয়ো বন্ধু আছিল।"

"হয় নেকি ? আগ বিয়াৰ পিছত তেনেহ'লে আপুনি মাকৰ ঘৰত তিনিটা বছৰ বৰ আৰামত কটাইছিল ?"

এইবাৰ শ্ৰীমতী চৌধুৰীয়ে মিচিকিয়াই হাঁহিলে। তাৰ পিছত মোৰ প্ৰশ্নৰ উত্তৰ দি গ'ল,—"ছোৱালী মানুহৰ আকৌ আৰাম ক'ত ? আইৰ শাসন বেছি কটাঙে হৈছিল। তেতিয়া সকলো কাম কৰিব দিছিল। ৰন্ধা-বঢ়া আৰু কাপোৰ বোৱাত বেছি জোৰ দিছিল। শালত সূতা ছিগিলে হাতৰ আঙুলিত চেকনিৰে কোবাইছিল। পিতাই হলে মোক বৰ মৰম কৰিছিল। পহিলৰ আছিলোঁতো। মোক শাস্তি দিয়াৰ বাবে পিতাই আইক গালি পাৰিছিল।"

"আপোনাৰ পাছ বিয়াৰ কথা অলপ কওকছোন।" মই অনুৰোধৰ সুৰতে কৈছিলোঁ।

—"পাছ বিয়াত মই চৈধ্য বছৰীয়া আছিলোঁ। পাছ বিয়া মানে মাকৰ ঘৰ এৰি স্বামীৰ ঘৰলৈ আহাহে, আৰনো কি ? মোৰ মনত পৰে, বদনবুছিৰ পৰা পাঠশালালৈ গৰুৰ গাড়ীৰে আহিছিলোঁ। তাৰ পৰা ৰেলেৰে নলবাৰীলৈ। নলবাৰী ষ্টেচনৰ পৰা কইনা দোলাৰে আনিছিল। আগ বিয়াৰ সময়ত ক'ত উঠি কেনেকৈ আহিলোঁ—গমকে নাপালোঁ।"

—"মোৰ মতে কিন্তু দোলাত উঠাতো ভাল প্ৰথা নাছিল।" —এনিয়ে ক'লে।

—"কলিকতাত বোলে এতিয়াও মানুহে টনা গাড়ী আছে। সিও দোলা। তুমি ৰিক্সাত উঠাতোনো কি ভাল প্ৰথা ?" আবু-নাতিনীৰ কথাত যেন প্ৰাচীনতা আৰু আধুনিকতাৰহে সংঘাট। সাধাৰণতে নীৰৱ এই সন্মানিতা বৃদ্ধাৰ সামাজিক নিৰীক্ষণৰ উমান পাই মই সচকিত হৈছিলোঁ। দেশৰ হেজাৰ হেজাৰজনে হয়তো এনেকৈয়ে নীৰৱে নিৰ্বিকাৰে চাই থাকে সমাজৰ অহৈতুক বৈষম্য আৰু যুক্তিহীন কথাবোৰ, যাৰ সংস্কাৰ সময়ে কৰিয়েই আছে। তেওঁৰ প্ৰতি অধিক শ্ৰদ্ধাৰে মই আকৌ সুধিলোঁ,—"প্ৰথম স্বামীগৃহলৈ আহি কি দেখিলে, আৰু কেনে লাগিছিল ?"

উত্তৰত শ্ৰীমতী চৌধুৰীয়ে কৈ গ'ল,—"নলবাৰী তেতিয়া গাওঁ হৈয়ে আছিল। আমাৰ দুটা খেৰি ঘৰ আছিল। শাহু আই আছিল ঘৰখনৰ সৰ্বেসৰ্বা। গাৱঁলীয়া নিয়মমতে আমাৰ ওপৰত শাসন চলাইছিল। মই তেওঁক গহ্নি বুলি মাতিছিলোঁ। সেইটো নিয়ম আছিল। তেওঁ আমাক একো সম্বন্ধ ধৰি নামাতিছিল। 'আনক দে,' 'কৰক দে', 'ধোৱক দে', 'খাৱক দে' এনেকৈহে কৈছিল। শাহু আই বৰ বুদ্ধিমতী আছিল আৰু সকলোকে কঢ়া শাসনত ৰাখিছিল। মোক চৌহদৰ বাহিৰ হ'ব দিয়া নাছিল। ঘৰতো কোনো মতা মানুহক ওলাই মাত দিব দিয়া নাছিল। ইমান বান্ধোনত থাকি প্ৰথমে কষ্ট যেন লাগিছিল যদিও পিছলৈ অভ্যাস হৈ গৈছিল।"

—"সহ্য কৰি আছিলা কাৰণেতো তোমালোক কষ্ট পোৱাৰ যোগ্যা আছিলা। উচিত কথাত মাত নামাতা একো ভাল গুণ নহয়,"— এনিয়ে বিক্ষোভৰ সুৰত কৈ যায়।

—"আমাক সহ্য কৰিবলৈ শিকাইছিল, তোমালোকক এতিয়া সহ্য নকৰিবলৈ শিকায়। পিছে সহ্য কৰিলেও দুখ, নকৰিলেও দুখ, মনৰ সুখেই সুখ।"—সাঁথৰ মতাৰ দৰে কৈ গ'ল আবুয়েকে। স্ত্ৰী-শিক্ষা-সমস্যাৰ গভীৰ সমুদ্ৰত বুৰ্ যোৱা যেন লাগিছিল মোৰ। কথমপি নিজক চম্ভালি আকৌ কথাৰ আঁত ধৰিলোঁ—"আপুনি কষ্ট পালে, বা শাহু আইৰ কথাত খং উঠিলে নিজৰ স্বামীক কৈছিলনে নাই?"

—"কৈছিলোঁ, তেখেতে বুজিছিলোঁ। কিন্তু মোক মৰম কৰিছিল যদিও, মাকক একো ক'ব নিদিছিল। বুজাই কৈছিল, 'লোকজে মাইৰ মন ভাগি গৈছে। তেওঁ দুখ পোৱা কাম একোকে নকৰিবা।' নিজেও মাকে বেয়া পোৱা কাম কেতিয়াও নকৰিছিল। মোক নিজে কাপোৰ-কানি কিনি নিদিছিল। চাউল-দালিখিনিও মাকক সুধিহে আনিছিল।"

"ন-বোৱাৰী হিচাপে আপোনাৰ কাম-বন কি আছিল ? ৰন্ধা-বঢ়াও কৰিছিল নেকি ?" —মোৰ প্ৰশ্ন শুনি তেখেতে অলপ চিন্তা কৰা যেন লাগিল। তাৰ পিছত লাহে লাহে কৈ গ'ল,—'তিৰি মানুহৰ বৰ দুখ আছিল দিয়ক। সকুৰ পৰাই ঘৰৰ সকলো টান কাম কৰিছিলোঁ। শাহুৱে আনৰ হাতে নাখাইছিল। গতিকে ৰন্ধা-বঢ়া তেওঁ কৰিছিল। পুৱাই এবাৰ ৰান্ধি দুয়ো পুতেক আৰু মোক খাব দিছিল। দুপৰীয়া মাটিৰ কাতাত বেছিকৈ উহাৰ ভাত ৰান্ধিছিল। শাহু আইৰ আউলা চাউলৰ ভাত হজম নহৈছিল। দুপৰীয়া খাই ৰোৱাখিনি পানীদি ৰাতিলৈ থৈ দিছিল। গহ্‌নীয়ে ৰবিবাৰে লঘোণ দিছিল। সিদিনা আমি তিনিজনৰ কাৰণে বাহিৰত মই ৰান্ধিছিলোঁ। তেওঁ তামোল খুব খাইছিল। মই তামোল কাটি দিব লাগিছিল। আনৰ হাতে নাখাইছিল। য'তে ত'তে পিক্ নেপেলাইছিল। ৰান্ধা সময়খিনিত চাৰি-পাঁচখন তামোল খাই পাগ্‌ঘৰতে এটা এঢলীয়া গাঁত কৰি তাতে পিক্ পেলাইছিল। পাগ্ মুৰ্চোতে মই সেইবোৰো মুচি নিব লাগিছিল। ঘিণ নলগা বুলি নকওঁ দিয়কচোন। লাগিছিল। তথাপি কৰিছিলোঁ। উপায়তো নাই।"

—"ইচ্, ঘৰৰ ভিতৰতো পিক্ পেলোৱা গাঁত কৰেনে কোনোবাই, — এনিয়ে কৈছিল।

—"কিয়, আজিকালি বোলে বৰ বৰ ঘৰতো পিক্‌দানি আছে হঁা ? এতিয়া জামাদাৰে চাফা কৰে, আগতে আমি নিজে কৰিছিলোঁ," —আবুয়েকে উত্তৰ দিছিল।

"কষ্ট কৰিছিলোঁ দিয়ক।" মোলৈ চাই পুনৰ কথা আৰম্ভ কৰিছিল শ্ৰীমতী চৌধুৰীয়ে—"উপায়তো নাই। সেই সময়ত বোৱাৰীয়েক আছিল শাহুৱেকৰ হাতৰ পুতলা। পুতেকো বৰ কঢ়া আছিল। অৱশ্যে মৰম-চেনেহ ৰাখিছিল। বুজাই-বঢ়াই কন্দল লোহোৱাকৈ ঘৰখন চলাবলৈ যত্ন কৰিছিল। বোৱা-কটাৰ কামত বৰ উৎসাহ দিছিল। গান্ধী আন্দোলনত ৰাৰ্দ্ধা-যঁতৰ এটা আনি নিজে কপাহৰ সূতা কাটিছিল।

আমিও কপাহী সূতা কাটিছিলোঁ। দীঘে-বাণীয়ে নিজে কাটা সূতা দি তেখেতক এটা চলাৰ কাপোৰ বুই দিছিলোঁ। ভাল পাইছিল। পিছত এড়ি-লাতা আনি দিছিল ; তাৰে সূতা কাটি এড়িয়া-পচৰাও বুই দিছিলোঁ। এইবোৰ তেওঁ বৰ ভাল পাইছিল। পিছতো ঘৰতে এড়ি-পলু পুহিছিলোঁ কেইবাৰমান।"

"আপোনাৰ স্বামীৰ ভাল খেতিয়ক বুলিও নাম এটা আছে। খেতি-বাতিৰ কামত তেখেতক আপুনি কেনে ধৰণে সহায় কৰিছিল ?"

—"প্ৰথম অৱস্থাত আধিয়া দিয়া মাটিৰ মুঠিয়া ধানহে ঘৰলৈ আনিছিল। কাৰবাৰ পৰা গৰু খুজি আনি তেখেতে মৰাণ মাৰিছিল। তেতিয়া মই মৰাণ সাৰিছিলোঁ। ৰয়নাৰে ধানো থুপৰাইছিলোঁ। নিজাকৈ খেতি কৰাৰ বৰ হেঁপাহ আছিল তেখেতৰ। পিছত দোকানৰ আয়েৰে দুই হাল গৰু কিনি দুজন হালুৱৈ ৰাখি খেতি কৰিছিল। ৰাতিপুৱা চাহ-জলপান লৈ গৈছিল। আবেলি চাব গৈছিল। ৰুৱৰ সময়ত ৰুৱনি ধৰিছিল। তেতিয়া বহুত খোৱাৰ যোগাৰ লাগিছিল। পাঁচ-সেৰী পিতলৰ কলহ ভৰাই চাহ, কাকো খলাচাপৰী, কাকো ব'কা চাউল, কাকোবা লাৱ পিঠাগুৰি দিব লাগিছিল। পিঠাগুৰি লাৱতে মোৰ হাত বিষোৱা হৈছিল। এতিয়া স্কুল আৰু কলেজ থকা মাটিত ভাল জহা ধান হৈছিল। ভিনে ভিনে ধান হৈছিল। দুটা ভাখ্ৰি ভৰি গৈছিল। লক্ষ্মীৰ মুখ দেখি কষ্ট পাহৰি যাওঁ।"

"আপোনালোকৰ প্ৰথম সন্তান শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নেকি ? সতি-সন্ততিৰ প্ৰতি আপোনালোকৰ আগ্ৰহ কেনেকুৱা আছিল ?"

মোৰ প্ৰশ্নত আধুনিকতাৰ গোন্ধ শ্ৰীমতী চৌধুৰীয়ে অনুভৱ কৰিছিল। গাম্ভীৰ্যপূৰ্ণভাৱে তেখেতে উত্তৰ দিছিল :

—"আমাৰ দিনত ভাব-কথা আজিকালিৰ নিচিনা নাছিল। সতি-সন্ততিক ঈশ্বৰৰ দান বুলি লৈছিলোঁ। তেখেতেও প্ৰত্যেকটো ল'ৰা আৰু ছোৱালীৰ জন্মত মাহ ভগাইছিল, লকৰা নাম ধৰিছিল, আৰু ডাঙৰকৈ গণনি পাতিছিল। ডাঙৰ বোপা (মুনীন্দ্ৰ) জন্মৰ

আগতে বাপু এটা হৈয়ে মৰিছিল। তাৰ পিচতে সি। মোৰ সোতৰ বছৰত সি জন্মে।”

“আপোনাৰ শাহু আইৰ কথা আৰু এষাৰ সোধোঁ। তেখেতে বাৰু আপুনি ৰন্ধা ভাত নাখালেই নেকি?”

—“মৃত্যুৰ দিনাখন শাহুআয়ে নিজে খেয়াল কৰি মোৰ হাতে ৰন্ধা ভাত খাইছিল। মোক দিহা দিয়া এতিয়াও মনত আছে, —‘তুহ্নায়ে লঘণ-চঘন দি ছুটামান সিজোঁদি।’ তেখেতে দমকলৰ পানীও নাখাইছিল। চাম্‌ৰা থকাৰ কাৰণে। মৰাৰ দিনাখন দমকলৰ পানীও এক গিলাচ খুজি খাইছিল। ডাঙৰ বোপা পাঁচ বছৰীয়া হোৱাত আবুয়েক মৰে।”

“শাহু আইৰ অবিহনে আপুনিয়ে সৰ্বেসৰ্বা হ’ল। কষ্টও কমিল, নহয় জানো?”

—“কষ্ট বাঢ়িলেহে। তেতিয়া পাগৰ দায়িত্বও পুৰাকৈ আহিল। আনবোৰ কামতো থাকিলেই। দোকানতো ইপদ-সিপদ লাগে। খেতি-বাতিতো চাহ-জলপান, ঘৰৰ বাহীবনৰ পৰা ৰন্ধা-সাজালৈ। তেতিয়া মোমায়েকে কৈ আমাকো পুৰণ বাৰীৰ ঘৰ এৰি দোকানৰ ঘৰতে থকাৰ দিহা কৰি দিলে। পিতায়ো আহি তাকেই কৈ গৈছিল। ঠাট্টা কৰি কৈছিল নে নাজানো, মই দোকানলৈ অহাৰ পিছত বোলে লাভ বেছি হৈছিল। দোকানৰ ঘৰলৈ আহাৰ পিছত বস্তু-বাহানিৰ টান নোহোৱা হ’ল। কামৰ বোজা কিন্তু ঠিকেই থাকিল। চাকৰ-বাকৰ আছিল যদিও ঘৰুৱা কামত লগাইছিল। মোৰো কামৰ অভ্যাস হৈ গৈছিল। কৰিবলৈ নাপালে হে বেয়া লাগিছিল। তেতিয়া তেখেতেও ছুটা-এটা কথা মোৰ লগত আলোচনা কৰিছিল। মোক কাপোৰ-কানি বা আন লগা বস্তু তেতিয়া নিজে কিনি দিছিল।”

“আপোনাৰ বোৱাৰী অহাৰ পিছত আপুনি কাম এৰিছিল নেকি?”

—“ইমান দিনৰ অভ্যাস সহজে এৰিব পৰা নাছিলোঁ। গৃহস্থালীৰ দায়িত্ব নিজৰ হাততেই ৰাখিছিলোঁ। কিন্তু শাহু-বোৱাৰীৰ সম্পৰ্ক

সহজ হৈছিল। পঢ়া-শুনা কৰা ছোৱালীক পুৰণি কথাৰে চলায় কেনেকৈ? লাহে-লাহে নতুন কথাবোৰ আহি গৈছিল। কাপোৰ বোৱা আৰু ধান শুকোৱা কাম মোৰ হাতত আছিল। বাকী কাম এটা-দুটাকৈ বোৱাৰীহঁতৰ হাতলৈ গৈছিল।"

"আপোনাৰ স্বামীৰ জীৱনততো বেহা-বেপাৰ, পঢ়া-শুনাৰ মাজেদি নতুন নতুন কথাবোৰ আহিছিল। সেইবোৰৰ ভাগ পাইছিলনে?"

—"তেখেতৰ কথাৰ ভূ-ভা মুঠেই পোৱা নাছিলোঁ। বুজিব নোৱাৰিম বুলিয়ে বোধহয় মোৰ আগত একোৱে নকৈছিল। আনকো দিহা দিয়া শুনিছিলোঁ,—'তিৰিক একো কথা জান্‌বা নেদ্‌বা।' এনে কথাত মনত দুখ পাইছিলোঁ। মোৰ বিয়াত দিয়া গহ্‌নাবোৰো এপদ-দুপদকৈ ভাগিনীয়েকহঁতৰ বিয়াত দিছিল। মোক জানিবলৈ দিয়া নাছিল। পিছত জানি খং কৰিলে কৈছিল, 'সি একো ডাঙৰ বস্তু নহয়। ভাগিনৰ সকামতে সোণৰ উত্তম ব্যৱহাৰ হয়।' মোৰ নামত জীৱন-বীমা কৰা কথাও জনা নাছিলোঁ। কলেজত মোৰ নামত ভৱন বান্ধি দিয়াৰ পিছত কৈছিল,—'তোমাৰ সোণখিনি ক'ত থাকে কোনেও গম নাপায়। কিন্তু তোমাৰ নামৰ ভৱনটো বহুজনৰ কামত আহে। সিহে আচল সম্পদ।'

স্বামী-স্ত্ৰীৰ এই জটিল সম্পৰ্কটো বুজিবলৈ চেষ্টা কৰিছিলোঁ। বৰ কঠিন যেন লাগিছিল। পত্নীয়ে ভাবিছে তেওঁক একোৱে নকয়, গুৰুত্ব নিদিয়ে। স্বামীয়ে ভাবিছে সহধৰ্মিনীৰ প্ৰতি তেওঁৰ প্ৰকৃত কৰ্তব্য কি? কেনেকৈ তাক পালন কৰিব? শেষত যেনিবা পথৰ সন্ধান পাইছিল, গঢ়ি তুলিছিল স্বনামে নামাঙ্কিত বালিকা মহাবিদ্যালয়ৰ বাবে এটি প্ৰেক্ষাগৃহ: "উত্তৰা চৌধুৰী ভৱন।" এক ভাৱাক্ৰান্ত মনেৰে আকৌ সুধিলোঁ:

"আপোনাৰ অসুখ-বিসুখত তেখেতে কেনেকুৱা কৰিছিল?"

—"মোৰ টান নৰিয়া হলে তেখেতে দুখ-চিন্তা কৰিছিল।

অ'পাৰেচন কৰাৰ বাব জোৱাঁই বমা বোপাক কৈছিল,—'বোপা, টকা-পইচাৰ কথা নাভাবিবা। ভালকৈ চাবা।'

—"অন্তৰত মৰম কিন্তু কম নাছিল আতাৰ। তুমিহে সচাঁই-মিছাই খং কৰিছিলা চাগৈ।"—এনিয়ে কৈছিল।

"তেখেতে আপোনাক শেষ কথা হিচাবে কি কৈ গৈছিল বাৰু ?"

—"সদায়ে কোৱা কথাকে কৈ গৈছিল,—'তুমি মোৰ লগত বহুত কষ্ট কৰিছা। ভগৱানে তোমাৰ ভাল কৰিব।' তাকে ভাবিতো দুখ লাগে। তেওঁ যেন কষ্ট কৰাহে নাছিল! কিমান কষ্ট কৰিছিল ভাবিবই নোৱাৰোঁ। এতিয়া ভগৱানে অলপ শান্তি দিয়ক। সেয়েহে কামনা।"

চলচলীয়া চকুযুৰিৰে শ্ৰীমতী চৌধুৰীয়ে ওপৰলৈ চাই হাতযোৰ কৰিলে। তেখেতৰ সেই করুণ আকুতিয়ে অভিভূত কৰা এনিজনীৰ অশ্ৰুভৰা নয়নযুগল মোৰ চকুত পৰিছিল। কাহ মৰা ভাও জুৰি ওলাই আহি বাৰান্দাৰপৰাই বিদায় ললোঁ। বাটৰ মানুহে দেখাৰ আগতে ৰুমালেৰে চকুযুৰি মচি লৈছিলোঁ।

# গৃহাশ্রম ঃ স্নেহৰ আঁকৰ

বাৰেবৰণীয়া কল্পনা অথচ ভয় আৰু শঙ্কামিশ্রিত অনাগত ভৱিষ্যতৰে শহুৰৰ পদূলি গচকিছিলোঁ। কোনোবাই আগবাঢ়ি আহি ডাঙৰক সেৱা কৰোৱাবলৈ লৈ গ'ল। প্ৰথমতে সেৱা কৰিব দি কলে—"এখেত তোমাৰ শহুৰ, সেৱা কৰা।" মই তেখেতৰ ভৰি চুই সেৱা কৰিলোঁ। ওৰণিৰ তলেৰে তেখেতৰ ভৰি দুখন দেখিয়েই মই অনুভৱ কৰিছিলোঁ যে শহুৰ শব্দটো যিমান ভয়লগা বুলি অনুভূত হৈছিল সিমান নহয়। মই সেৱা কৰিলোঁ আৰু তেখেতে মোক আশীৰ্ব্বাদ দি কলে—"আজিৰ পৰা তুমিও মোৰ মাই হলা, মই তোমাক মাজুমাই বুলি মাতিম।" এই কথাকেইষাৰে মোক তেখেতৰ শান্ত, সৌম্য আৰু ধীৰ মনোভাবৰ কথাকে বুজাই দিলে।

সময় বাগৰাৰ লগে লগে শহুৰৰ ঘৰখন চিনাকি হৈ আহিব ধৰিলে। পিতাই কেতিয়াবা মাক (শাহুক) মাতি কয়—"মাইহঁতক আমাৰ নিজৰ জীয়ৰীৰ নিচিনাই মৰম কৰিবা। তেওঁলোকক আনৰ ঘৰৰ জীয়ৰী বুলি নাভাবিবা।" এনে অহা ঘৰখনৰ কথা অনুভৱ কৰিয়েই তেখেতে কেতিয়াবা কথা প্ৰসঙ্গত কৈছিল – "এইখনেই এতিয়া তোমাৰ ঘৰ। ইয়াতেই তোমাৰ মা-দেউতা, ভাই-ভনী সকলো আছে।" তেতিয়াৰ পৰাই তেখেতৰ প্ৰভাৱেৰে পৰিচালিত হবলৈ ধৰিলোঁ।

পিতাই কেতিয়াও আনক দুখ দিয়াকৈ একো নকৈছিল। ৰাতিপুৱা চাহ-জলপান খোৱাৰ পিছত তেখেতক ঘৰুৱা কামত ব্যস্ত হৈ পৰা দেখিছিলোঁ। পথাৰত খেতিৰ কাম কৰা মানুহবোৰক ভগাবক কৰি আহি কৈছিল—"মাই, আজি পথাৰত মানুহ কেইবাজনো আছে। তালৈকে জলপানৰ দিহা কৰিবা।" পিতাৰ কথামতে আমি পথাৰলৈ জলপান পঠিয়াই হালুৱৈ আৰু বোৱনীৰ পৰা প্ৰশংসা লাভ কৰিছিলোঁ।

হাঁলুৱা আৰু ৰোৱনীয়ে জলপান খাই তৃপ্তি পোৱাত পিতাই আমাৰ ওপৰত সন্তুষ্ট হোৱাটো আমি অনুভৱ কৰিছিলোঁ। লগতে আমাক ইয়াকো কৈছিল যে পথাৰৰ লখিমী ঘৰলৈ অনাত সকলোৱে অলপ কষ্ট কৰিব লাগে। পিতাই নিজে শুভদিনৰ নিৰ্ঘণ্ট চাই আগ-অনা দিনটোত ব্যস্ত হৈ পৰা দিখিছিলোঁ। যেতিয়া জহা, বৰা, বকা আদি ধানবোৰ আহি চোতাল পাইছিল, পিতাই তেতিয়া তৎপৰতাৰে লগুৱাৰ হতুৱাই মৰণা মাৰি ভাগে ভাগে সেইবোৰ ভঁৰালত থৈ দিছিল। আমি হেঁপাহেৰে নতুন ধানৰ পিঠা, চিৰা, গুৰা আদি খুন্দিছিলোঁ।

পিতাই সদায় ৰাতিপুৱা অলপ চিৰাগাখীৰ আৰু চাহ খাইছিল। তেখেতে কেতিয়াও আমাৰ পৰা হাতে হাতে চাহ বা পানীৰ গিলাছ নলৈছিল। আমি চাহ লৈ গলে কয় "মাই, সৌ টেবুলখনতেই থৈ যোৱা।" এই অভ্যাসবশতঃ তেওঁৰ লেখীয়া গুৰুজনক চাহ বা পানীৰ গিলাছটো হাতত তুলি দিবলৈ বেয়া পোৱা হলোঁ। পিতাই গাখীৰেৰে ভাত খাই বাতিটো অকণমান পানীৰে ধুই খাইছিল। তাকে দেখি মোৰ ল'ৰাহঁতে সুধিছিল, "আতা, তুমি বাতিটোত পানী দি কিয় খালা?" তাৰ উত্তৰত তেওঁ সিহঁতক কৈছিল—"এনেকৈ খালে শক্তি হয়।" সিহঁতে বুজি নাপাই মোক সুধিছিল "মা, গাখীৰেৰে ভাত খাই বাতিটো অলপমান পানীৰে ধুই খালে শক্তি হয় নেকি? আতাই আমাক কৈছে।" তেতিয়া মই সিহঁতক বুজাই দিছিলোঁ যে বাতিত লাগি থকা গাখীৰখিনি এনেয়ে যোৱাতকৈ অলপ পানী মিহলাই খালে শৰীৰত লাগিব।

মাছেৰে অমিতাৰ খাৰখন পিতাই বৰ তৃপ্তিত খাইছিল। কেতিয়াবা দিয়া-মিলাত বেছি হলে আমাক কৈছিল—মাকে হেনো তেখেতক সকতে মৰম কৰি বেছিকৈ খুৱাইছিল, এতিয়া তেওঁৰ পেটে নলহে সেইকাৰণে তেওঁক বেছিকৈ খুৱাই মৰম নকৰিবলৈ আমাক শঁকিয়াই দিছিল। পিতাই প্ৰায়েই আমাৰ আগত মাকৰ আদৰ্শ আৰু বহল মনৰ কথা ব্যক্ত কৰিছিল; প্ৰকৃততে মাকেই তেওঁৰ জীৱনৰ বাট

দেখুৱাই দিওঁতা আদর্শ-মাতৃ আছিল। তেখেতে কোৱা মাকৰ গুণৰ প্রশংসা আমি প্রায়েই শুনিছিলোঁ। ইয়াৰ দ্বাৰাই তেখেতৰ মাকৰ প্রতি থকা ভক্তি আমাৰ চাক্ষুস হৈ উঠিছিল।

সাধু সকলোৰে প্রিয়। পিতায়ো আমাৰ ল'ৰা-ছোৱালীকেইটাক সাধু শুনাই বহুতো কথা শিকাইছিল। ৰাম-সীতা, পাণ্ডৱ, সাবিত্রী-সত্যবান, ৰজা হৰিশ্চন্দ্রৰ সাধুবোৰ শুনাই এনেকৈ মোহিত কৰিছিল যে সিহঁতে অলপ পঢ়া-শুনা কৰি সাধু শুনিবৰ কাৰণে পিতা দোকানৰ পৰা অহালৈ বাট চাই আছিল। সাধুৰ সোৱাদ পাই সিহঁতে কেতিয়াবা তেখেতক নিজৰ কামলৈ যোৱাত বাধা দিছিল। সৰু ল'ৰা-ছোৱালী কেইটাক দাবি-ধমকি দিয়াৰ পৰিৱৰ্তে যেতিয়া আমাক মাতি নি সিহঁতৰ পৰা সাৰি যোৱাৰ উপায় বিচাৰিছিল তেতিয়া তেখেতৰ শিশু-সুলভ স্বভাৱ দেখি আমাৰ অন্তৰ তেখেতৰ প্রতি থকা শ্রদ্ধাত দোঁ খাই পৰিছিল।

পিতাই আমাক কেতিয়াও বোৱাৰী হিচাবে শাসনৰ সুৰত কথা কোৱা নাছিল। তেখেতে আমাৰ ওপৰত খং নকৰি সকলো কামতে উৎসাহহে যোগাইছিল। মাৰ ঘৰৰ পৰা ঘূৰি আহিলেও তেখেতে সদায় হাঁহিমুখে মোৰ মা-পিতা, ভাই-ভনীৰ খবৰ লৈছিল। এবাৰ মাৰ ঘৰত গৈ মোৰ অসুখ হোৱা বুলি শুনি মই আহোতে পিতাই মোক কৈছিল - "মাই, তুমি মাৰাৰ ঘৰলৈ দুদিনমান আৰাম কৰিম বুলি গৈছিলা কিন্তু 'আইৰ ঘৰলৈ যাম দুয়োহাতে খাম, বিধাতাই বোলে ময়ো পাছে পাছে যাম' এইষাৰ ডাকৰ বচন মাতি মোক বুজাই দিছিল যে বিধাতাই নিদিলে সুখত থাম বা আৰাম কৰিম বুলি ভাবিলেও কৰিব নোৱাৰি।"

পিতাই সদায় দুপৰীয়া বাৰ বজাত ভাত খাইছিল। পিতাই গা ধোৱাৰ আগেয়ে গাত মিঠাতেল মালিচ কৰিছিল। প্রথমতে তেখেতে ভৰিৰ বুঢ়া আঙুলিৰ মূৰত অলপ তেল দিছিল আৰু পিছতেই

গোটেই গাত সানিছিল। পিতাক দেখি আমাৰ ল'ৰাহঁতেও সকতে গাত তেল সানিলে আগতে ভৰিৰ বুঢ়া আঙুলিৰ মূৰত দিছিল। সিহঁতে পিতাই কোৱা শুনিছিল যে ভৰিৰ বুঢ়া আঙুলিত তেল দিলে দৃষ্টিশক্তি বাঢ়ে। ডাঙৰ হোৱাৰ লগে লগে সিহঁতে এই নিয়মবোৰ এৰি পেলালে কিন্তু মোৰ মনত পিতাৰ এই সজ গুণবোৰ জিলিকি আছে। পিতাই চাবোনেৰে গা মুধুইছিল ; মাত্র ডাঢ়ি-চুলি কাটিবৰ দিনাখনহে চাবোনেৰে মূৰ-গা ধুইছিল। কিন্তু পিতাই সদায় যেতিয়া প্রায় পোন্ধৰ মিনিটমান সময়ৰ মূৰত গা ধুই গোসাঁই সেৱা কৰি গামোছাখন গাত পেলাই গোসাঁইঘৰৰ পৰা ওলাইছিল, তেতিয়াঁ তেখেতক চাবোনেৰে গা ধুই চাফা হৈ অহা যেন দেখা গৈছিল।

এদিন আবেলি তেখেত দোকানলৈ ওলাই যাওঁতে মই ফুলৰ টাবত পানী দি থকা দেখি হাঁহিছিল আৰু পিতাই কিয় হাঁহিছে মই তাৰ অর্থ বুজি নাপাই আকৌ টাবত পানী দিয়াত লাগিলোঁ। আবেলি দোকানৰ পৰা আহি তেখেতে গোহালিত গাই-দামুৰীবোৰৰ খবৰ লৈছিল। গৰুৰ কাম কৰা ভাগে ভাগে মানুহ আছিল যদিও তেখেতে সকলোবোৰ দায়িত্ব সিহঁতৰ ওপৰত এৰি দিয়া নাছিল। গৰখীয়াহঁতক "যাৰ নাই গৰু সি সবাতোকৈ সৰু" বুলি কৈ গাই-দামুৰীবোৰৰ যত্ন লবলৈ কৈছিল। তেখেতৰ শৰীৰ পৰি অহাৰ লগে লগে আমাক গৰুবোৰৰ যত্ন লবলৈ কৈছিল আৰু তেখেতৰ আদর্শ শিৰত লৈয়েই আমিও গৰুক প্রতিপালন কৰিব শিকিলোঁ। গৰুক মহালক্ষ্মী আৰু গাখীৰক অমৃতৰ লগত তুলনা কৰি তেখেতে গৰুক কেতিয়াও অৱহেলা নকৰিবলৈ সততে শিকাইছিল। গাখীৰৰ পৰা কিবা মিঠাই বনাই দিলে তেখেতে পৰম তৃপ্তিত খাইছিল আৰু কৈছিল—"আজি কিনি অনা মিঠাইতকৈ এইটোৰ বৰ সোৱাদ পালোঁ।" পইছা ভাঙি সোৱাদ নলগা বস্তু অনাতকৈ ঘৰতেই অলপ কষ্ট কৰি সোৱাদ লগা বস্তু বনাবা পাৰা বুলি আমাক উপদেশ দিছিল।

এদিনাখন মই ল'ৰাহঁতক গা ধুৱাই দি থাকোতে তেখেতে মোক কৈছিল—"মাই, ইহঁতে দেখোন এতিয়া নিজেই গা ধুব পৰা হৈছে। ইহঁতক তুমি বেছিকৈ মৰম কৰি আলসুৱা নকৰিবা, নহলে পিছত গৈ ইহঁতো তোমাৰ টাবত ৰোৱা ফুলৰ নিচিনা হ'ব।" তেতিয়াহে মই বুজিলোঁ। পিতাই কিয় ফুলৰ টাবত পানী দি থাকোতে হাঁহিছিল। এদিন তেখেতে কৈছিল—"সন্তানক উপযুক্ত কৰিবলৈ হলে বহুত কথা শিকিব লাগে। ইয়াৰ কেইবাটাও স্তৰ আছে।" তেখেতে কৈছিল—"পাঁচ বছৰ বয়সলৈ অৰ্থাৎ শিশু কালছোৱাত সন্তানক শাসন কৰি চলাবা, পাঁচ বছৰৰ পৰা বাৰ বছৰ বয়সলৈ ইহঁতক বুজাই-বঢ়াই শিকাবা আৰু বাৰ বছৰৰ পৰা সিহঁতক বন্ধুৰ নিচিনা ব্যৱহাৰ কৰিবা। তেতিয়াহে এটা শিশুক উপযুক্ত মানুহ কৰি গঢ়ি তুলিব পাৰিবা।" তেখেতৰ এই সাৰমৰ্ম থকা কথাষাৰ মই হাড়ে-হিমজুৱে উপলব্ধি কৰিছিলোঁ।

জীৱনৰ শেষ কালছোৱাত প্ৰায়ভাগ মানুহৰে তীৰ্থ চোৱাৰ হেঁপাহ হয়। পিতাই স্কুল-কলেজৰ কামত ব্যস্ত হৈ থকাৰ কাৰণে এইবিলাক চোৱা-চিতাত কোনো আগ্ৰহেই নাছিল যদিও আটাইকেইজন পুতেকে কোৱাত আৰু দেওৰ প্ৰদীপে নিজেই লৈ গৈ দেখুৱাই আনিম বুলি গাত লোৱাত শাহুক লগত লৈ এবাৰ তীৰ্থলৈ ওলাইছিল। তীৰ্থৰ পৰা ঘূৰি আহি তেখেতে নাৰিকল খাবলৈ এৰিছিল আৰু আমাকো দিবলৈ বাধা দিছিল। আমি পিছত গম পাইছিলোঁ যে জগন্নাথ-পুৰীত তেখেতে প্ৰিয়বস্তু নাৰিকল নাখাওঁ বুলি কৈ আহিছে। ইয়াৰপৰা তেখেতে লোভ ত্যাগ কৰিবও যে পাৰে এই গুণটো প্ৰকট হৈ পৰিছিল। নাৰিকল নাখালেও তেওঁ আনক খাবলৈ বাধা নিদিছিল বৰং আলহী আহিলে চাহৰ লগত দিবলৈ নাৰিকলৰ লাড়ু তৈয়াৰ কৰি থবলৈ দিছিল।

নিজে খাই তৃপ্তি পোৱাতকৈ আনক খুৱাই আনন্দিত হোৱা মানুহ কমেই আছে। পিতা এই বিষয়ত অন্যতম আছিল। এবাৰ তেখেতে 'দৰিদ্ৰ ভোজন' কৰোৱা মনত আছে। দৰিদ্ৰ ভোজনযে এনেকুৱা সবাহৰ নিচিনা হ'ব মই জনা নাছিলোঁ। প্ৰায এসপ্তাহ-মানৰ আগৰ পৰাই পিতাই জহা চাউল, মচুৰ দাইল আৰু তাৰ লগতে তৰ্কাৰী, নিমখ, হালধী আদি যোগাৰ কৰাত উঠি-পৰি লাগিল। নিৰ্দ্দিষ্ট সেই দিনটোৰ দিনাখন তেওঁ ৰাতিপুৱাৰ পৰা একো নোখোৱাকৈ থাকি প্ৰথমজাক ভিক্ষাৰী খাবলৈ বহাৰ লগে লগে দণ্ডবৎ দিছিল। আমিও পৰিযালৰ আটাইবোৰে সেৱা কৰিছিলোঁ। ভিক্ষাৰীবোৰে তৃপ্তিত উদৰ পূৰাই খাই ওলাই গৈছিল। তাকে চাই থাকি পিতাৰ অন্তৰত কিমান আনন্দ লাগিছিল তাক দেখিযেই বুজিব পৰা হৈছিল। 'দৰিদ্ৰ ভোজন' শেষ হোৱাৰ পিছতহে পিতাই নিজে আহাৰ খাইছিল আৰু বহুদিনৰ পৰা আশা কৰি থকা ইচ্ছা এটা পূৰণ হ'ল বুলি সন্তোষ লভিছিল।

আমি সাধাৰণতে অনুভৱ কৰো মানুহ বুঢ়া হৈ আহিলে সংসাৰ আৰু সন্তান-সন্ততিৰ প্ৰতি মায়া-মোহে আগুৰি ধৰে। আমাৰ শহুৰ ইযাৰ ব্যতিক্ৰম আছিল। শেষত তেওঁৰ স্কুল-কলেজ দুখন সন্তানৰ নিচিনা হৈ পৰিছিল। জীৱনৰ বিযলি বেলালৈ তেখেত স্কুল-কলেজৰ কামতেই আৱদ্ধ আছিল। ছাত্ৰীবিলাকক দেৱীৰ লগত ৰিজণি দিছিল আৰু মাজে-সময়ে তেওঁ দেৱীসকলক চাই আহোগৈ বুলি কৈ ছাত্ৰীবিলাকক দেখা কৰি আহিছিল। এই দেৱী আখ্যা পোৱা ছাত্ৰীবোৰে পিতাৰ মৃত্যুৰ বাতৰি পাই দৌৰি আহিছিল আৰু পিতাৰ মৃত্যুৰ কোলাত শুই আছিল তেতিয়া মোৰ অন্তৰৰ পৰা চকুপানী নিগৰি আহিছিল।

মৰম মানুহৰ সহজাত গুণ। কিছুমান মানুহে আনক দেখুৱাই মৰম কৰে আৰু কিছুমানৰ অন্তৰত মৰম থাকে। এবাৰ শাহুৰ

বিশেষ অসুখৰ কাৰণে অস্ত্ৰোপ্ৰচাৰ কৰিবলগীয়া হৈছিল। অস্ত্ৰোপ্ৰচাৰৰ কেইদিন মাক পৰিচৰ্য্যা কৰি ঘূৰি আহোতে পিতাই মোক সুধিছিল— “মায়েৰাই ভাল পাইছেনে? তেওঁ বৰ কষ্ট পালে, ভগৱানে তেওঁক সোনকালে আৰোগ্য কৰক।” পিতাৰ এই কথা কেইষাৰে শাহুৰ প্ৰতি থকা তেখেতৰ প্ৰেম আৰু ভালপোৱা ফুটাই তুলিছিল। মায়ে পিতাক নিজেই শালত বৈ ধুতি-গামোচা পিন্ধাইছিল। শালত বোৱা কাপোৰখন পিতাই পৰম আগ্ৰহেৰে পিন্ধিছিল। বহাগ বিহুৰ দিনা যেতিয়া শালত বোৱা গামোচাখন দি পিতাক সেৱা কৰিছিলোঁ, তেতিয়া পিতাই “এইখনহে আচল বিহুৱান” বুলি কৈ গাত পেলাই লৈছিল আৰু মোক আশীৰ্ব্বাদ দিছিল। শালত বৈ দিয়া গামোচাখন হেঁপাহেৰে লোৱা দেখি ময়ো মনত পৰম আনন্দ লভিছিলোঁ।

মাঘ বিহুৰ উৰুকাৰ দিনাখন জুইৰ ওচৰত বহি নাতিয়েকহঁতৰ লগত পতা পিতাৰ কথা-বতৰাবোৰ মধুৰ আৰু আমোদলগা আছিল। তেখেতে গৃহস্থী বা স্কুল-কলেজৰ কামত ব্যস্ত থাকিলেও ধেমালি বা ফূৰ্ত্তি কৰাৰ পৰা বিৰত নাছিল। পিতাই চকি-মেজত বহি ভাত নেখাইছিল। তেখেতে সদায় বৰঘৰৰ মজিয়াত পীৰাত বহি ভাত খাইছিল। উৰুকাৰ দিনাখন তেখেতে সৰু নাতি-নাতিনীয়েকহঁতৰ লগত বহি একেলগে ভাত খাইছিল। সেইকাৰণে আমি ল'ৰাহঁতক উৰুকাৰ লগভাত ভেলাঘৰত খাব নিদিছিলোঁ। সিহঁতেও পিতাৰ লগত ঘৰতেই ৰং-ধেমালিকৈ লগভাত খাইছিল। সিহঁতক পিতাই কৈছিল—“আজি ময়ো তোমালোকৰ নিচিনা সৰু হৈছোঁ। মাইহঁতে মোকো তোমালোকৰ লগত ভাত দিছে।” এনেদৰে নানা কথা-বতৰাৰ মাজেৰে পৰম তৃপ্তিত উৰুকাৰ লগভাত খাইছিল। বিহুৰ দিনাখন সৰুই ডাঙৰক সেৱা কৰা আৰু ডাঙৰে সৰুক আশীৰ্ব্বাদ দিয়া এইটো—অসমীয়া জাতিৰে পৰম্পৰা। গোঁসাইঘৰত সিদিনা কীৰ্ত্তনৰ শেষত আমাৰ পৰিয়ালৰ আটাইবোৰে যেতিয়া এটাৰ পিছত এটাকৈ আহি পিতাক সেৱা কৰেহি, তেতিয়া তেখেত যেন কোনো এক দেৱলোকৰ শাৰীলৈ উঠিছে—এনেহেন লাগিছিল।

বিশিষ্ট গুণেৰে ভূষিত পিতা যেতিয়া ক্ৰমে জীৱনৰ শেষ সীমাত উপনীত হ'ল, তেতিয়া তেখেতে সকলো কথা প্ৰায় পাহৰি যোৱা হ'ল। যিজন পিতাৰ খৰমৰ শব্দ শুনিলে মূৰত ওৰণি লৈ বহাৰ পৰা থিয় হৈছিলোঁ শেষত তেখেতৰ ওচৰতেই বহি কথা ক'ব লাগিছিল আৰু কৈছিল—"তোমালোক আটায়ে সদায় মোৰ ওচৰলৈ আহি থাকিবা।" পিতাৰ মৰম আৰু উপদেশে আমাক এনেকৈ বান্ধি ৰাখিছিল যে পঁচাশী বছৰীয়া আমাৰ পূজনীয় পিতাই যে মৃত্যুৰ দুৱাৰদলিত উপনীত হৈছে আমি আশা কৰাই নাছিলোঁ। নানা গুণেৰে বিভূষিত দেৱতাস্বৰূপ আমাৰ পিতাই ১৯৯১ চনৰ জুন মাহৰ ১১ তাৰিখ মঙ্গলবাৰে ৰাতি আমাক সকলোকে কন্দুৱাই 'হৰি ৰাম' মুখৰ মাতেৰে তেখেতৰ নশ্বৰ দেহ ত্যাগ কৰি সৰগলৈ গুচি যায়। এনেহেন মহৎ পুৰুষ শহুৰ দেৱতাৰ অন্তিম যাত্ৰাৰ আগে আগে যেতিয়া তেখেতৰ চৰণ দুই সেৱা কৰিছিলোঁ তেতিয়া এনে লাগিছিল,— মই পঁচিশ বছৰ আগেয়ে সেৱা কৰা চৰণতহে যেন সেৱা কৰিছোঁ আৰু মোৰ অন্তৰৰ পৰা অহা কান্দোনক বাধা দি ৰাখিব পৰা নাছিলোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, তেখেতৰ শ্ৰীচৰণ দুখন সদায় মোৰ চকুৰ আগত যেন জিলিকি থাকে আৰু সৰগৰ পৰা আমাক যেন সদায় কৃপাদৃষ্টিৰে চাই থাকে।

## জ্যেষ্ঠ ভাতৃৰ ৰূপত আমাৰ আতা

"মই অবিহনে পাহৰিবা মনে
সবে মোৰ কথা কাণ্ড,
নাম ৰব বুৰি স্মৃতি যাব উৰি
যেন ৰক্ত মেঘ খণ্ড।
নৱ-নৱ জন পাবা সংগীগণ
মনে নপৰিব মোক,
এই স্নেহ-প্ৰীতি ৰাখিবলৈ স্মৃতি
উপায় বিচাৰোঁ হক।" [১]

সঁচাকৈ আতা, তুমি তোমাৰ স্মৃতি ৰাখিবলৈ উত্তম উপায়ে বিচাৰি পালা। কোনোবাই তোমাক জানো পাহৰিব পাৰিব? জানা আতা, আজি মোক তোমাৰ স্মৃতিয়ে বাৰুকৈয়ে আমনি কৰিছে। তুমি যে প্ৰায়ে আবেলি ওচৰত বহাই লৈ বহুত কথা কৈছিলা; তোমাৰ কথা, তোমাৰ ভাই ৺কৰুণা চৌধুৰী আতাৰ কথা আৰু বহুতো কথা। মোৰ যে একেবাৰে সাধু কথাৰ নিচিনা লাগিছিল। এতিয়া মোৰ অলপ মনত পৰে; মোৰ বয়স যেতিয়া ৭ বছৰমান, মায়ে এদিন খণ্ডতে মোক খুব জোৰে মাৰিলে, তেতিয়া তুমি মাৰ ওচৰলৈ আহি কৈছিলা, "আই, তাইক নামাৰিবা, তাইক মাৰিলে মই বৰ দুখ পাওঁ।" তাৰ পিছত কি হৈছিল জানা, গধূলি প্ৰাৰ্থনা কৰা সময়ত মই দুষ্টামি কৰা দেখি মায়ে কৈছিল, "তই তেনেকৈ দুষ্টামি কৰি থাক, মই বৰ দুখ পাওঁ দেই।" তেতিয়া মই তপৰাই সুধিছিলো, "কিমান দুখ পোৱা, আতাই মোক মাৰিলে যিমান দুখ পায় সিমান দুখ পোৱানে?"

---

১ "হক স্মৰণীয়া স্মৃতি"—ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰী

আতা, মই যেতিয়া তোমাৰ দৰে বুঢ়া হম সৰু ল'ৰা-ছোৱালী-বোৰক এই কহিনীবোৰ কম দেই। সিহঁতে শুনি কিমান যে মজা পাব, নহয়? আতা, তুমি যে আমাক বাই বুলি মাতিছিলা, মনত আছে? মোৰ হলে খুব ভাল লাগিছিল, তোমাৰ নিচিনা ভাইনো কেইজনৰ থাকে? তোমাৰ অসুখ বেছি হোৱাৰ দিনাখন, আবুৱে যে তোমাৰ লগত দিন-ৰাতি নোহোৱাকৈ ছাঁটোৰ দৰে লাগি আছিল ময়ো গিলাছত অলপ চৰবত লৈ তোমাক খাবলৈ কোৱাত কৈছিলা, "বাই, নাখাওঁ দিয়া, এতিয়া মোৰ শক্তিও নাই, ইচ্ছাও নাই।" আৰু তাৰ পিছদিনাখনেই তুমি আমাক এৰি কোনোবা অজান দেশলৈ গুচি গ'লা, তেতিয়া মোৰ বাৰে বাৰে উৰ্দু কবি ইক্‌বালৰ শায়েৰী এষাৰিলৈ মনত পৰিছিল—"কলতো কহতে থে বিস্তৰ সে উঠা যাতা নহী, আজ দুনিয়া সে চলে জানে কি তাকত আগই।" [কালিতো কৈছিলা শয্যাৰ পৰা উঠাত কষ্ট হৈছে আৰু আজি পৃথিৱীৰ পৰা গুচি যাবৰ কাৰণে শক্তি পাই গলা]

মৃত্যুৰ সময়ত কোনেও একো নিব নোৱাৰে, কিন্তু বহুত কিবা-কিবি দি যাব পাৰে। তাৰ প্ৰমাণ তুমি নিজেই, নহয় জানো? অ' তোমাৰ আকৌ খং উঠিছে নেকি? তুমি এই ক্ষেত্ৰত ইমান ব্যতিক্ৰম কিয়? মানুহে, আনকি ময়ো নিজৰ প্ৰশংসা শুনিলে ভালপাওঁ। কিন্তু তোমাৰ দেখোন গুণগান কৰিলে আকৌ খঙহে উঠে।

আতা, আজি মোৰ আৰু এজন মানুহৰ কথা বৰকৈ মনত পৰিছে, সেয়া হৈছে—তোমাৰ অতি মৰমৰ ভাই আৰু আমাৰ সৰু আতা। সৰু আতা ঢুকোৱাৰ সময়ত মোৰ বয়স মাত্ৰ চাৰি বছৰ। সৰু আতাৰ কথা মোৰ বৰ বেছি মনত নাই যদিও তোমাৰ মুখৰ পৰা শুনা কথাবিলাকৰ পৰা মোৰ নিজ চকুৰে দেখা যেন লাগে। তুমি কৈছিলা সৰু আতা হেনো বিৰাট জেদী আৰু খঙাল আছিল। মোৰ কি ভাব হয় জানা আতা, সৰু আতাক তুমিয়ে বেছিকৈ মৰম কৰি কৰি এঁকৰা স্বভাৱৰ কৰি তুলিছিলা ছাগে'। হাঁহিছা

কিয় ? তুমিয়ে দেখোন কৈছিলা—সৰু আতাক তুমি নিজতকৈও বেছি মৰম কৰিছিলা আৰু আবুৱেও কৈছে—তুমি হেনো সৰু আতাক অতিপাত চেনেহত ৰাখিছিলা। আজি কোন আহিছিল গম পাইছা ? সৰু আতাহঁতৰ গুৱাহাটীত থকা খুড়া আহিছিল। খুড়াৰ লগত কথা পাতি থাকোতে সৰু আতাৰ বিষয়ে বহুত কথা জানিব পাৰিলোঁ। তুমিও শুনিবা নেকি, ৰবা কওঁ।

সৰু আতাৰ স্বভাৱ সৰু ল'ৰা-ছোৱালীৰ নিচিনা আছিল হেনো। এইমাত্র খং উঠে, এইমাত্র কমে। খুড়াইতকো হোনো কি কৰিছিল জানা, খং উঠিলে একো নাই হৈ মাৰিব আৰু অলপ পিছতে.দুখ লাগি সিহঁতক মৰমতে সাৱটি লৈ গালে-মুখে চুমা খাব। সৰু আতাৰ পঢ়াত খুব ৰাপ্ আছিল নেকি বাৰু ? নে তুমিয়েই নিজে ইচ্ছা থকা সত্বেও পঢ়িব নেপাই সৰু আতাক ইমানে বিদ্বান কৰি তুলিছিলা ? ঘৰতো তুমি বিদ্যোৎসাহী—আৰু খং উঠিছে ? সৰু আতাই ১৯৩৬ চনত মেট্রিক আৰু ১৯৩৮ চনত I. A. পাছ কৰিছিল। আজিৰ পৰা প্রায় ৫৪ বছৰৰ আগতে, তেতিয়াতো বহুত কষ্ট কৰি পঢ়িব-লগীয়া হৈছিল নিশ্চয়। আতা, মোৰ হলে তোমাৰ ওপৰত খুব খং উঠিছিল, সৰু আতাই পঢ়ি থকা অৱস্থাতে অর্থাৎ ১৯৩৮ চনতে তুমিনো বাৰু কিয় বিয়া পাতি দিব লাগে ? বাৰু বাদ দিয়া সেইবোৰ, এতিয়াতো আৰু খং কৰি লাভ নাই। সংস্কৃত সৰু আতাৰ প্রিয় বিষয় আছিল বোধহয়। সেয়েহে ১৯৪১-'৪২ চনত কৈৰাৰাত সংস্কৃত তোলত শিক্ষা লাভ কৰিছিল। অ' খুড়াই কৈছে তাত হেনো আতাই 'ব্যাকৰণ ৰত্ন' উপাধি লাভ কৰিছিল। তাৰ পিছতেই আৰম্ভ হয় আতাৰ চাকৰি জীৱন। ১৯৪৪ চনত প্রথম চাকৰি কৰে মৰোৱা আৰু চানকুছি M.E. স্কুলত। তাৰ পিছত ১৯৪৬-'৫০ চনত আগিয়াত, ১৯৫০-'৫১ চনত দেৱীৰাম হাইস্কুল, ১৯৫২-'৫৪ চনত আগমনি আৰু ১৯৫৪-'৫৭ চনত তেজপুৰ পাঁচআলিত। তাৰ পিছত অর্থাৎ ১৯৫৭ চনত চাকৰিৰ পৰা ইস্তফা দি কিতাপৰ দোকান দিয়ে।

সৰু আতা যে কি আচৰিত স্বভাৱৰ আছিল, নহয় ! তুমি যেতিয়া ব্যৱসায় কৰিব কৈছিলা তেতিয়া চাকৰি কৰিছিল আৰু এজন ভাল শিক্ষক হিচাপে সুনাম অৰ্জন কৰাৰ পিছত অৱসৰ পোৱাৰ আগতেই চাকৰিৰ পৰা ইস্তফা দি ব্যৱসায়ত নামি পৰে। আতা, তোমাৰ দৰে সৰু আতাইও হেনো অন্যায় সহ্য কৰিব নোৱাৰিছিল। সদায় অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল আৰু স্পষ্টভাষী আছিল। কোনে জানে, সৰু আতাই যদি কিবা অন্যায়ৰ প্ৰতিবাদ স্বৰূপে চাকৰি ইস্তফা দিছিল !

সৰু আতাৰ কথা পাতি থাকোতে কেতিয়া যে ৯½ বাজিল গমেই নাপালো। হঠাতে খুড়াই ঘৰীটোলৈ চাই জাপ মাৰি উঠিল, "বাপ্‌ৰে, ইমান দেৰী হ'ল, মোৰ অফিচ আছে। এনী, তোমাক মই পিছত এদিন পিতাৰ কথা কম দিয়া।" —এইবুলি কৈ খুড়া গুচি গ'ল। খুড়া যোৱাৰ পিছতো মই তোমালোক দুই ভাইৰ কথাকে ভাবি থাকিলো। তোমালোক দুয়োৰো মাজত ইমান প্ৰভেদ অথচ ইমান মিলাপ্ৰীতি আছিল। তোমাৰ খোজ-কাটল ধীৰ-স্থিৰ আৰু খোৱা-লোৱা স্কুল-কলেজৰ ৰুটিনৰ দৰে আৰু সৰু আতা আছিল সৰু ল'ৰা-ছোৱালী-বোৰৰ লগত হাঁহি, ধেমালি, খং কৰি সকলোকে দপ্‌দপাই কথা কৈ দৌৰাত্ম্যৰে শিশু বীৰৰ দৰে ঘূৰি ফুৰিছিল। পিছে বিধিৰ বিধান কোনে খণ্ডন কৰিব ! হঠাতে এদিন সেই খোজ যেন থমকি ৰবলৈ বাধ্য হৈছিল। ১৯৭৭ চনৰ আঘোণ মাহত সৰু আতাই আমাক সকলোকে কন্দুৱাই পৰলোকলৈ গুচি গ'ল। হাঁয়, নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস ! সেয়েহে হয়তো কবি নলিনীবালা দেৱীয়ে কৈছে,—

"কোন কাৰ জগতৰ কোন কাৰ মৰমৰ
চকুৰ চিনাকি তুমিলৰ,
সসীমৰ ৰূপ-তৃষা অসীমত বুৰ যাব
খহি গলে জৰী মৰমৰ।"

কি হ'ল আতা, তুমি যে একেবাৰে বিবৰ্ণ হৈ গ'লা। ঠিক আছে, আৰু সৰু আতাৰ কথা কৈ তোমাক দুখ নিদিওঁ। আতা আজি মাৰ ওপৰত মোৰ ইমান যে খং উঠিছিল। কি কৈছা, মাকক খং কৰিব নাপায়। কিয় নকৰিম? তুমি শুনিলেতো আৰু বেছি খং কৰিবা। মায়ে আজি মোক কি কৈছে জানা, মই যদি এইবাৰ ভালকৈ পাছ কৰিব নোৱাৰো মোক বিয়া দি দিব। মাৰ কথা-ষাৰ শুনাৰ লগে লগে মোৰ তোমালৈ ইমান মনত পৰিছিল! তুমি যে মাক প্ৰায়ে কৈছিলা, "মাই, এনীক বিয়া নিদিবা। মই সিমান দিন জীয়াই থাকিব পাৰিলে তাইক কেতিয়াও বিয়া দিব নিদিওঁ।" আৰু আজি তুমি নাই বাবে হে মায়ে তেনেকৈ কব পাৰিছে। কিন্তু তুমি চিন্তা নকৰিবা, মই ভালদৰে পঢ়িম। আতা, যোৱা ফেব্ৰুৱাৰী মাহত মাখিবাহাৰ আবু (তোমাৰ বায়েৰা) ঢুকুৱাৰ পাঁচ বছৰ পুৰ হ'ল। মোৰ সেই দিনটো আজিও মনত আছে, আবু ঢুকুৱাৰ দিনাখন তুমি যেতিয়া আবুক শেষ শ্ৰদ্ধা জ্ঞাপন কৰি আহি ঘৰ পাইছিলা, তেতিয়া তুমি চকুলোক বাধা দিব পৰা নাছিলা আৰু মাক কৈছিলা, "মাই, আজিৰ পৰা মই বৰ অকলশৰীয়া হলো, বৰ অকলশৰীয়া হলো।" সেই সময়ত তোমাৰ সেই দৃশ্য দেখি মোৰ স্কুলত পঢ়া ইংৰাজী কবিতা এফাঁকি মনত পৰিছিল,—

"I feel like one
Who treads alone
Some banquet hall deserted
Whose lights are fled
And all but he departed."

আতা, বহুত দেৰী হ'ল। আজি আৰু কথা নাপাতো দিয়া, পঢ়িব যাওঁ। নহলে মায়ে আৰু বিয়া দিব বুলি ক'ব। আজি তোমাৰ লগত এনেদৰে কথা পতা বুলি কলে অইনে হাঁহিব, নহয়নে? কিন্তু আনে যিয়ে নকওক মোৰ হলে এনেকুৱা ভাব হৈছে তুমি যেন

মোৰ কথাবিলাক শুনিছা, সঁচাকৈয়ে শুনিছানে আতা? মই হলে শুনিছো। তুমি এতিয়া কি কৈছা জানা—

"কাল চকা ঘূৰি মোৰ আয়ু উৰি
অস্তাচল দিশে যায়,
পশ্চিমত তথা ৰতোৱাল যথা
সেয়ে মোৰ শেষ ঠাই।
পালে শেষ ঠাই বাধ্য হম মই
নামিবলৈ সেই ক্ষণে,
এৰি ধৰাখনে মোৰ ভাইগণে
আৰু বহু প্ৰিয়জনে।" [২]

"এনী, অ' এনী, পানী এগিলাছ আনিবাচোন।"—দেউতাৰ মাত শুনি থত্-মত্ খাই গলোঁ। মোৰ করুণ-মধুৰ দিবাস্বপ্ন ভঙ্গ হ'ল। পানী গিলাছ লৈ গৈ ড্ৰইংৰুম পাই দেখোঁ, আজি ছয়-সাত দিন ধৰি চলি থকা আলোচনাই চলি আছে—বেটুপাতৰ ছবি, শৈশৱৰ কথা, সামাজিক জীৱন, বাৰ্দ্ধক্য, সাহিত্য-কৰ্ম,– কিমান যে কথা! আতাৰ বোলে এখন নতুন ষ্টাইলৰ জীৱনী উলিয়াব।

২ "এক যুগমীয়া স্মৃতি"—মহেন্দ্ৰ নাৰায়ণ চৌধুৰী

# অপত্য শিক্ষাৰ নিদৰ্শন

আমি স্কুল-কলেজত আনুষ্ঠানিক শিক্ষা পাওঁ এক কৃত্ৰিম পৰিৱেশত। কিন্তু আদ্যগুৰু পিতৃ-মাতৃৰ পৰা পোৱা শিক্ষা আমাৰ জীৱনৰ স্বাভাৱিক বিকাশৰ লগত সমন্বিত হৈ যায়। মাক-দেউতাকে নিজৰ ল'ৰা-ছোৱালীক স্থাৱৰ-অস্থাবৰ সম্পত্তিৰ অধিকাৰী কৰি থৈ যোৱাৰ প্ৰয়াসতেই ক্ষান্ত হ'ব নোৱাৰে। তেওঁলোকৰ জীৱনযোৰা অভিজ্ঞতাখিনিকো দি যাব খোজে। জননীৰ নিচুকনিমূলক শিক্ষাৰ পিচতেই পিতৃৰ অনুশাসনপূৰ্ব্বক শিক্ষা আৰম্ভ হয় আৰু সকলো পিতৃয়ে নিজৰ ল'ৰা-ছোৱালীক এনেও জীৱন শিক্ষা দিবলৈ যত্ন কৰে। মই মোৰ অভিজ্ঞতাৰ পৰা গম পাইছো যে আমাৰ পিতাই আমাক দিয়া শিক্ষাবোৰৰ উদাহৰণ বিৰল। তেওঁৰ প্ৰতিটো বাক্যই যেন সুশিক্ষাৰ উদ্দেশ্য প্ৰণোদিত আছিল। এই নিবন্ধত মই মোৰ জীৱনত পিতাৰ পৰা পোৱা সৰু সৰু অথচ কৰ্মজীৱনত অতিকৈ কামত অহা শিক্ষাৰ কথা কব বিচাৰিছোঁ।

পিতাই আমাক সৰুৰে পৰা যথেষ্ট মৰম কৰিছিল। কিন্তু কোনোদিনেই সেই মৰম মুখত নেদেখুৱাইছিল। যি বিচাৰিছিলোঁ নিজে অনাই দিছিল। পিন্ধা-উৰাত নিজে কোনোদিনে বিশেষ গুৰুত্ব নিদিছিল। সেই সময়ত নলবাৰীৰ উৎকৃষ্ট কাপোৰৰ দোকান গফুৰ মহাজনৰ কাপোৰৰ দোকানৰ পৰা আমাৰ নিজৰ পচন্দমতে কাপোৰ আনিব দিছিল। সেই সময়ত নিজে পইচা খৰছ কৰিব নাপাই মনতো বেয়া লাগিছিল যদিও এতিয়া নিজে পিতৃ হৈ গম পাইছো যে ল'ৰা-ছোৱালীৰ হাতত পইচা পৰিলে কোনো দিনেই সৎব্যৱহাৰ সেই পইচাৰ নহয় লগতে ল'ৰা-ছোৱালীৰ স্বভাৱ বেয়া হোৱাৰো যথেষ্ট সম্ভাৱনা থাকে।

মই কলেজত পঢ়োতে হোষ্টেলত থকা সময়তো সদায় হিচাব কৰিহে পইচা দিছিল। প্ৰায়ে মই 'মা'ৰ পৰা পিতাই কব নোৱাৰাকৈ আৰু কিছু পইচা লৈ গৈছিলোঁ। এবাৰ মাই পইচা নিদিয়াত মই খং কৰি হোষ্টেললৈ গুচি গৈছিলোঁ। পিতাই কথাটো গম পাই মোলৈ এখন চিঠি লিখিছিল। (পিচত সেই চিঠিখনেই "বিচাৰ" বোলা গ্ৰন্থখনিত "সোণলৈ মুকলি চিঠি" নামেৰে প্ৰকাশিত হৈছিল) তেতিয়া সেইখন পঢ়ি ভালপোৱা নাছিলো যদিও এতিয়া সেইখন পঢ়িলে গম পোৱা যায় যে ইয়াৰ প্ৰত্যেকটো শাৰীৰ গভীৰ অৰ্থ আছে।

মই B.Sc. পাছ কৰি ব্যৱসায় কৰিব বিচৰাত পিতাই যথেষ্ট আপত্তি কৰি আৰু পঢ়িব কৈছিল। পিচত মোৰ ব্যৱসায় কৰাৰ আকোৰগোঁজ মনোভাব দেখি পিতাই মোক প্ৰশ্ন কৰিছিল, মই স্কুল বা কলেজত ব্যৱসায় সম্পৰ্কে কিবা পঢ়িছো নেকি? মই নাই পঢ়া বুলি কোৱাত তেখেতে কৈছিল, "মোৰ অনুমতি তথা আশীৰ্ব্বাদ নোহোৱাকৈ যদি তই ব্যৱসায় কৰিব খোজ তেতিয়া বেলেগ কথা, কিন্তু বেপাৰ কৰিবলৈ মোৰ অনুমতি আৰু আশীৰ্ব্বাদ পাবলৈ হলে প্ৰথমতে তই বেপাৰ শিকিব লাগিব। অতি কমেও দুবছৰ কোনোবা ব্যৱসায়ী প্ৰতিষ্ঠানত চাকৰি কৰিব লাগিব।" চাকৰি কৰাৰ কথাটো স্ব-ভিমানত লাগিছিল যদিও পিতাৰ অনুমতি বিনে কোনো কাম নকৰো বুলি দৃঢ়প্ৰতিজ্ঞ হোৱা বাবে শেষত মোৰ ডাঙৰ দাদাৰ দোকানত (শ্ৰীযুত মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ "কামৰূপ ইলেকট্ৰিক ষ্টোৰ") দুবছৰ চাকৰি কৰিছিলোঁ। সেই দুবছৰৰ অভিজ্ঞতাই পিচত মোৰ ব্যৱসায়ত যথেষ্ট কামত আহিছে। দুবছৰ চাকৰি কৰি অহাৰ পিচতহে পিতাই অনুমতি সহ ২৫০০'০০ (দুহেজাৰ পাঁচশ) টকা দি নিজে ব্যৱসায় কৰিবলৈ দি আশীৰ্ব্বাদ দিছিল। পিতাৰ সেই আশীৰ্ব্বাদতেই আজি অন্ততঃ দুবেলা দুমুঠি খাবৰ জোখাৰে সমৰ্থবান হৈছো।

প্ৰথমতে ব্যৱসায় আৰম্ভ কৰি মই বান নিয়ন্ত্ৰণ বিভাগত শিল যোগান (Boulder Supply) ধৰিছিলোঁ। তেতিয়া পিতাই এদিন

মোক কৈছিল যে শিল যোগানৰ কাম ভৱিষ্যত জীৱনত কামত আহিব পৰা কোনো ধৰণৰ অভিজ্ঞতা নহয়। গতিকে এনে কাম কৰিব লাগে যিবিলাকৰ পৰা ভৱিষ্যত জীৱনত কামত অহা অভিজ্ঞতা আহৰণ কৰিব পাৰি।

আমি নিজে ধন উপাৰ্জ্জন কৰিব পৰা হোৱাৰ পিচতো পিতাই কোনোদিনে আমাৰ পৰা পইচা নলৈছিল। মোৰ আজিও মনত আছে, মোৰ ওপৰৰ দাদাজনে (শ্ৰীবীৰেন্দ্ৰ নাৰায়ণ চৌধুৰী, তেওঁ বৰ্ত্তমান বিদেশত থাকে) আমেৰিকাত চাকৰি কৰি প্ৰথম দৰ্মহাৰ পৰা পিতালৈ ২৫০ ডলাৰ পঠাইছিল, তেতিয়া পিতাই লিখিছিল,— "তইঁতৰ পৰা মোক টকা-পইচা নালাগে। তইঁত একোজন ভাল মানুহ হলে সেইটোহে মোৰ কাৰণে ডাঙৰ ধন।" আৰু তেওঁ পঠোৱা পইচাখিনি তেওঁৰ নামত একাউণ্ট খুলি বেঙ্কত জমা কৰি দিছিল।

স্কুল আৰু কলেজৰ ঘৰ নিৰ্ম্মাণ কৰি থাকোতে মোৰ ট্ৰাকেৰে কেতিয়াবা শিল, বালি ইত্যাদি দিছিলো। শিল, বালি পেলোৱাৰ পিচদিনাৰ পৰাই কিমান পইচা হ'ল লিখি দিবলৈ কৈছিল। লিখি দিয়াত কিছু পলম হলে তেখেতে দীপুক ( মোৰ ভাগিন, তেওঁ তেতিয়া পিতাৰ দোকানত কাম কৰিছিল ) হিচাব কৰি পইচা দি যাবলৈ পঠিয়াই দিছিল। আৰু আমি তেখেতৰ দোকানৰ পৰা কাঠ আনিলেও পইচা নিবলৈ দীপুক আমাৰ ওচৰলৈ পঠিয়াই দিছিল।

লাহ-বিলাহ পিতাই মুঠেই পচন্দ নকৰিছিল। সদায় শাৰীৰিক শ্ৰমৰ ওপৰত গুৰুত্ব দিছিল। মই গাড়ী কিনিব খোজাত তেখেতে কৈছিল, "সঁচাকৈয়ে যদি তোৰ কামৰ তাগিদাৰ কাৰণে গাড়ী লাগে তেতিয়াহলে কিন। কিন্তু মানুহে শ্ৰম কৰিব শিকিব লাগে। মানুহৰ কষ্ট কৰিব পৰা অভ্যাস নাথাকিলে ভৱিষ্যত জীৱনত কেতিয়াবা বৰ অসুবিধা হয়।"

পিতাই সদায় সকলো কথা ইমান মৃদুভাবে কৈছিল যে তেখেতে দিয়া আদেশবিলাকো অনুৰোধ যেনহে অনুভৱ হৈছিল। তেখেতে

কিমান মৃদুভাবে আদেশ দিছিল তলৰ চিঠিখনেই তাৰ উদাহৰণ।
শ্ৰীমান অনিল বোপা,

কালি নিয়ামত দেশলৈ গ'ল, মিস্ত্ৰি আনিবৰ কাৰণে। তেওঁ অহা বৃহস্পতিবাৰে আহিম বুলি কৈছে। কি ঠিক কিজানি পলমো হ'ব পাৰে। পায়খানাৰ কামটো আধৰুৱা হৈ ৰ'ল। ইটা, বালি আদি বে-ছিজিল হৈ বাহিৰত পৰি থাকিল। যদি তই ভাল মিস্ত্ৰি পাৱ তেনেহলে কামটো সম্পূৰ্ণ কৰি পেলালে ভাল হয়। পায়খানাৰ দৰ্জ্জা কেইখন লাগিব? দৰ্জ্জা কেইখন ওখ আৰু বহল কিমান হ'ব সেইটো তই কলে আমি ইয়াতে দৰ্জ্জাৰ ফ্ৰেম কেইটা বনাই থব পাৰো। খৰালিৰ দিনকেইটা ক্ৰমে শেষ হ'ব ধৰিছে। তোক আগেয়ে কোৱা কথাবিলাক এই খৰালিৰ ভিতৰত নকৰিলে পাছত নহব। সকলো কাম ধাৰৰ ওপৰত ঢৌ মাৰি হলেও কৰিব লাগিব আৰু মই থাকোতে কৰিলে তইঁতে কিছু সহজতে কৰিব পাৰিবি। আৰু নিয়ামতে এটা কথা কৈছিল, অস্থায়ী পেচাব ঘৰৰ দৰ্জ্জা চাৰিখন তাত লগাব পাৰি। সেইটো লগালে ভাল হ'ব নেকি তই চাই লবি।

ইতি
তোৰ পিতা
স্বাক্ষৰ
শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী
১/২/৮৬ ইং

আমি তেখেতৰ পৰা শিকিবলৈ আৰু বহুতো বাকী বৈ গ'ল। তথাপি সেই পৰলোকগত পুণ্যাত্মাৰ শিকনিসমূহ আজি তেওঁৰ অবিহনে দুগুণ অৰ্থবহভাৱে মোৰ মনলৈ আহে আৰু মোক ধৈৰ্য্য, উৎসাহ তথা আত্মবিশ্বাসৰ যোগান ধৰে।

# প্ৰত্যাৱৰ্তনৰ পথত

বুজা হোৱাৰ পৰা দেউতাকৰ টান কথা শুশুনা আমাৰ ডাঙৰ ছোৱালীজনীয়ে আজি দেউতাকৰ ধমক্ খাই উচুপি উচুপি কান্দিয়েই আছে। মই ওচৰলৈ গৈ মাত দিয়াৰ লগে লগে উচুপনি আৰু বেছিহে হ'ল। তাইক উচুপি থকা দেখি কিয় জানো মোৰ নিজৰ কথা এটি মনত পৰি গ'ল। সিদিনা ময়ো কান্দি কান্দি গোটেই আবেলিটো পাৰ কৰি দিছিলোঁ। দেউতাকে দোকানৰ পৰা আহিয়েই মাত লগাইছিল, "হেৰা,—বিয়ালৈ যাবলৈ ওলোৱা নাই ?" তেখেতৰ মাতত মোৰ উচুপনি আকৌ বাঢ়িল। —"হেৰা, কি হৈছে ? কান্দিছা কিয় ? গা বেয়া নেকি ?" তেখেতে প্ৰশ্নৰ পিছত প্ৰশ্ন কৰি গ'ল। মই অস্ফুটস্বৰে কলোঁ "চাকৰ-বাকৰে কাম নকৰিব আৰু মই কথা শুনি থাকিম,—নাযাওঁ মই বিয়ালৈ।" তেতিয়া শাহুৱে মোৰ কাষলৈ আহি কৈছে,—"পিতাৰাৰ আৰু কি কাম আছে, হোৱাই-নহোৱাই বকি থাকে। যা ওলা, বিয়ালৈ যা।" অলপ পিছত এখেতে সুধিছে,—"কিয়নো বকিছিল পিতাই ?" কাৰণটো হ'ল, বৈকুণ্ঠক ( গৰু চোৱা ল'ৰা ) কাপোৰ ইস্ত্ৰি কৰিবলৈ পঠিয়াইছিলোঁ ধোবাৰ তালৈ। সি ঘূৰি-পকি বাৰ বজাতহে ঘৰ ওলালহি। ইপিনে গৰুকেইটাই ঘাঁহ খাবলৈ নেপাই হেম্বেলিয়াবলৈ ধৰিলে আৰু মই হলোঁ মানুহ চলাব নজনা দোষত দোষী।

পিতাই গৰুক বৰ যত্ন কৰিছিল আৰু কৈছিল, "সিহঁত অমাতা জীৱ, ভোক-পিয়াহ লাগিলেও আমি নিদিলে একো খাব নাপায়।" বাৰ্ধক্য-পীড়িত হৈ অপাৰগ নোহোৱাহেঁতেন, তেখেতে নিজেই গৰুৰ বাবে সকলোখিনি কৰিলেহেঁতেন। এতিয়া বুঢ়া কালত বহি বহি গৰুৰ দুখ চাই থাকিব নোৱাৰে আৰু দানা-পানী দিয়াত অলপ পলম হলেই খং কৰে। দেহৰ অসমৰ্থতাক মনে নামানে। এতিয়াহে বুজিব পাৰিছোঁ পিতাই আমাক বকিছিল কিয় !

দোকানৰ কাম এৰি ঘৰত বহাৰ পিছত মাজে মাজে পিতাই আমাৰ আগত অতীত ৰোমন্থন কৰিছিল। ঘটনা চক্ৰই সেইবোৰ কথা মনত পেলায়।

এদিনৰ কথা, বজাৰৰ পৰা অনা চেনিখিনি বৈয়ামত ভৰাবলৈ ধৰিছোঁ, ক'ৰবাৰ পৰা ল'ৰাটোৱে দৌৰি আহি থাপ্ মাৰি এমুঠি চেনি লওঁতে খং উঠি চৰ এটা মাৰো বুলি হাত দাঙিয়েই ৰৈ গলোঁ। মনৰ মাজত ভাঁহি উঠা পিতাৰ শৈশৱৰ মুখৰ প্ৰতিচ্ছৱিয়ে মোক বিব্ৰত কৰি পেলালে। তেখেতে কৈছিল—"মাই, সৰুতে মই বৰ ভোদা আছিলোঁ। এতিয়াৰ নিচিনা আমি সৰু থাকোতে বিভিন্ন ধৰণৰ খোৱাবস্তু নাছিল। তেতিয়াৰ দিনত চেনিয়ে বৰ মূল্যবান খোৱা-বস্তু। সৰু থাকোতে কিবা খাবলৈ মন গলে মাইক চেনি খুজিছিলোঁ। মাই অকণমান চেনি হাতত দি কৈছিল,—বাকী কেইটাক নকবি।" মাইৰ কথা মানি মই বাকীবোৰক কৈছিলোঁ—"মোক চেনি দিয়াও নাই যা।" এইবোৰ কথা কৈ তেখেতে অপাৰ তৃপ্তি লাভ কৰিছিল।

এবাৰ বিশ্বকৰ্মা পূজাৰ আগদিনাখনৰ কথা। মই পূজাৰ যোগাৰতে ব্যস্ত আছোঁ। গধূলি সময়ত ল'ৰাটোৱে, ভতিজাহঁতে হুলস্থুল লগাইছে—"মা, ডাঙৰ মা, তাল ক'ত? বৰকহা ক'ত? টিলিঙা, শঙ্খও দিয়া। গোঁসাই আনো।" গোঁসাই অনা হ'ল। ল'ৰা-ছোৱালীহঁতে টেপ বজাই হাঁহি-ধেমালি কৰি আছে। ভাগিনী ছোৱালী এজনীয়ে আনন্দতে চিঞৰি উঠিল—"বিশ্বকৰ্মা দেৱী কি জয়।" বাকী আটাই-বোৰে গিৰ্জনি মাৰি হাঁহি ক'বলৈ ধৰিলে—"ঐ মুৰ্খক, বিশ্বকৰ্মা দেৱতাহে দেৱী নহয়।" লাজে-খঙে বেচেৰীৰ অৱস্থা পুতৌ লগা হ'ল। মই তাইক মাতি আনি মৰমেৰে দশভূজা, লক্ষ্মী, সৰস্বতী আদি দেৱীৰ কথা কৈ শান্তনা দিলোঁ। তাৰ মাজতেই তাই সুধিলে—"মানুহৰ দেৱী হয় নেকি?" মই কলোঁ—"নহয়।" "আজাই তেনেহ'লে স্কুল-কলেজৰ ছোৱালীবোৰক কিয় দেৱী বোলে?"—"কিয় বোলে কওঁ শুনা"—



প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৩য় পুত্ৰৰ পৰিয়াল

তোমালোকৰ আতাই জীৱনৰ শেষ কালছোৱাত কেৱল কলেজৰ খৰছ উলিয়াবলৈয়ে কাঠৰ দোকান চলাই আছিল। ৰিক্সাৰে গৈ প্ৰায়ে তেওঁ অনুষ্ঠানটিৰ ঘৰ-দুৱাৰ বন্ধাৰ কাম নিজে চাইছিল। আধা বন্ধা কামবোৰ দেখি মনত শঙ্কা হৈছিল নিজৰ বয়সো পৰি আহিছে। ঘৰ সজা সামগ্ৰীৰো দাম বাঢ়িছে। বন্ধ, ধৰ্ম্মঘট আদিৰ ফলত ব্যৱসায়ত লাভৰ মুখ নেদেখা হৈছে। এনেস্থলত যদি তেওঁ কামবোৰ কৰিব নোৱাৰে এই চিন্তা কৰি তেখেতে মিস্ত্ৰিৰ লগত কাম চাবলৈ ধৰিলে।

ইটা ভিজাই ৰাখিবৰ বাবে এটা গাঁত খান্দিছিল। দমকলৰ পৰা গাঁতটোলৈ পানী বৈ যোৱাকৈ মাটিত এটা নলী খন্দা হৈছিল। ইফালে-সিফালে কাম চাই ফুৰোতে হঠাতে চকু পৰিল যে ছাত্ৰী-সকলে সেই দমকলত ভৰি ধুবলৈ লৈছে। তেতিয়া তেখেতে নলীটোৰে বৈ অহা পানীখিনিক গঙ্গাৰ দৰে পবিত্ৰ বুলি ভাবি লৈ ছাত্ৰী-সকলৰ উদ্দেশ্যে ক'লে—"আজিৰ পৰা তোমালোক মোৰ নাতিনী বা ভণ্টি নহয়—'দেৱী'—এইবুলি কৈ সেই নলীৰ পানী মূৰত ললে আশীৰ্ব্বাদ হিছাবে। তেখেতৰ বিশ্বাসৰ ফলতে হওঁক বা অন্য কাৰণতে হওক তাৰ পিছৰ পৰা তেখেতৰ ব্যৱসায়ৰ টকা ক'ৰ পৰা যে কেনেকৈ আহিল তেখেতে নিজেই গমেই পোৱা নাছিল হেনো। তেতিয়াৰ পৰা প্ৰত্যেকজনী ছাত্ৰীকে তেখেতে 'দেৱী' বুলি আখ্যা দিছিল। এই ছাত্ৰী দেৱীসকলৰ বাবে সেৱা আগবাঢ়োৱাটোৱে তেখেতৰ জীৱনৰ বীজমন্ত্ৰ হৈ পৰিছিল।

ভাগিনীজনীয়ে একান্তমনে মোৰ কথাবোৰ শুনি আছিল। যেন সাধুকথাহে শুনিছে। মন কৰি দেখিলোঁ, তাই মন্ত্ৰমুগ্ধ হোৱাৰ নিচিনা মোৰ মুখলৈ চাই আছিল।

ঘৰলৈ টি. ভি. অহাৰ পিছত সকলোৱে প্ৰথমতে কেইদিনমান তাতেই ব্যস্ত হৈ আছিলো। প্ৰথম টি. ভি. আহিবৰ দিনাখনটো সকলোকে কাজিয়া এখনেই হৈ গ'ল। ছোৱালীহঁতে সিদিনা কমৰ কোনটো

কোণত টি. ভি. থ'ব, কিমান দূৰৰ পৰা চোৱা উচিত হ'ব এইবোৰকে দেউতাকৰ লগত আলোচনা কৰি আছিল। মই গৈ কমৰ দুৱাৰ-মুখ পায়েই থমকি ৰলো, উঃ, কমৰ অৱস্থা! যিয়ে যি পাইছে কটাৰী, স্ক্ৰু-ড্ৰাইভাৰ, হাতুৰী, গঁজাল, কটাতাঁৰ ইত্যাদিৰে কমটো ভৰাই পেলাইছে। মনেৰে কমটো পৰিপাটি কৰো বুলি প্ৰস্তুত হলোঁ যদিও কামত কিন্তু ল'ৰা-ছোৱালীহঁতৰ লগত টি. ভি. চাবলৈ বহিলো। দেউতাকে ঠাট্টা কৰি কলে—"হেৰা, এনেদৰে টি. ভি.ৰ কাষত বহি থাকিলে আমি হোটেলতহে খোৱাৰ বন্দৱস্ত কৰিব লাগিব যেন পাইছো।" কিয় যে মোৰ খং উঠি গ'ল কব নোৱাৰো। "মা-দেউতাই মোক তোমা-লোকৰ ঘৰৰ ৰান্ধনি কৰি পঠিওৱা নাই নহয়। আমাৰ হ'বলা টি. ভি. চোৱাৰ ইচ্ছা হোৱা অনুচিত ?" এইবুলি কৈ উঠি গলো, আৰু দুদিনলৈ মই টি. ভি.ৰ পচৰলৈ যোৱা নাছিলোঁ। এদিন নাতিনী-য়েকহঁতে আতাৰক টি. ভি. চাবলৈ মাতিলে। তেখেতে কলে,—"তোমালোকে বুজি পোৱা নাই, টি. ভি.য়ে তোমালোকৰ পঢ়াত ব্যাঘাত জন্মাব। এইবোৰ হৈছে আমোদ-প্ৰমোদৰ, ভোগ-বিলাহৰ বস্তু। মদ, ভাং ইত্যাদিৰ দৰে ইয়ো এবিধ নিচাহে। মই এইবিলাক ভাল নাপাওঁ।" তথাপি নাতিনীয়েকহঁতে জোৰকৈ চাবলৈ ধৰাত তেখেতে কৈছিল,—"এতিয়া নাচাওঁ, আমাৰ স্কুলখন আৰু কলেজখন চৰকাৰে লোৱাৰ পিছতহে মই টি. ভি. চাম।" সঁচাকৈয়ে তেখেতে টি. ভি.ৰ কমত বহিলেও টি. ভি.ৰ পিনে মুখ কৰা নাছিল। তেখেতৰ আশা পূৰণ হোৱাৰ পিছতহে টি. ভি.ৰ বাতৰি শুনিছিল আৰু ৰামায়ণ, মহাভাৰত ইত্যাদি চিৰিয়েল চাইছিল।

এদিন দেউতাকে এটা চিতল মাছ লৈ আহিল। পুতেকে জানে যে পিতাকৰ কাঙ্কুলী মাছ আৰু চিতল মাছ বৰ প্ৰিয়। মই মাছটো বাচি-মেলি কাঁইট উলিয়াই লৈ মাছখিনিৰে কালিয়া বনালো। ঘৰৰ বাকীবোৰে বৰ সোৱাদ হোৱা বুলি কলে। ময়ো গঙ্গাটোপটো হৈ পিতাৰ পৰাও প্ৰশংসা পোৱাৰ মনেৰে তেখেতৰ কোঠালিৰ দুৱাৰমুখ পালোঁগৈ।

তাৰ পৰাই শুনিলোঁ, শাহুক কৈছে,—“ডাঙৰ মাই, মাছৰ আঞ্জাখন ৰান্ধোঁতে সময়ো গৈছে বেছি, তেল-মচলা খৰছো হৈছে বেছি। মই হলে জিকা বা অমিতা আৰু আলুৰে ৰান্ধিলেহে বেছি সোৱাদ পাওঁ।” পৰীক্ষাত ফেল ৰিজাল্ট পোৱাজনীৰ দৰে হৈ উভতি আহিলোঁ। মিতব্যয়িতাৰে খৰচ কৰা কথাটোৰ প্ৰতি তেখেতে সদায়ে আমাক সঁকিয়াইছিল।

দুৰ্বল হৈ বহি থকা দিনবোৰত পিতাই আমি কাষত থকাটো বিচাৰিছিল। এদিন মোক মাতি আনি তেখেতৰ কাষত বহিবলৈ কৈছিল। কিন্‌কিনিয়া বৰষুণ। এডাল গছৰ পিনে আঙুলিয়াই মোক কলে,—“সৌ মৰিব ধৰা গছডাল দেখিছানে? এদিন সেইডাল এটা সৰু পুলি আছিল। প্ৰকৃতিৰ যত্নত ডাঙৰ হৈ ভৰ যৌৱন পোৱা ডেকাৰ দৰে মূৰ দাঙি থিয় হ'ল। সেইডালক আশ্ৰয় কৰি বহুতো চৰাই-চিৰিকতিয়ে বাঁহ সাজিলে আৰু বাটকুৰাৰ বাবেও সেইডাল হ'ল ৰ'দ-বৰষুণৰ ছত্ৰছায়া।” কিন্তু যেতিয়া কলে—“তাৰ ডাল-পাতবোৰ সৰাই নঙঠা কৰিলে। চৰাইৰ আশ্ৰয়ৰ থলো নোহোৱা হ'ল আৰু মানুহেও জিৰণি নলয়। মানুহৰ জীৱনো তেনেকুৱাই নহয়নে মাই?” তেখেতৰ সেই অন্তৰৰ বেদনাই মোকো ব্যথিত কৰি তুলিছিল। অনতিদূৰৈত দেখিছিলোঁ: ল'ৰাটোৱে বৰষুণৰ পানীত কাগজৰ নাও সাজি উটুৱাই দিছে। আনন্দ-উজ্জল তাৰ চকুজুৰিত মই যেন দেখিবলৈ পালোঁ প্ৰতিশ্ৰুতিৰ আহ্বান আৰু ৰঙীণ ভৱিষ্যতক স্বাগত জনোৱাৰ হাঁহি।

**দেৱীৰাম হাইস্কুলৰ শিক্ষক নাৰায়ণ মহন্তক পিতাই নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল। তেখেতেও পিতাক নিজৰ পিতৃৰ দৰে শ্ৰদ্ধা কৰিছিল আৰু প্ৰায়ে ভাগৱত, ৰামায়ণ, কীৰ্ত্তন পুথি পঢ়ি শুনাইছিল। পুথি পঢ়াৰ মাজতেই পিতাই তেখেতক কোৱা শুনিছিলোঁ,—“বাপা, মোৰ অন্তিম কালত তুমি মোৰ কাষত থাকিবা, কিজানি মৰিবৰ সময়ত অজামিলৰ দৰে “নাৰায়ণ” “নাৰায়ণ” বুলি মাতিলে মোৰো মুক্তিয়ে হয়।”**

দিনক দিনে পিতাৰ দৃষ্টিশক্তি আৰু শ্ৰৱণশক্তি লোপ পাই আহিছিল। কেতিয়াবা কেতিয়াবা তেখেতৰ কথা-বতৰাই মোক সচকিত কৰি তুলিছিল। আজিকালি সকলো সময়তে তেখেতে আমাৰ সঙ্গ বিচৰা হ'ল। ওচৰত কোনো নাথাকিলে শিশুৰ দৰে খোজ কাঢ়িবলৈ ভয় কৰা হ'ল। মাত দিয়াৰ লগে লগে ওচৰলৈ নগলে অভিমান কৰি কোৱা হ'ল,—"কোনেও আজিকালি মোৰ খবৰ নলয়।" ল'ৰাটোৰদৰে সমানে সমানে মৰম বিচৰা হ'ল। ভাত, আঞ্জাৰো তাৰ নিচিনা সোৱাদ বিচৰা হ'ল। আমি টি. ভি. চাবলৈ বহিলেই তেখেতৰ বিচনাৰ কাষৰ পৰ্দাখন আঁতৰাই চাই আমি বহি থকা দেখিলে শাহুক হুলস্থূল লগাই কয়,—"মোকো নিয়া, মোক কিয় নিনিয়া? ময়ো তালৈকে যাম।" ঘৰ আৰু সমাজ উভয়তে সকলোৰে শ্ৰদ্ধাভাজন পিতাৰ এনে অৱস্থা দেখি দুখ আৰু বিস্ময়ত হতবাক হৈ পৰো। কেতিয়াবা কিছুমান গধুৰ প্ৰশ্নেৰে মন ভাৰাক্ৰান্ত হৈ উঠে। বাৰ্দ্ধক্যই জানো প্ৰত্যাৱৰ্তনৰ পথত ওভোটাই পোৱা শৈশৱ? মানুহ যি বাটেৰে আহে সেই বাটেৰেই উভতি যায়নে?

এদিন ক'ৰবাৰ পৰা আহি এখেতে বৰ ভাগৰ লগাৰ দৰে চকী এখনত বহি কলে,—"হেৰা, মূৰটো বৰকৈ বিষাইছে। একাপ ৰঙা চাহ নেমুৰ ৰস দি পেলাই আনাচোন।" লৰালৰিকৈ চাহ কাপ কৰি আনি হাতত তুলি দি কলো,—"আজি পিতাই বাথৰুমলৈ যাওঁতে পৰি দৰ্জাত লাগি মূৰটো ফাটি যথেষ্ট তেজ গৈছে। মই দৰৱ দি বান্ধি দিছো যদিও তেজ ভালকৈ বন্ধ হোৱা নাই। তেখেতে ডাক্তৰক দেখুওৱা ভাল হ'ব বুলি কলে আৰু টেলিফোনেৰে দেওৰ দুজন বাবুলা, অনিলক খবৰটো জনালে। খবৰ পাই অনিলে ডাক্তৰ লৈয়েই আহিল। পিতাই ডাক্তৰজনৰ হাতত খামোচ মাৰি ধৰি কলে,— "ডাক্তৰ বাপা, মোক মৰা ঔষধ দিব নোৱাৰানে? ঘৰখনৰ সকলোকে মই বৰ কষ্ট দিছোঁ।"

"আমি মৰা ঔষধ দিব নোৱাৰো নহয়, ভাল হোৱা ঔষধহে দিব পাৰো। আপুনি অকলে বাথৰুমলৈ কিয় যায়?"—ডাক্তৰে সুধিছিল।

"কি কৰিম বাপা, মাতি থাকিলেও মোৰ কাষত বহি থাকিবলৈ কাৰো দেখোন সময়ে নাই। বুঢ়া হলে এনে দশা হয় দে বাপা।"—পিতাৰ কথাত আক্ষেপৰ সুৰ।

সজ্ঞানে পিতাক অনাদৰ কৰা নাছিলোঁ। যিমান পাৰোঁ নিজে যত্ন-পৰিচৰ্য্যা কৰিছিলোঁ। তাৰোপৰি, অতি নিৰ্ভৰশীল ল'ৰা লঙ্কেশ্বৰ সদায় পিতাৰ কাষত আলধৰা হৈ আছিল। শাহুও ছাঁটোৰ দৰে অনাবৰতে লাগি আছিল। তথাপি সুকুণ্ডাবোৰ বৈ গৈছিল। পিতাই মনত দুখ পাইছিল। হয়তো বৃদ্ধ-শিশুৰ প্ৰয়োজন মাতৃৰ কোলা—যাক দুনাই পোৱা নাযায়।

পিতাৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে গৈ আছিল। লাহে লাহে পিন্ধি থকা কাপোৰ-কানিও সৰু ল'ৰাৰ দৰে চম্ভালি ৰাখিব নোৱাৰা হৈছিল। এদিন সঙ্কোচভাৱে ৰুমত সোমোৱা দেখি মোক কলে,—"মাই, তুমি মোক লাজ নকৰিবা। ভাইটি বুলিয়েই ভাবিবা। কেতিয়াবা তাৰ দৰে খং উঠি কিবা কলেও, তুমি মোৰ ওচৰলৈ নহাকৈ নাথাকিবা। নহলে মই অকলে অকলে কেনেকৈ থাকিম?"

সৰস্বতী পূজাৰ আগনিশাৰ কথা। ল'ৰাটোৱে আব্দাৰ ধৰি আহি ক'লে,—"মা, ডাঙৰ ডাঙৰ গেন্ধাই ফুলৰ মালা এডাল গাঁঠি দিয়ানা।" মই কলোঁ,—"ৰাতিপুৱা গাঁঠি দিম। দেৱীয়ে বাহি ফুলৰ মালা নলয় নহয়।" কিন্তু পুৱা উঠি দেখিলোঁ: গছবোৰত এটাও ফুল নাই। ৰাতিতেই আই সৰস্বতীৰ ভক্তিৰ তাড়নাত কোনোবাই লৈ গৈছে। উকা ফুলৰ গছবোৰ দেখি বৰ বেয়া লাগিল। কাম কৰা ল'ৰাটোৰ হতুৱাই কেইটামান ফুল বিচাৰি অনাই মালা এডাল গাঁঠি ল'ৰাটোক দিলো। সি গা-পা ধুই সাজি-কাচি যাবলৈ ওলাল। এনেতে পিতাই মোক মাতি নি কলে,—"মাই, আজি সৰস্বতী পূজা নহয়? বাপা আৰু তুমিও যাবা নিশ্চয়। ময়ো তোমালোকৰ লগত যাম।"

সঁচাই পিতাই গা-ধুই কাপোৰ পিন্ধি ওলাল। মনত যেন আনন্দ। গাড়ীত উঠি বহিল। ভতিজা ল'ৰা, লক্ষেশ্বৰ আৰু ড্ৰাইভাৰৰ সহায়ত স্কুল-প্ৰাঙ্গণত গাড়ীৰ পৰা নামি থৰক্-বৰক্ খোজেৰে আহি প্ৰতিমাৰ সন্মুখত বহিল অতি কষ্টেৰে। কিছু সময় চাই থাকি সেৱা কৰি, পূজাৰী-দেৱৰ পৰা নিৰ্মালি লৈ ঘৰলৈ আহিল। কিন্তু ঘৰৰ দুৱাৰমুখ পোৱাত ড্ৰাইভাৰক কলে,—"মোক আকৌ লৈ ব'ল দেৱীসকলৰ ওচৰলৈ।" পুনৰাই উপস্থিত হ'ল পূজাৰ থলীত। চাৰিওপিনে চকু ফুৰালে। কিবা কব খুজি যেন ৰৈ গৈছিল। মুখ ফুটাই নকলেও তেখেতৰ দৃষ্টিত ধৰা পৰিছিল : অন্তৰৰ অব্যক্ত বেদনা। সতৃষ্ণ নয়নেৰে চাই ৰ'ল : সমস্ত ছাত্ৰী-দেৱীসকললৈ। মহান সাধক, চিৰপূজ্য শম্ভুৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে এনেদৰে সাধনাৰ দেৱীসকলৰ পৰা অন্তিম বিদায় লৈছিল : মাঘ মাহৰ শুক্লা পঞ্চমী তিথিত। আৰু জেঠ মাহৰ অমাৱস্যা তিথিত সেই দেৱীসকলৰ অশ্ৰু নিৰ্মালিৰে ধৌত হৈ মায়াময় সংসাৰৰ পৰা আতৰি গৈছিল : এক "ৰহস্যময় অজ্ঞাত জগতলৈ"।

# ছাত্ৰীৰ মানসত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী

( ক )

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী মাথোন এটা নামেই নহয় বা এজন মহান ব্যক্তিয়েই নহয় ; তেওঁ এটা সম্পূৰ্ণ অনুষ্ঠান। আজি দহ বছৰ ধৰি তেওঁৰেই ঐকান্তিক প্ৰচেষ্টাত গঢ়ি উঠা স্ত্ৰী শিক্ষাৰ শিক্ষানুষ্ঠানত শিক্ষালাভ কৰাৰ সৌভাগ্য হৈছে। হাইস্কুলীয়া শিক্ষা আৰম্ভ কৰাৰ পৰাই তেওঁক অতি নিবিড়ভাৱে লগ পোৱাৰ সুবিধা পাইছিলোঁ। তেওঁ আমাৰ সকলোৰে মৰমৰ আতা আছিল। আমি আতাক প্ৰায়েই স্কুললৈ বা কলেজলৈ আহোতে দোকানৰ সন্মুখত ছাত্ৰীসকলক নমস্কাৰ কৰি থকা দেখিছিলোঁ। মই মাজে মাজে আতাক মাত লগাই আহো। আতাৰ মুখত সদায় এটা বাক্যই শুনিবলৈ পাইছিলোঁ - "ভনীসকল, তোমালোকৰ এই শিক্ষানুষ্ঠানটোক সদায় উন্নতিৰ পথত আগবঢ়াই নিবলৈ চেষ্টা কৰিবা, যিহেতু এই শিক্ষানুষ্ঠানটো তোমালোকৰেই।" তেওঁ প্ৰায়েই আমাৰ স্কুলৰ প্ৰাৰ্থনাৰ সময়ত আহিছিল আৰু ছাত্ৰীসকলক নিৰীক্ষণ কৰিছিল। আমি যাতে সদায় নিয়ম-কানুন মানি চলি সদায় শৃঙ্খলা বজায় ৰাখো —তাৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিছিল। নিয়মানুবৰ্তিতা বজায় ৰখাৰ ক্ষেত্ৰত তেওঁৰ ব্যক্তিত্ব সদায় মনত থাকিব। মৰমৰ মাজেৰে নিয়মানুবৰ্তিতাৰ তেওঁ আছিল এক জ্বলন্ত উদহৰণ।

স্কুলীয়া জীৱন শেষ কৰি মহাবিদ্যালয় পালোহি। তেওঁক আৰু অলপ বুজাৰ সুবিধা পালোঁ। বুজিলোঁ, মৰমৰ আতা প্ৰচাৰবিমুখ ; বুজিলো, ছাত্ৰীসকল তেওঁৰ দৃষ্টিত ছাত্ৰী নহয় দেৱীহে ; বুজিলোঁ তেওঁ মহানতাৰ এক জ্বলন্ত নিদৰ্শন। তেওঁ স্ত্ৰী শিক্ষাৰ বাবে সকলোখিনিয়ে দিছে। তেওঁ নিজেই কৈছে, তেওঁ একো দিয়া নাই বোলে,—অধ্যাপক-অধ্যাপিকাসকলেহে কৰিছে।

মোৰ আজিও মনত পৰে সেই মধুৰ দিনটোলৈ। সেইদিনা আছিল মহাবিদ্যালয় সপ্তাহৰ বন্তি প্ৰজ্বলন কৰা প্ৰথম ৰাতিপুৱা। অধ্যাপক-অধ্যাপিকাসকলৰ উপদেশ অনুসৰি আমি কেইজনীমান ছাত্ৰী মিলি আতা যে এই মন্দিৰস্বৰূপ শিক্ষানুষ্ঠানখনৰ পূজাৰী; আতাৰ আশীৰ্ব্বাদ নোলোৱাকৈ যে ছাত্ৰীসকলে কোনো কামকে কৰিব নোৱাৰে; সেই উদ্দেশ্যে এডাল পুষ্পমাল্য লৈ তেওঁৰ পৰা আশীৰ্ব্বাদ লবলৈ গৈছিলোঁ। আতাই আমাক কৈছিল— "হে মোৰ দেৱীসকল, তোমালোকৰ এই পুষ্পমাল্যৰ শ্ৰদ্ধাই হৈ ৰব মোৰ বাবে স্মৰণীয়। আচলতে মই ইয়াৰ যোগ্য নহওঁ; তোমালোক ছাত্ৰীসকলেই, অধ্যাপক-অধ্যাপিকাসকলেই ইয়াৰ যোগ্য। মহাবিদ্যালয়খনৰ প্ৰতিজনী ছাত্ৰীয়েই যাতে একো একোজনী দেৱী হোৱা; প্ৰতিজনী ছাত্ৰীয়েই যাতে মহাবিদ্যালয়খনৰ উন্নতিৰ হকে আগবাঢ়িব পাৰা সেয়ে মোৰ আশীৰ্ব্বাদ; সেয়ে মোৰ কামনা তোমালোকৰ প্ৰতি; মহাবিদ্যালয়খনৰ প্ৰতি।" হয়তো আৰু অলপ বুজিব পাৰিলোহেঁতেন আমাৰ অতি চেনেহৰ আতাক। কিন্তু দুৰ্ভাগ্যবশতঃ সেই সুবিধাখিনিলৈ আশা পাঙিব নোৱাৰিলোঁ। এই মহান ব্যক্তিজনে আমাক যোৱা ১১/৬/৯১ইং তাৰিখে কন্দুৱাই থৈ গ'ল। তেখেতৰ মহাপ্ৰয়াণৰ লগে লগে নলবাৰী জিলাৰ এজন মহান কাণ্ডাৰী আঁতৰি গ'ল। আতাৰ অনুপস্থিতিত আজি এই পূজাৰ মন্দিৰস্বৰূপ বালিকা মহাবিদ্যালয়খন অভিভাৱকহীন হৈ পৰিছে। আমি ছাত্ৰীসকলে হেৰুৱাই পেলালোঁ আমাৰ অতি চেনেহৰ, শুভাকাংক্ষী আমাৰ দেৱতাস্বৰূপ এক অনন্য ব্যক্তি—আমাৰ আতা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱক। মই ভাবো, মোৰ দৰে যিসকল ছাত্ৰী এবাৰ তেওঁৰ সান্নিধ্যত আহিছে, তেওঁলোকে এইগৰাকী পুণ্যাত্মাক কেতিয়াও পাহৰিব নোৱাৰে। আমাক তেওঁ কৰা 'দেৱী' সম্বোধন আছিল অত্যন্ত অকৃত্ৰিম আৰু নিভাঁজ। আমাৰ মৰমৰ আতাৰ এই শুৱলা মাত আকৌ শুনিবৰ বাবে আমাৰ তীব্ৰ হেঁপাহ থাকি গ'ল। সেই 'দেৱী' পৰিচিত মাতত যেন এজন অতি আপোনজনে আমাক সাহসী, উদ্দীপনাময়ী

আৰু বীৰঙ্গণা হবলৈ আহ্বান জনাইছে। মোৰ কবৰ মন গৈছে সেই গৰাকী পুণ্যাত্মাক—

"আকৌ এবাৰ শুনোৱা তোমাৰ
পৰম আমিয়া সুৰ
আমি বৈ আছো হাতে হাত ধৰি
সংকল্প আমাৰ তমসা বিদুৰ।
অনন্ত আকাশৰ বুকত অতি জ্যোতিস্মান.
সেই জ্যোতিৰে আমি হম উদ্ভাসিত
বিশ্বৰ দৰবাৰত তোমাৰ বাণীৰেই
শান্তিৰ অমৃত হ'ব উদ্ধাৰিত।"

# ছাত্ৰীৰ মানসত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী

(খ)

যাৰ মৰম পাহৰিব নোৱাৰো, যি গৰাকী মহান ব্যক্তিয়ে আজীৱন সমাজৰ উন্নতিৰ বাবে সেৱা কৰি তেখেতৰ ৮৫ বছৰীয়া নশ্বৰ দেহৰ অৱসান ঘটালে, যি গৰাকী ব্যক্তি ব্যৱসায়ী, সমাজ কৰ্মী, সাহিত্যিক আৰু দানবীৰ ৰূপে চিৰ পৰিচিত হৈ ৰ'ল সেই গৰাকী প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক আমি মৰমেৰে সম্বোধন কৰি মাতো "আতা" বুলি।

জীৱনৰ মাত্ৰ কেইটামান দিনৰ বাবে আমি আতাক লগ পাইছিলো। সেই কেইটা দিনতে আতাক পাইছিলো এজন মৰমীয়াল ব্যক্তিৰূপে। তেখেতৰ মৰমত আপ্লুত হৈ আমি ছাত্ৰীসকলে তেখেতক আতা বুলিয়েই মাতিছিলো। সৰু, ডাঙৰ, উচ্চ, নীচ সকলোৰে প্ৰতি আতাৰ মৰম আছিল অকৃত্ৰিম আৰু নিভাঁজ। শুভ্ৰ বস্ত্ৰ পৰিহিত, সুশ্ৰী, নিৰহংকাৰী, মৃদুভাষী—চৌধুৰীদেৱে লাঠিডাল হাতত লৈ যেতিয়া মহাবিদ্যালয়ৰ চৌহদত প্ৰৱেশ কৰিছিল তেতিয়া আমি অনুভৱ কৰিছিলো যেন স্বৰ্গৰ পৰা কোনোবা দেৱতা নামি আহিছে। অভিভূত হৈ পৰিছিলো দেৱীৰূপে ছাত্ৰীসকলৰ প্ৰতি কৰা ব্যৱহাৰত। আতাৰ মন-দাপোনত ছাত্ৰীসকলক আঁকি লৈছিল দেৱীৰূপে।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে স্কুলৰ প্ৰাৰ্থনাৰ সময়ত সমবেত হোৱা ছাত্ৰীবোৰক চাবলৈ সদায়েই আহিছিল। ছাত্ৰীবোৰ স্কুললৈ অহাৰ সময়ত আৰু স্কুল ছুটীৰ সময়ত তেওঁৰ দোকান ঘৰৰ সন্মুখত হাত-যোৰ কৰি ঠিয় হৈ দেৱীসকলৰ ৰূপ চাইছিল। ওচৰত থকাজনক কৈছিল—"চোৱাচোন, সৰগৰ পৰা দেৱীসকল কেনেদৰে নামি আহিব ধৰিছে।" মাজে মাজে ছাত্ৰীবোৰক লগ ধৰি স্কুলৰ পৰা কিবা অসুবিধা পাইছিল নেকি সুধিছিল আৰু অসুবিধা পালে তেওঁক

জনাব কৈছিল। আনকি স্কুল-কলেজত অনুষ্ঠিত বিভিন্ন মিটিঙত আতাই তেওঁৰ ভাষণ আৰম্ভ কৰিছিল "হে দেৱীসকল" বুলি। আতাৰ এই সম্বোধন মোৰ আজিও মনত পৰে। তেখেতৰ মনত "পিতা স্বৰ্গ কিন্তু জননী স্বৰ্গাদপি গৰিয়সী।" আশা পুহিছিল—বালিকা বিদ্যাপীঠ আৰু বালিকা মহাবিদ্যালয়ৰ পৰা যিসকল ছাত্ৰীয়ে ভৱিষ্যতে সু-সন্তানৰ মাতৃৰূপে ওলাই আহিব, তেওঁলোকেই গঢ়িব এখন সুন্দৰ সমাজ, এখন সুন্দৰ দেশ, এখন সুন্দৰ পৃথিৱী। ছাত্ৰীসকলক সদায় কৈছিল—"দেৱীসকল, ভালদৰে পঢ়া-শুনা কৰিবা। কিবা অসুবিধা পালে মোক কবা।" কলেজ প্ৰাঙ্গণ পালে ভাব হয়, আতাই যেন চৌহদত আমাক চাবলৈ, আমাক আশীৰ্ব্বাদ দিবলৈ এতিয়াও ঠিয় হৈ থাকে। তেখেতৰ "দেৱী" মাতে এতিয়াও আমাক আগবাঢ়ি যাবলৈ উদগনি যোগায়। মনত পৰে আতাৰ এষাৰি কথা—"মৃত্যুৰ পিচতো মই তোমালোকৰ লগতে থাকিব বিচাৰো।"

কলেজ আৰু বিদ্যাপীঠৰ সন্মুখেৰে লাঠিডাল হাতত লৈ আহি নিজৰ হেঁপাহৰ অনুষ্ঠান দুটি চাই চাই যোৱাৰ দৃশ্য এতিয়াও আমাৰ মনত পৰে। কলেজৰ অৱস্থা কেনেকুৱা, পঢ়া-শুনা কেনেকুৱা, শিক্ষকৰ শিক্ষা কেনেকুৱা, ছাত্ৰীৰ পঢ়াত ধাউতি কেনেকুৱা—আতাই এইবোৰ কথা ছাত্ৰীৰ পৰা, ঘৰৰ পৰা, আনকি শিক্ষক তথা বাহিৰৰ মানুহৰ পৰাও গম লৈছিল। এইখিনিতে আতালৈ আকৌ মনত পৰে। ১৯৯০-'৯১ চনত আমাৰ বালিকা মহাবিদ্যালয়ৰ বাৰ্ষিক অধিবেশন অনুষ্ঠিত হয়। সেই সময়ত আতাই বাৰ্দ্ধক্যৰ তাড়নাত কলেজলৈ আহিব পৰা নাছিল। সেইবাবে কলেজৰ পতাকা উত্তোলনৰ ঠিক পিছতেই আতাৰ মৰমৰ বান্ধোন এৰিব নোৱাৰি কেইজনীমান ছাত্ৰী বান্ধৱীক লৈ আতাৰ বাসভৱনলৈ গৈছিলো। মহাবিদ্যালয়লৈ আহিব নোৱাৰাত দুখ প্ৰকাশ কৰি আমি লৈ যোৱা পুষ্প মালাধাৰি ডিঙিত পিন্ধাই দি আমি আটায়ে সেৱা কৰিছিলো। তেতিয়া আতাই সিক্ত নয়নেৰে আমাৰ মূৰ পিহি পিহি কৈছিল—"তোমালোকে মোক সেৱা নকৰিবা,

তোমালোক দেৱী আৰু এই মালাডাল মোলৈ কিয় আনিছা, এইডাল কলেজতহে দিব লাগিছিল। মই এই মালাডালৰ যোগ্য নহয়।" আতাৰ অৱস্থা দেখি আমি বৰ দুখ পাইছিলো। বাৰ্দ্ধক্যৰ পৰা মৰমৰ আতাক মুক্ত কৰিব নোৱাৰি নিজকে অসহায় যেন-লাগিছিল।

মানুহৰ পুতৌ যেন আজীৱন সংগ্ৰামী আতাৰ বাবে সহ নায় নাছিল। সেয়ে সকলোৰে মাজত মৰমৰ বেহানি বিলাই এদিন তেওঁ যাবলৈ ওলাল। ১৯৯১ চনৰ ১১জুন তাৰিখে সকলোকে কন্দুৱাই আতাই অনন্তধামলৈ গতি কৰিলে। চিৰদিনৰ বাবে আমি বঞ্চিত হলো এনেকুৱা এগৰাকী আতাৰ মৰমৰ পৰা। তেখেতৰ মৰমৰ কলেজ চৌহদত হেজাৰ হেজাৰ লোকৰ সমাবেশ হ'ল। জ্বলি উঠিল একুৰা "পবিত্ৰ চিতাগ্নি"। তাৰ মাজৰ পৰা যেন ধ্বনিত হ'ল—

"মই জীয়াই আছো—মই জীয়াই থাকিম
পবিত্ৰ জন্মভূমিৰ প্ৰতিটো ধূলিকণাৰ বাবে।"

## ককা আৰু নাই

আমাৰ আছিল এজন ককা
কৰিছিলো আমি
দিনে-ৰাতি ধেমালি
নাছিল হকা-বাধা ।

কিন্তু হ'ব কি ?
ককা গ'ল গুছি—
অজান দেশলৈ
আজি মোৰ মনত
গভীৰ এন্ধাৰ ।

জন্ম-মৃত্যু, সুখ-দুখ
বিধিৰ নিয়ম
কাবৌ কৰিছোঁ প্ৰভু
নিদিবা দুখ
সিপুৰিত তুমি
আমাৰ ককাক—
ৰাখিবা সুখত ।



সন্মুখৰ পৰা চৌধুৰীদেৱৰ প্ৰতিষ্ঠিত বালিকা হাইস্কুল আৰু বালিকা মহাবিদ্যালয়ৰ দৃশ্য

# পুৰণি কালৰ কামৰূপৰ শিক্ষা ব্যৱস্থা

মহেন্দ্র নাৰায়ণ চৌধুৰীৰ জীৱনৰ এটি বিশেষ আকৰ্ষণীয় দিশ হৈছে তেখেতৰ স্ব-শিক্ষাৰ কাহিনী আৰু স্ত্রীশিক্ষা প্রসাৰৰ প্রতি তেখেতৰ আদৰ্শনীয় অৱিহণা। তৃতীয়মান শ্রেণীৰ পৰাই আনুষ্ঠানিক শিক্ষা সাং কৰি স্বকীয় প্রচেষ্টাৰে তেওঁ এজন বিদ্বান ব্যক্তি হিচাবে পৰিগণিত হৈ সাহিত্য সাধনাত ব্রতী হবলৈ সমৰ্থ হৈছিল। ইয়াৰ অন্তৰালত তেওঁৰ আগ্রহ, অধ্যৱসায় আৰু আন আন গুণৰাজিৰ লগতে আছিল পুৰণি কালৰে পৰা গঢ়ি উঠা কামৰূপৰ শৈক্ষিক বাতাবৰণ। শিক্ষাৰ প্রসাৰৰ বাবে তেখেতে আগবঢ়োৱা দান-বৰঙণিও আছিল পুৰণি কালৰ পৰা চলি অহা এনে প্রশংসনীয় পৰম্পৰাৰে এক উজ্জল উদাহৰণ। এই পটভূমিত তেখেতৰ জীৱনালেখ্যৰ লগতে পুৰণি কালৰ কামৰূপৰ শিক্ষা ব্যৱস্থাৰ এটি চমু আভাস এই নিবন্ধত উৎথাপন কৰিবলৈ বিচৰা হৈছে।

শিক্ষাৰ ক্ষেত্রত অ-বিভক্ত কামৰূপ জিলা অতীজৰে পৰা যে উন্নত আছিল সেইকথা অসমত সৰ্বজন বিদিত। অসমৰ শিক্ষাজগতত এই অঞ্চলে আজিও এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। এই অঞ্চলত জন্মগ্রহণ কৰা বহু ব্যক্তিয়ে শিক্ষাৰ সাধনাত ব্রতী হৈ পাণ্ডিত্য লাভ কৰাৰ উপৰিও শিক্ষাৰ প্রসাৰ আৰু উন্নতিৰ বাবে উল্লেখনীয় অৱিহণা যোগাইছে।

ইংৰাজৰ অধীনলৈ যোৱাৰ আগতেও কামৰূপত এক পুৰণি শিক্ষা ব্যৱস্থা প্রচলিত আছিল। সেই সময়ত সত্র, টোল, পাঠশালা আৰু ঠায়ে ঠায়ে মাদ্রাছাক কেন্দ্র কৰি শিক্ষাদান কৰাৰ ব্যৱস্থা আছিল। তদুপৰি ঘৰুৱাভাৱে, বিশেষকৈ ছোৱালীৰ বাবে, অনানুষ্ঠানিক শিক্ষাৰো

প্রচলন আছিল। তেতিয়াৰ শিক্ষা অৱশ্যে ঘাইকৈ ধর্মভিত্তিক আছিল আৰু নীতিশিক্ষাৰ যোগেদি আধ্যাত্মিক উৎকর্ষ সাধনৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। আজিকালিৰ দৰে মানসিক উৎকর্ষ সাধন তেতিয়াৰ দিনত গৌণ উদ্দেশ্য যেনহে আছিল। ইংৰাজ অহাৰ আগে আগে বৈ যোৱা ৰাজনৈতিক ধুমুহাৰ পিচতো পূর্বৰ প্রচলিত শিক্ষা ব্যৱস্থা বৰ্ত্তি আছিল।

পুৰণি কালৰ কামৰূপ তথা তেতিয়াৰ অসমৰ শিক্ষা ব্যৱস্থা যে ভাৰতৰ আন ঠাইৰ শিক্ষা ব্যৱস্থাৰ অনুসৰণতে গঢ়ি উঠিছিল সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। ইংৰাজৰ অধীন হোৱাৰ পিচৰ পৰাই ভাৰতীয় শিক্ষা ব্যৱস্থাত আমূল পৰিবৰ্ত্তন আৰম্ভ হয়। বৈদিক কালৰে পৰা চলি অহা প্রাচীন ভাৰতীয় শিক্ষা ব্যৱস্থাৰ পাশ্চাত্য পদ্ধতিলৈ ৰূপান্তৰ আৰম্ভ হয় ইষ্ট-ইণ্ডিয়া কোম্পানীৰ যোগেদি সোতৰশ শতিকাতেই। সেই সময়ত এই কোম্পানী যদিও ঘাইকৈ এটা বাণিজ্যিক প্রতিষ্ঠানহে আছিল, তথাপিতো তেওঁলোকে শিক্ষাৰ বাবেও কিছু কাম আৰম্ভ কৰিছিল। ইংলণ্ডত থকা কোম্পানীৰ কর্মকর্ত্তাসকলে ভাৰতীয় মানুহৰ মাজত খৃষ্টান ধর্ম প্রচাৰ কৰাটোও বিচাৰিছিল আৰু ১৬৫৯ চনত মিছনেৰীসকলক কোম্পানীৰ জাহাজত ভ্ৰমণ কৰাৰ অনুমতি দিছিল। ১৬৯৮ চনত সেই দেশৰ পার্লিয়ামেণ্টে কোম্পানীৰ চাৰ্টাৰখনৰ নবীকৰণৰ সময়ত মিছনেৰী সম্পৰ্কীয় বিখ্যাত অনুচ্ছেদটো (Missionary Clause) অন্তর্ভুক্ত কৰি দিছিল। এই চাৰ্টাৰখনে লগতে ঠায়ে ঠায়ে বিদ্যালয় স্থাপন কৰিবলৈ কোম্পানীক নির্দেশ দিছিল। ভাৰতৰ আধুনিক শিক্ষা ব্যৱস্থাৰ মূলতে আছিল ১৬৯৮ চনৰ এই 'চাৰ্টাৰ এক্ট' (The Charter Act of 1698)-ৰ সেই নির্দেশটো। এই নির্দেশ অনুসাৰে তেতিয়াৰ প্রেচিডেন্সী চহৰ তিনিখনত দান-বৰঙণিৰ সহায়ত দাতব্য বিদ্যালয় (Charity School) স্থাপন কৰা হয়। ১৭১৫ চনত প্রথমখন মাদ্রাজত, ১৭১৯ চনত বোম্বাইত আৰু তাৰ কেইবছৰমান পিচত কলিকতাত এনে বিদ্যালয় স্থাপিত হয়। এই

বিদ্যালয়বোৰ স্থাপন কৰিছিল খৃষ্টান পুৰোহিতসকলে, খৃষ্টান ল'ৰা-ছোৱালী, বিশেষকৈ ভাৰতীয় পত্নীয়ে জন্ম দিয়া ইংৰাজ সৈন্যবোৰৰ ল'ৰা-ছোৱালীৰ বাবে। ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে এই বিদ্যালয়বোৰক বহুধৰণে সহায় কৰিছিল। ১৭৬৫ চনত এটা ৰাজনৈতিক শক্তি হিচাবে পৰিগণিত হোৱাৰ পিচত কোম্পানীয়ে ভাৰতীয় জনগণৰ শিক্ষাৰ প্ৰতিও মনোযোগ দিবলৈ ধৰে। পূৰ্বৰ হিন্দু আৰু মুছলমান শাসক-সকলৰ নিচিনাকৈ কোম্পানীয়েও পাঠশালা আৰু মাদ্ৰাছা স্থাপন, পণ্ডিত আৰু মৌলবীক সন্মান আৰু অৰ্থ প্ৰদান আৰু ধৰ্মীয় শিক্ষাৰ বাবে অনুষ্ঠান গঢ়াত সাহায্য দান কৰিবলৈ ধৰিলে। কলিকতাৰ মাদ্ৰাছা আৰু বেনাৰচৰ সংস্কৃত কলেজ তাৰেই নিদৰ্শন। সংস্কৃত আৰু আৰবী ভাষাৰ মাধ্যমেদি পৰম্পৰাগত প্ৰাচ্যশিক্ষাৰ পৃষ্ঠপোষকতা কৰাটোৱে সেই সময়ত কোম্পানীৰ নীতি আছিল।

ইষ্ট-ইণ্ডিয়া কোম্পানীৰ দ্বাৰা সংস্কৃত আৰু আৰবী ভাষাত শিক্ষাৰ পৃষ্ঠপোষকতাৰ লগে লগে মিছনেৰীসকলৰ দ্বাৰা ইংৰাজী ভাষাত শিক্ষা প্ৰসাৰৰ চেষ্টাও চলি আছিল। মিছনেৰীসকলে বিদ্যালয় স্থাপন কৰা কাৰ্য্যৰ পৰাই ভাৰতত অনাচৰকাৰী ইংৰাজী শিক্ষানুষ্ঠান স্থাপনৰ সূত্ৰপাত হয়। ধৰ্মৰ ক্ষেত্ৰত নিৰপেক্ষতা অৱলম্বন কৰি কোম্পানীয়ে কিন্তু মিছনেৰীসকলক ধৰ্মবিস্তাৰ বা ধৰ্মান্তৰ কৰা কাৰ্য্যত সহায় কৰা নাছিল আৰু ভাৰতীয় লোকৰ বাবে পশ্চিমীয়া জ্ঞান দানৰ কোনো বিশেষ ব্যৱস্থা লোৱা নাছিল। আনকি, সোতৰশ শতিকাৰ শেষৰ পিনে কোম্পানীয়ে মিছনেৰীসকলৰ ধৰ্মান্তৰ কৰা চেষ্টাৰ ঘোৰ বিৰোধী হৈ তেওঁলোকৰ বিদ্যালয়বোৰক দিয়া আগৰ সহায়-সহযোগিতা বন্ধ কৰি দিছিল। মিছনেৰী আৰু তেওঁলোকৰ সমৰ্থকসকলে এই নীতিৰ বিৰুদ্ধে ইংলণ্ডত আন্দোলন কৰে আৰু তাত আগভাগ লওঁতা চাৰ্লচ গ্ৰাণ্ট পিচত ভাৰতৰ "আধুনিক শিক্ষা ব্যৱস্থাৰ জনক" হিচাবে পৰিগণিত হয়। এই আন্দোলনৰ ফলতে ১৮১৩ চনত কোম্পানীৰ চাৰ্টাৰ পুনৰ নবীকৰণৰ সময়ত ( The

Charter Act of 1813 ) ভাৰতীয় জনগণক শিক্ষাদান কোম্পানীৰ কৰ্ত্তব্যসমূহৰ অন্তৰ্ভুক্ত কৰি ভাৰতীয় সাহিত্য সঞ্জীৱিত আৰু উন্নত কৰা আৰু থলুৱা বিদ্বানীক পৃষ্ঠপোষকতা কৰাৰ লগতে বৃটিছ অধিকৃত অঞ্চলৰ অধিবাসীসকলৰ মাজত বিজ্ঞানৰ শিক্ষাদানৰ দায়িত্ব কোম্পানীক দিয়া হয়। তাৰ পিচৰ পৰাই অধিক সংখ্যক মিছনেৰী ভাৰতলৈ আহি ইংৰাজী বিদ্যালয় স্থাপন কৰাৰ ফলত বৰ্তমানৰ শিক্ষা ব্যৱস্থাই ৰূপ লব ধৰে।

ভাৰতীয় শিক্ষাৰ বুৰঞ্জীৰ এই সন্ধিক্ষণতে অসম ইংৰাজৰ অধীন হয়। ১৮২৬ চনতে গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিড স্কটে সত্ৰ, টোল আৰু পাঠশালাৰ সহায়ত চলি থকা পুৰণি শিক্ষা ব্যৱস্থাক টনকিয়াল কৰিবলৈ ১১খন বিদ্যালয় স্থাপন কৰে। সেই সময়ত বৃটিছৰ অধীন হোৱা ব্ৰহ্মপুত্ৰ উপত্যকাৰ অঞ্চলসমূহ চাৰিখন জিলাত বিভক্ত আছিল—গোৱালপাৰা, কামৰূপ, দৰং (বিশ্বনাথ সহ) আৰু নগাওঁ। স্কটে স্থাপন কৰা বিদ্যালয় কেইখনৰ বেছিভাগেই আছিল কামৰূপত। ১৮৩৪ চনত ফ্ৰান্সিচ জেন্‌কিন্সে অসমৰ কমিছনাৰ হৈ আহিয়ে বুজি পালে যে নিয়াৰিকৈ শাসন চলাবলৈ হলে থলুৱা লোকৰ সহায় লব লাগিব আৰু তেওঁলোকক বিশ্বাসী আৰু দায়িত্বপূৰ্ণ কৰি তুলিব লাগিব। চৰকাৰী দপ্তৰবোৰত অনা-অসমীয়া লোকৰ প্ৰাধান্য দেখি তাৰ ভয়ানক পৰিণতিৰ কথা চিন্তা কৰি তেওঁ সচকিত হৈ উঠিল আৰু অসমীয়া যুৱকৰ বাবে শিক্ষাৰ ব্যৱস্থা কৰাৰ চিন্তা কৰিলে। গোৱালপাৰা, গুৱাহাটী, নগাওঁ, দৰং আৰু বিশ্বনাথ—এই কেইখন সদৰ ঠাইত ইংৰাজী বিদ্যালয় খোলাৰ তেওঁ প্ৰস্তাৱ দিলে আৰু ১৮৩৫ চনত গুৱাহাটীত এখন ইংৰাজী স্কুল খোলা হ'ল। সেই সময়ৰ পৰাই অসমৰ বিভিন্ন অঞ্চলৰ গাৱঁত পাঠশালা স্থাপনৰ আৰম্ভণি হয়। ১৮৫২ চনত পাঠশালাৰ সংখ্যা আছিল ৭৯খন, তাৰে ২৬খন কামৰূপত। ১৮৭২ চনত কামৰূপৰ প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা হয় গৈ ৬৪খন আৰু শিক্ষাৰ্থীৰ সংখ্যা দুহাজাৰতো অধিক। পুৰণি

কালৰে পৰা গাৱঁৰ ৰাইজৰ সহায়ত চলিথকা পঢ়াশালিবিলাকৰ শিক্ষককো মাহে দুটকাৰ পৰা পাঁচ টকালৈ সহায়ক-অনুদান (Grant in-aid) দিয়াৰো ব্যৱস্থা কৰা হয়। তাৰ ফলত কামৰূপত পাঠশালাৰ সংখ্যা ১৪৬লৈ বৃদ্ধি পায় আৰু শিক্ষাৰ্থীৰ সংখ্যা চাৰিহাজাৰ হয়গৈ। সহায়ক-অনুদান প্ৰথাৰ দ্বাৰা ঘাইকৈ কামৰূপ জিলাহে উপকৃত হৈছিল।

পুৰণি কালৰ কামৰূপৰ শিক্ষা-ব্যৱস্থা সম্পৰ্কে পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱে তেখেতৰ "জীৱন স্মৃতি আৰু কামৰূপী সমাজ" পুথিত বিশদভাৱে উল্লেখ কৰিছে। ইংৰাজ অহাৰ আগতে কামৰূপত শিক্ষাৰ সুবিধা প্ৰদান কৰিছিল তেতিয়াৰ বামুণীয়া আৰু কাইথেলী পঢ়াশালিবোৰে। পঢ়াশালিত শিক্ষালাভ কৰি থকা ছাত্ৰক 'পঢ়াশেলীয়া' বুলি সন্মানসূচক সম্বোধন কৰা হৈছিল। পঢ়াশালিবোৰ সাধাৰণতে ডাঙৰ ডাঙৰ গাৱঁত তাৰ মানুহৰ সহায়ত বা অৱস্থাপন্ন কোনো গৃহস্থৰ আশ্ৰয়ত স্থাপিত হৈছিল। আৰ্থিকভাৱে স্বচ্ছল অধ্যাপক আৰু পণ্ডিত কাইথ (কায়স্থ)-ৰ ঘৰতো পঢ়াশালি পতা হৈছিল।

বামুণীয়া পঢ়াশালিত সংস্কৃত আৰু শাস্ত্ৰৰ শিক্ষা দিয়া হৈছিল। ইংৰাজৰ আগমনৰ পিচত এই পঢ়াশালিবোৰ বঙ্গদেশৰ প্ৰচলিত প্ৰথা অনুসাৰে চতুষ্পাঠী আৰু টোল হিচাবে নামকৰণ কৰা হ'ল। চতুষ্পাঠীৰ অৰ্থ সাহিত্য, ব্যাকৰণ, স্মৃতি আৰু ন্যায়—এই চাৰিবিধৰ অধ্যাপনা হোৱা স্থান। ইয়াৰ যি কোনো এটাৰ অধ্যাপনাৰ স্থা নৰহে নাম টোল। সেইমতে টোলবোৰক সাধাৰণতে ব্যাকৰণৰ টোল বা স্মৃতিৰ টোল হিচাবে অভিহিত কৰা হৈছিল। পুৰণি কামৰূপৰ পঢ়াশালি কিন্তু সম্পূৰ্ণ বেলেগ ধৰণৰ আছিল। কাব্য, ব্যাকৰণ, ছন্দ, অলঙ্কাৰ, জ্যোতিষ, স্মৃতি, গীতা, ভাৱগত আদি আৱশ্যকীয় সকলো ধৰণৰ শাস্ত্ৰকে পঢ়াশালিবোৰত পঢ়ুওৱা হৈছিল। ছাত্ৰসকলে অমৰকোষ আৰু ৰত্নমালা ব্যাকৰণ মুখস্থ কৰিব লাগিছিল। তেওঁলোকে অষ্টমী আৰু চতুৰ্দ্দশী তিথিত ভাগৱত পাঠ কৰিছিল।

দেৱীপক্ষত পাঠ কৰিছিল চণ্ডী আৰু মাঘৰ মাহত প্ৰাতঃস্নানৰ পিচত কৰিছিল গীতাপাঠ।

বামুণীয়া পঢ়াশালিবোৰৰ লগতে দূৰৰ পৰা অহা ছাত্ৰ 'বাহা' কৰি থাকিব পৰাকৈ 'বাহাঘৰো' আছিল। কিছুমান ছাত্ৰই নিজেও 'বাহাঘৰ' সাজি লৈছিল। 'বাহা' কৰি থকা ছাত্ৰই ঘৰৰ পৰা চাউল-পাত, তৰি-তৰকাৰী আনি গাওঁৰ পৰাই খৰি লুৰি আনি পাগ-মাৰি খাইছিল।

পঢ়াশালিৰ ঘৰ সৰা-মোচা, চোতাল সৰা, অধ্যাপকৰ বাবে পানী অনা আদি কাম পঢ়াশালিখনৰ ছাত্ৰই কৰিব লাগিছিল। পঢ়াশালিত জন্মাষ্টমী, সৰস্বতী পূজা আদি উৎসৱ পালন আৰু অতিথি-আপ্যায়ণ কামৰ দায়িত্বও ছাত্ৰসকলৰে আছিল। ছাত্ৰসকলে তেওঁলোকৰ মাজৰ পৰা এজনক 'বৰা' পাতি লৈ তেওঁৰ নিৰ্দেশমতে সকলো কাম কৰিছিল। ডেকা ছাত্ৰসকলে শাৰীৰিক পৰিশ্ৰম হোৱা কাম কৰাৰ পৰিৱৰ্তে অধ্যাপকে পাঠ দান কৰাৰ পিচত পাঠ নুবুজা ছাত্ৰসকলক পুনৰ পাঠাভ্যাস কৰাব লাগিছিল।

পঢ়াশালিৰ অধ্যাপকক পাৰিশ্ৰমিক দিয়াৰ কোনো ব্যৱস্থা নাছিল। প্ৰায় সকলোৰে ঘৰত খেতি আছিল আৰু তেওঁলোকে অধ্যাপনা কৰাৰ উপৰিও খেতি চলাবৰ বাবে যথেষ্ট শাৰীৰিক পৰিশ্ৰম কৰিব লাগিছিল। পঢ়াশালিত পঢ়োৱাটো তেওঁলোকৰ বাবে এটা পুণ্যৰ কাম যেনহে আছিল। বহুতো অধ্যাপকে তাৰ মাজতে পুথি প্ৰনয়ণ বা পুনৰলিখনত মনোনিবেশ কৰিছিল। বছৰৰ শেষত ছাত্ৰসকলে 'চৈত ফুৰা'ৰ মাজেদি ভিক্ষা কৰি সংগ্ৰহ কৰা অৰ্থখিনি অধ্যাপকক দি প্ৰণাম কৰিছিল। প্ৰাচীন যুগৰ গুৰু-দক্ষিণাৰ পৰম্পৰাত গঢ়ি উঠা এইটো এটা অতি প্ৰশংসনীয় প্ৰথা আছিল। ফাগুন আৰু চৈত মাহৰ দোমাহীৰ দিনাৰ পৰা আঠ দিন পঢ়াশলীয়াসকলে গাওঁৰ গৃহস্থৰ ঘৰে ঘৰে গৈ 'চৈতালী' গাই পৰিয়ালৰ মানুহৰ মঙ্গল কামনা কৰিছিল আৰু প্ৰতি গৃহস্থই সাধ্যানুসাৰে তেওঁলোকলৈ সম্মান

সহকাৰে ধন বা কৃষিৰ উৎপন্ন দান হিচাবে আগবঢ়াইছিল। নলবাৰী অঞ্চলৰ বহুতো ঠাইত এই প্ৰথা এই শতিকাৰ আগ ভাগলৈকে প্ৰচলিত আছিল। 'চৈত ফুৰা'ৰ পৰা সংগ্ৰহ হোৱা ধনৰ পৰিমাণ সাধাৰণতে দুই বা তিনি কুৰি টকাহে আছিল, দান হিচাবে পোৱা কৃষিৰ উৎপন্নখিনি বেচাৰ পিচতো। অধিক সংখ্যক ছাত্ৰ থকা পঢ়াশালিৰ কেইবাটাও দলে ফুৰিলে সংগ্ৰহ কৰা ধনৰ পৰিমাণ সাত-আঠ কুৰি পৰ্য্যন্ত হৈছিল। কিবা কাৰণত 'চৈত ফুৰিব' নোৱাৰিলে ছাত্ৰই দুইটকা খতিয়ন দিব লাগিছিল।

'চৈত ফুৰা'ৰ মূল উদ্দেশ্য অধ্যাপকৰ কাৰণে অৰ্থ সংগ্ৰহ হলেও এই প্ৰথাৰ এটা শৈক্ষিক দিশো আছিল, আজিকালিৰ শিক্ষামূলক ভ্ৰমণৰ দৰেই। ঘূৰি ফুৰা কালত পঢ়াশেলীয়াসকলে নিলগৰ গাওঁ-বোৰলৈকো গৈছিল ( যেনে, নলবাৰী অঞ্চলৰ পৰা বজালী অঞ্চললৈ ) আৰু ৰাতি কোনোবা এখন গাৱঁতে কটাইছিল। তাৰ ফলত তেওঁলোকে বিভিন্ন অঞ্চলৰ বাট-ঘাট, মাটি-পানী, খোৱা সামগ্ৰী আদিৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিছিল আৰু অঞ্চলবোৰত বাস কৰা মানুহৰ সামাজিক অৰ্থনৈতিক আৰু ধাৰ্মিক প্ৰথাৰ বিষয়ে অবগত হোৱাৰ সুবিধা পাইছিল। এনে ভ্ৰমণৰ কালত তেওঁলোকক গাৱঁৰ মানুহে আদৰেৰে আতিথ্য প্ৰদান কৰি খোৱা-বোৱা আৰু শোৱা-লোৱাৰ সুবিধা কৰি দিছিল। বহুতো গৃহস্থই প্ৰতি বছৰে সেই সময়ত পঢ়াশেলীয়াসকলক আপ্যায়ণ কৰিবলৈ খোৱাবস্তু তৈয়াৰ কৰি প্ৰস্তুত হৈ আছিল। একেখন গাৱঁতে বেলেগ বেলেগ পঢ়াশালিৰ দুই-তিনিদল পঢ়াশেলীয়া কেতিয়াবা একেলগে উপস্থিত হলে তেওঁলোকৰ মাজত জ্ঞানৰ আদান-প্ৰদানো সম্ভৱ হৈছিল।

কাইথেলী পঢ়াশালিত দিয়া শিক্ষা বেলেগ ধৰণৰ আছিল, বহুখিনি আজিকালিৰ প্ৰাথমিক বিদ্যালয়ত দিয়া শিক্ষাৰ ধৰণৰ। এই পঢ়াশালিবোৰৰ বিশেষত্ব আছিল 'কাইথেলী অঙ্ক'ৰ শিক্ষা। নেওঁতা, যোগ-বিয়োগ, পূৰণ-হৰণ, মাটিৰ জোখ-মাখ, মাটি-কালিৰ

হিচাব আদি গাণিতিক বিষয়সমূহ এনেবোৰ পঢ়াশালিত শিকোৱা হৈছিল। তাৰ লগত আছিল পুৰণি অসমীয়া পুথিবোৰৰ অধ্যয়ন আৰু আখৰ লিখিবলৈ শিকা। ছপাৰূপত প্ৰকাশ পোৱাৰ আগতে ব্যৱহাৰ হোৱা অসমীয়া ভাষাৰ লিপিক ডঃ সূৰ্যকুমাৰ ভূঁঞাদেৱে চাৰিটা ভাগত বিভক্ত কৰিছে— গড়গঞা, বামুণীয়া, কাইথেলী আৰু লহকৰী। "কাইথেলী আখৰ" লিখাৰ অভ্যাস আৰু সেই আখৰেৰে "ৰামায়ণ"ৰ নিচিনা মহাকাব্য লিখা কামো কাইথেলী পঢ়াশালিত চলিছিল। হাতেলিখা পুথি কামৰূপৰ কায়স্থ মানুহৰ প্ৰায় ঘৰে ঘৰে আছিল। পণ্ডিত দণ্ডিনাথ দত্তদেৱে এনে পুথি বহুতো উদ্ধাৰ কৰাৰ উপৰিও গৱেষণা কৰি 'কাইথেলী অঙ্ক'ৰ বিষয়ে কিছু তথ্য সংগ্ৰহ কৰি থৈ গৈছে।

কাইথেলী পঢ়াশালিত পঢ়িবলৈ সাধাৰণতে নিলগৰ ছাত্ৰ অহা নাছিল। সেইকাৰণে এনেবোৰ পঢ়াশালিৰ লগত 'বাহাঘৰ' থকাৰ কোনো প্ৰয়োজন নাছিল। পঢ়াশালি থকা অঞ্চলবোৰৰ ছাত্ৰসকলে নিজ নিজ ঘৰৰ পৰাই পুৱাৰ ভাগত পাঠগ্ৰহণ কৰিবলৈ গৈছিল। নিলগৰ ছাত্ৰ দুই-এজনে আত্মীয়ৰ ঘৰত থাকি পঢ়াশালিত পঢ়িছিল। পঢ়োৱাৰ বাবে পণ্ডিতে খেতিৰ উৎপন্ন আৰু আন আন খাদ্যসামগ্ৰী অভিভাৱকৰ পৰা লাভ কৰিছিল। ইংৰাজৰ আমোলত 'সহায়ক-অনুদান প্ৰথা' আৰম্ভ হোৱাৰ পাচত এই পণ্ডিতসকলে মাহে মাহে চৰকাৰৰ পৰা ধন পাবলৈ ধৰিলে। বামুণীয়া পঢ়াশালিবোৰ টোলত পৰিণত হোৱাৰ দৰেই কাইথেলী পঢ়াশালিৰ স্থান কালক্ৰমত পাঠশালাবোৰে অধিকাৰ কৰিলে।

কামৰূপৰ সত্ৰসমূহ আৰু আনকি গাৱঁৰ গোঁসাইঘৰ-বিলাকো পুৰণি কালত শিক্ষাৰ একোটা কেন্দ্ৰ আছিল। সত্ৰ আৰু গোঁসাইঘৰৰ যোগেদি হোৱা শিক্ষা প্ৰধানকৈ ধৰ্মমূলক হলেও পুথি পঢ়া আৰু হাতে লিখা পুথিৰ সংখ্যা বৃদ্ধি কৰাৰ মাজেদি শিক্ষাদান কৰা হৈছিল। গীত ৰচনা, নতুন পুথি লিখা আদিৰ দ্বাৰা সাহিত্যৰ

চৰ্চাও চলিছিল। নাম ধৰা, ঘোষা আৰু বৰগীত গোৱা, তাল-খোল বজোৱা আদিৰ অভ্যাসে সঙ্গীতৰ শিক্ষা লাভত সহায় কৰিছিল। তদুপৰি কীৰ্ত্তন ঘৰ আৰু গোঁসাইঘৰৰ বাবে কৰা চিত্ৰাঙ্কণ, কাঠৰ ওপৰত মূৰ্ত্তি কটা আৰু ৰং দিয়া আদিৰ অনুশীলন কলাশিক্ষা স্বৰূপ আছিল।

তেতিয়াৰ সমাজত ছোৱালীয়ে পঢ়াশালিলৈ গৈ শিক্ষালাভ কৰা সম্ভৱ নাছিল। বাল্য-বিবাহ প্ৰথাৰ বাবে ছোৱালীয়ে শিক্ষা গ্ৰহণৰ সময়ো তেনেদৰে নাপাইছিল। শিক্ষিত লোকৰ পৰিয়ালতহে ছোৱালীয়ে ঘৰত লিখা-পঢ়া শিকিব পাৰিছিল। আজৰি সময়ত চুবুৰীৰ এঘৰত লগ লাগি লিখা-পঢ়া জনা বয়সস্থ আত্মীয়ৰ পৰাও ছোৱালীবোৰে শিক্ষালাভ কৰিবলৈ চেষ্টা কৰিছিল। ছোৱালীৰ স্কুলীয়া শিক্ষাৰ ব্যৱস্থা আজিৰ পৰা প্ৰায় এশ বছৰমান আগতেহে আৰম্ভ হয়।

Reference :

1. A Students' History of Education in India by Syed Nurullah and J. P. Nayak
2. Political History of Assam (Volume One) Edited by H. K. Barpujari and A. C. Bhuyan
3. A History of Assam, by Sir Edward Gait.
4. Progress of Education in Assam, by Renu Devi

## "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী" সম্পৰ্কে এটি অভিমত

অসমৰ ব্যৱসায়ী আৰু উদ্যোগপতিসকলৰ মাজত দুটা বিভিন্ন শ্ৰেণীৰ মানুহ আছে বুলিলেও অত্যুক্তি কৰা নহয়। এটা শ্ৰেণীয়ে যিমানেই ধন-মান অৰ্জন নকৰক, কি উপায়ে ধন অৰ্জন কৰে তালৈ বিশেষ কেৰেপ নকৰে। আনটো শ্ৰেণী কিন্তু ধন অৰ্জনৰ পদ্ধতি সম্পৰ্কে সচেতন। তেওঁলোকে আনৰ বেহানি বিক্ৰি কৰাতকৈ নিজেই পণ্য উৎপাদন বা সংগ্ৰহ কৰাত গুৰুত্ব দিয়ে। লাভৰ আশাত দুৰ্নীতি কৰাত এওঁলোক নাই।

এই শ্ৰেণীটো যদিও ধনিক শ্ৰেণীৰ মাজত সংখ্যালঘু তথাপি এওঁলোক অধিক সমাজ-সচেতন। উদ্যোগ বা ব্যৱসায়ৰ দ্বাৰা নিজৰ প্ৰতিষ্ঠাৰ উপৰিও সমাজৰ উন্নতি সাধন এওঁলোকৰ উদ্দেশ্য। এওঁ-লোকে নিজৰ অধ্যৱসায়, উদ্যম আৰু কৰ্মক্ষমতাৰে সমাজত এটা আদৰ্শ স্থাপন কৰে। তাৰ উপৰিও সমাজৰ হিত সাধনত এওঁলোক সদায় আগৰণুৱা, সমাজৰ দুঃস্থ-দৰিদ্ৰসকলৰ প্ৰতি এওঁলোকৰ অকৃত্ৰিম সমবেদনা। দান-দক্ষিণাৰ ক্ষেত্ৰতো এওঁলোকৰ মনোভাব অহমিকাৰ নহয়, সমাজহিতৈষিতাহে।

এই কাৰণতে এই শ্ৰেণীটো সংসাৰৰ প্ৰতি উদাসীন নহলেও ব্যক্তিগত ভোগ-বিলাসত কিছুদূৰ নিস্পৃহ। কিন্তু অন্য ব্যৱসায়ীচাম ব্যক্তিগত ভোগ-বিলাস, আত্ম-প্ৰতিষ্ঠা আৰু ঐশ্বৰ্য্য প্ৰদৰ্শনৰ প্ৰতি বেছি লালায়িত। দুৰ্নীতি আৰু সমাজবিৰোধী কাৰ্য্য কলাপেৰে ধন উপাৰ্জন কৰিবলৈ এওঁলোকে কুণ্ঠাবোধ নকৰে।

স্বাভাৱিকতে সমাজে উদ্যোগী, উৎপাদনমুখী, স্ব-নিৰ্ভৰশীল অথচ সমাজহিতৈষী ব্যৱসায়ী আৰু উদ্যোগীকহে শ্ৰদ্ধা কৰে। মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ডাঙৰীয়া এই শ্ৰেণীৰ ব্যৱসায়ী আছিল। সেয়ে অসমৰ সকলো

ঠাইৰ মানুহে এখেতৰ বিষয়ে ভালদৰে জনা দৰকাৰ। আজি আমাৰ একাংশ ব্যৱসায়ীৰ হাতত ধন জমা হৈছে প্ৰচুৰ। কিন্তু অসৎ উপায়ে উপাৰ্জন কৰা বাবে আৰু ব্যক্তিগত লোভ আৰু খঁকেই তাৰ প্ৰেৰণা হোৱা বাবে সেই ধন সমাজৰ শুভকামত লগা নাই। জাতি হিচাবে অসমীয়া জাতিও তাৰ পৰা লাভবান হোৱা নাই।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱ উচ্চশিক্ষাৰ পৰা বঞ্চিত আৰু সৰুতে পিতৃহীন হৈও, শৈশৱত দাৰিদ্ৰ্যৰ লগত সংগ্ৰাম কৰিও, বুজন বয়সত এজন লেখত লবলগীয়া ব্যৱসায়ী হৈছিল। সংসাৰ, সমাজ, বিশ্বজগতৰ বিষয়ে ব্যক্তিগত শ্ৰম আৰু অভিজ্ঞতাৰ জৰিয়তে তেখেতে পৰিপক্ক জ্ঞান আহৰণ কৰিছিল। তেখেতৰ পৰহিতব্ৰতী জীৱনত কেৱল পুণ্য অৰ্জনৰ আকাংক্ষাই প্ৰেৰণা দিয়া নাছিল। সমাজৰ বাস্তৱ পৰিস্থিতিৰ উন্নয়ণেই আছিল তেখেতৰ সমাজহিতৈষিতাৰ লক্ষ্য।

এইখিনিতে এটা ব্যক্তিগত ধাৰণা ৰাইজৰ সমুখত ব্যক্ত কৰিব খুজিছোঁ। শ্ৰদ্ধাভাজন শৰৎচন্দ্ৰ গোস্বামী, হৰিনাৰায়ণ দত্তবৰুৱা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী, লোহিত চন্দ্ৰ নায়ক প্ৰভৃতি অ-বিভক্ত কামৰূপ জিলাৰ কেইগৰাকীমান উদ্যোগী লোকে অসমীয়া জাতিগঠনত বিশেষ অৰিহণা যোগাই গৈছিল। দাৰিদ্ৰ আৰু প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে সুদীৰ্ঘকাল কঠোৰ সংগ্ৰাম চলাই ব্যক্তিগত চৰিত্ৰ বলেৰে তেওঁলোকে জাতিৰ সমুখত উদ্যোগী জীৱনৰ আদৰ্শ প্ৰতিষ্ঠা কৰিছিল। তদুপৰি জাতিটোৰ উন্নতিৰ বাবে নানা দূৰদৰ্শী, গঠন-মূলক কাৰ্য্যসূচী দাঙি ধৰি তেওঁলোকে অসমীয়া জাতিৰ অগ্ৰগতিত আশাশুধীয়া বৰঙণি যোগাইছিল। এইচাম লোকৰ জীৱন-যাত্ৰা আৰু আদৰ্শৰ বৈশিষ্ট্য সম্পৰ্কে আমি আৰু গভীৰভাৱে চিন্তা কৰিবৰ সময় হ'ল। জীৱন-যাত্ৰাৰ সৰলতা, মিতব্যয়িতা, পৰিশ্ৰমৰ প্ৰতি উৎসাহ, কষ্ট সহিষ্ণুতা আৰু অপৰাজেয় সংগ্ৰামী মনোভাব আছিল এখেত-সকলৰ চৰিত্ৰৰ বৈশিষ্ট্য। নিঃসন্দেহে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱ এই ধাৰাৰে এগৰাকী সাধক আছিল।

তেখেতৰ জীৱনব্ৰতক নীৰস আৰু স্বাৰ্থপৰ ধনোপাৰ্জনেৰে সেয়ে জুখিব নোৱাৰি। দেশপ্ৰেম, জাতীয়তাবোধ আৰু এক বিশ্ববীক্ষাই তাক এক বহল দিগন্ত দান কৰিছিল। তাৰ উপৰিও ব্যৱসায় আৰু উদ্যোগৰ আপাত-নীৰস কাৰ্য্য-কলাপৰ মাজেদি তেখেতৰ হৃদয়াবেগ আৰু জীৱনবোধ ফল্গুধাৰাৰ দৰে প্ৰবাহিত হৈ আছিল।

আচৰিত নহয় যে নিজে ধনী ব্যৱসায়ী হৈও তেখেতে পুঁজিপতি শ্ৰেণীৰ অৰ্থলোভ আৰু দুৰ্নীতিক তীব্ৰভাষাত গৰিহণা দিছিল। আচৰিত নহয় যে তেখেতৰ সমাজচিন্তাত আগভাগ পাইছিল দৰিদ্ৰ কৃষিজীৱি লোকসকলে—ব্যৱসায়ী শ্ৰেণীৰ স্বাৰ্থই নহয়। ব্যৱসায় তেখেতৰ বাবে আছিল জাতি গঠনৰ আহিলা। গণতান্ত্ৰিক সাম্য আছিল তেখেতৰ জাতিয়তাবোধৰ ভিত্তি।

এনেবোৰ কাৰণতে তেখেতৰ কৰ্মপ্ৰেৰণা কেৱল ব্যৱসায়তে অথবা সমাজসেৱাতে আবদ্ধ হৈ নাথাকিল। তেখেতৰ বুদ্ধি, কল্পনা, আবেগ অনিবাৰ্য্যভাৱে সাহিত্যৰূপে আত্মপ্ৰকাশ কৰিলে। সমাজৰ বাবে উপযুক্ত আদৰ্শ দাঙি ধৰা, দেশগঠনৰ প্ৰেৰণা যোগোৱা, ত্ৰুটিপূৰ্ণ বাস্তৱৰ তীক্ষ্ণ সমালোচনাৰে সমাজক সচকিত আৰু সচেতন কৰা—এনেবোৰেই আছিল তেখেতৰ সাহিত্যচৰ্চ্চাৰ লক্ষ্য। কেৱল কল্পনা-বিলাস তাৰ প্ৰেৰণা নাছিল, বাস্তৱবোধেই তেওঁৰ কল্পনাৰ গুণ নিৰ্ণয় কৰিছিল।

চৌধুৰী ডাঙৰীয়াই ১৯৬৩-ৰ পৰা ১৯৬৮ চনৰ ভিতৰত ৰচনা কৰা এমুঠি কবিতাৰ ভিতৰত যুগমীয়া হ'ব পৰা কবিতা আছে বুলিলে অতিৰঞ্জন কৰা হ'ব। কিন্তু কবিতাবোৰত কৃত্ৰিম ভাব বা প্ৰাণহীন অলংকাৰো নাই। প্ৰতিটো কবিতাতে লেখকৰ আন্তৰিক অনুভূতি আৰু উপলব্ধি ফুটি ওলাইছে আৰু ভাষা সিমান নিমজ নহলেও একেবাৰে নিশকতীয়াও নহয়। কবিতাবোৰ নীতিকথামূলক, উপদেশ-ধৰ্মী। সংসাৰখন কেনে ছলনাময়, কেনে বিপদ-বিঘিনিৰে পৰিপূৰ্ণ, মানুহৰ আত্মা তাৰ মাজত কেনে অসহায়, সেই বিষয়ে বেছিভাগ

কবিতাতে এক বিষাদ-গম্ভীৰ অনুভৱ আছে—"নামঘোষা'ৰ বৈৰাগ্যঘন ভাব-ভাষালৈ সি সতকাই মনত পেলায়। "নামঘোষা"ৰ মৃগ-ব্যাঘ্ৰ, অটব্য জাৰণি আদিৰ উপমা আৰু ৰূপকো চৌধুৰী ডাঙৰীয়াৰ কবিতাত সুলভ। কবিতাবোৰৰ অন্যতম বৈশিষ্ট্য এয়ে যে সেইবোৰৰ মাজত কোনো ধৰণৰ আত্মম্ভৰিতা নাই। অতি অকৃত্ৰিম ব্যক্তিগত অনুভূতিয়ে তাত এক বিশ্বজনীন গাঢ়তা লাভ কৰা বুলি কব পাৰি। তাৰ মাজতে আকৌ "প্ৰিয়তমা" কবিতাত পাণ আৰু মদাৰ গছৰ মিলনৰ ৰূপকেৰে তেওঁ এক কৰুণ, গভীৰ অথচ সংযত আৰু গম্ভীৰ প্ৰেমাৰ্ঘ্য নিবেদন কৰিছে। এই কবিতাটোত যি ধৰণৰ খুটি-নাটি সন্নিবিষ্ট হৈছে, সেইবোৰত লেখকৰ কল্পনা আৰু বাস্তৱবোধৰ উপভোগ্য সমন্বয় ঘটিছে। এনে কবিতাৰ মাজত অভিনৱ অনুভূতিৰ প্ৰকাশ ঘটা নাই— কিন্তু পৰম্পৰাগত ভাবৰ চিত্তাকৰ্ষক অভিব্যক্তিয়ে পাঠকৰ মনত ৰেখাপাত কৰে।

কবিতাৰ তুলনাত গদ্যত পৰম্পৰাগত আৱেগ-অনুভূতিৰ প্ৰভাৱ কম বুলিব পাৰি। চৌধুৰী ডাঙৰীয়াৰ গদ্যসম্ভাৰত কেইটামান গল্পও আছে। এই গল্পবোৰতো নিটোল কাহিনী ৰচনা বা মৰ্মস্পৰ্শী চৰিত্ৰ চিত্ৰণৰ চেষ্টা তেওঁ কৰা নাই। বৰং জাতি তথা সমাজৰ ক্ষতিকৰ প্ৰাচীন সংস্কাৰসমূহ দূৰ কৰি প্ৰগতিশীল নতুন মনোভাব আৰু আদৰ্শ প্ৰচাৰ কৰাই তেওঁৰ প্ৰধান উদ্দেশ্য। সেয়ে গল্পবোৰৰ মাজত নানাধৰণৰ চিন্তামূলক বক্তব্য, স্বগতোক্তি, ভাষণ আদি সান-মিহলি হৈ আছে। সেইবোৰে কিন্তু গল্প কেইটাৰ আকৰ্ষণ হ্ৰাস কৰা নাই। যেনে:

"দোকানত তেতিয়া মানুহ-দুনুহ নাই, দুপৰীয়াৰ নিজমতা। মোৰ মনত পৰিল আমাৰ শৈশৱৰ কথা। দা-কুঠাৰত হাত দিলেই পিতাই হাক দিছিল। কাৰণ আমি চৌধুৰী বংশৰ মানুহ, চৌধুৰীসকলে শাৰীৰিক পৰিশ্ৰম কৰা লাজৰ কথা। এতিয়া আগৰ চৌধুৰী পদবী

নাই সঁচা, কিন্তু ভুৱা আভিজাত্য আৰু ভেম পুৰাকৈয়ে বিদ্যমান।”
(“অনুতাপ”, পৃঃ ২৬২)

*   *   *   *

“বৰ্মণ ডাঙৰীয়া, আপুনি যি ভাবিছে সি নহয়, ইহঁত অলপ পানীৰ মাছ নহয়, ইহঁতক ধৰা কষ্টসাধ্য কাম। আৰু ইহঁত এটা চক্ৰ। ইহঁত এজন-দুজন নহয়, বহুতো। তদুপৰি ইহঁত ভদ্ৰবেশী। ইহঁতক ধৰা সহজ কথা নহয়। ইহঁতক ধৰি সমাজ নিকা কৰিবলৈ হলে সমাজৰ ভেঁটিকে বদলাব লাগিব।” (“ফক্‌ফকীয়া ককাৰ বক্-বকনি,” পৃঃ ২৭১”)

কিন্তু উপদেশমূলক বা নীতিমূলক হলেও গল্পবোৰৰ কথনভংগী সাৱলীল আৰু কৃত্ৰিমতাহীন। চৰিত্ৰসমূহো বাস্তৱতাৰ স্পৰ্শ বিবৰ্জিত নহয়। “অনুতাপ”ত বয়স্ক লোকজনৰ বক্তৃতাই আধুনিক যুৱক নৃপেনৰ মত সলোৱা নাই। ফক্‌ফকীয়া ককাৰ যুক্তিসংগত কথাও কোনেও নুশুনে, কাৰণ তেওঁ গণ্য-মান্যও নহয়, শিক্ষিতও নহয়। এনেবোৰ কাৰণতে গল্পবোৰ আমনিদায়ক হোৱা নাই।

কিন্তু তেওঁৰ নিবন্ধসমূহেই চৌধুৰীদেৱৰ শ্ৰেষ্ঠ ৰচনা। তেখেতৰ সজাগ, সংগ্ৰামী আৰু পৈণত মনৰ সঁচ এইবোৰ ৰচনাত সুস্পষ্ট। স্বাধীনতাৰ পিছৰে পৰা ওপৰগধুৰ ৰাষ্ট্ৰই (কেন্দ্ৰৰে হওক বা ৰাজ্যৰে হওক) অসমৰ জনগণৰ ওপৰত নানা অৰ্থনৈতিক নীতি আৰু ৰাজনৈতিক সিদ্ধান্ত জাপি দি আহিছে। দেখাত সেইবোৰৰ উদ্দেশ্যও বেয়া নহয়। কিন্তু শেহান্তৰত সেইবোৰৰ পৰা অসমৰ ৰাইজৰ ক্ষতিয়েই বেছি হৈছে। অথচ কোনোকালেই চৰকাৰে সেইবোৰৰ বিষয়ে ৰাইজৰ প্ৰতিক্ৰিয়া বুজিবলৈ চেষ্টা কৰা নাই। ৰাইজবো বুজনসংখ্যক চাম এটাই কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি সকলো উপদ্ৰৱ নীৰৱে সহ্য কৰিছে। এইপিনৰ পৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ নিবন্ধসমূহ অতি মূল্যবান। তেখেতে কেৱল মধ্যবিত্তৰ আকাংক্ষিত শিল্পায়ণ আদিৰ প্ৰশ্নতে নহয়, শ্ৰমজীৱি

জনগণৰ বাবে গুৰুত্বপূৰ্ণ চৰকাৰৰ খাদ্যনীতি, কৃষিনীতি, বাননিয়ন্ত্ৰণ পদ্ধতি আদি বিষয়ত চিন্তাশীল আৰু বিচক্ষণভাৱে মনোনিবেশ কৰিছে।

"আমাৰ খাদ্যসংকট" নিবন্ধত (১৯৬৩ চন) তেখেতে আঙুলিয়াই দিছে যে "অসম ধানকল সংস্থা"ৰ পৰামৰ্শমতে অসম চৰকাৰে ধানৰ মূল্য কমকৈ আৰু চাউলৰ মূল্য বেছিকৈ বান্ধি দিয়াত ৰাজ্যখনত ধানখেতি কমি আহিছিল। খেতিয়কৰ স্বাৰ্থৰ প্ৰতি কাৰো মনোযোগ নাছিল। আনকি এপেক্স্ মাৰ্কেটিং সমবায় সমিতিয়ে ধান সংগ্ৰহৰ ভাৰ লোৱা স্বত্তেও ধানকলৰ মালিকৰ প্ৰতিপত্তি আৰু খেতিয়কৰ দুৰ্দ্দশাৰ কোনো পৰিবৰ্ত্তন হোৱা নাছিল (পৃঃ ৪৬-৪৭)। খেতিয়কে য'ত মোণে ১৩/১৪ টকা মূল্যত ধান উৎপাদন কৰে, সেই সময়ত চৰকাৰে বান্ধি দিয়া ধানৰ মূল্য মোণে মাত্ৰ ১ টকা ৬ অনা (পৃঃ ৪৭-৪৮)।

এইবিষয়ে অন্তৰপৰশা ভাষাৰে চৌধুৰী ডাঙৰীয়াই লিখিছে:

"হেজাৰ দুখ হলেও কাম কৰি মজুৰী পালেহে মানুহৰ মনত উৎসাহ জন্মে ; কিন্তু বুকুৰ তেজ পানী কৰি মূৰৰ ঘাম ভৰিত পেলাই জোক, মহ, ডাঁহ, চৰপাৰ কামোৰ খাই, ৰ'দত পুৰি, বৰষুণত তিতি উৎপাদন কৰা ধানমুঠি বাধ্য হৈ লোকচান কৰি বিক্ৰি কৰিবলগীয়া হোৱা কাৰণে কৃষকসকলৰ মন বিষাদিত হৈ উদ্যমহীন কৰি পেলাইছে (পৃঃ ৪৮)।

আনহাতে চৰকাৰৰ ভ্ৰান্ত নীতিয়ে চোৰাং কাৰবাৰ (পৃঃ ৬৫-৬৬), পুঁজিপতি শ্ৰেণীৰ ধন বৃদ্ধি (পৃঃ ৫৬-৫৭) আদিৰ পৰিণাম ঘটাইছে। তেনেকৈ মঠাউৰি সাজি বাননিয়ন্ত্ৰণ কৰিবলৈ যোৱাত কৃষকসমাজ তথা প্ৰাচীন কৃষিব্যৱস্থাৰ মাৰাত্মক ক্ষতি হৈছে (পৃঃ ১৬৩-১৬৫)। চৰকাৰৰ "সমাজবাদে"ও চৌধুৰীৰ মতে দুখীয়া ৰাইজৰ ওপৰত মাধমাৰ হানি ধনিক শ্ৰেণীৰহে সৌভাগ্য বৃদ্ধি কৰিছে (পৃঃ ১৯৫)।

কিন্তু কেৱল চৰকাৰী নীতিৰ ভুল-ভ্ৰান্তিকে তেওঁ ৰাইজৰ দুৰ্দ্দশাৰ কাৰণ বুলি কোৱা নাই। অসমীয়া মানুহৰ জাতীয় চৈতন্য আৰু

গঠনমূলক কৰ্মপ্ৰেৰণাৰ অভাৱকো তেওঁ জগৰীয়া কৰিছে। অৱশ্যে এই ক্ষেত্ৰত তেওঁৰ মনোভাব কেৱল ৰূঢ় সমালোচকৰ নহয়। গভীৰ উদ্বেগ, খেদ আৰু দুখে তেওঁৰ এনে সমালোচনাক দেশপ্ৰেমৰ লক্ষণ বুলি চিনাক্ত কৰিছে। এনে দেশাত্মবোধৰ এক মনোৰম নিদৰ্শন "দুৱাৰ বন্ধ" : অসমীয়াৰ শ্ৰমবিমুখ অলস, উদ্যমহীন চৰিত্ৰ ৰূপকৰ আকাৰত বিতোপনভাৱে ইয়াত প্ৰকাশ কৰা হৈছে। "স্বাৱলম্বন", "সঞ্জীৱনী মন্ত্ৰ : থলুৱালোকৰ কাৰণে", "নতুন পুৰুষৰ ভৱিষ্যত", "সোণলৈ মুকলি চিঠি—দেউতাকৰ" প্ৰভৃতি বহু ৰচনাত জীৱনৰ অভিজ্ঞতাৰ কষটি শিলত ঘঁহাই লোৱা কথা কিছুমান তেওঁ আবেগময় ভাষাত অসমীয়া ৰাইজক উদ্দেশ্য কৰি নিবেদন কৰিছে। কথাবোৰ হৈছে স্বাৱলম্বিতা আৰু কায়িক শ্ৰমৰ প্ৰয়োজন তথা মূল্য। বিশেষকৈ ঔপনিবেশিক শিক্ষানীতিৰ ফলত শ্ৰমবিমুখ হৈ পৰা শিক্ষিত যুৱকচামে যে দেশৰ উন্নতিত বৰঙণি যোগাব নোৱাৰে, তেওঁ দঢ়াই-দঢ়াই কৈছে। বিশেষকৈ শিক্ষাই যেতিয়া দেশৰ উন্নয়নত বৰঙণি দিব নোৱাৰে, তেতিয়া তাৰ সাৰ্থকতা নাই বুলি তেওঁ স্পষ্ট মন্তব্য কৰিছে।

এটা উদ্ধৃতি দিয়া যাওক :

"আজিৰ ভাৰতৰ লোকসংখ্যা প্ৰায় ৫৫কোটি ; ইয়াৰ এক-তৃতীয়াংশ অৰ্দ্ধাহাৰী, অৰ্দ্ধনগ্ন আৰু আন এক বিৰাট সংখ্যক অনাহাৰীপ্ৰায়। সৰহভাগ ভাৰতীয় লোকৰ জীৱনৰ মানদণ্ড দুখলগা ধৰণে শোচনীয়। এওঁলোকৰ জীৱনৰ কথা ভাবিলে দুখ লাগে। "তহঁত শিক্ষিতসকলৰ শিক্ষাৰ সাৰ্থকতা হ'ব তেতিয়াহে, যেতিয়া এই অগণন দৰিদ্ৰ ভাৰতীয়ৰ দাৰিদ্ৰ্যৰ ভাগ লৈ উপশম কৰিবলৈ আৰু দাৰিদ্ৰ্য বিলোপ কৰিবলৈ সমৰ্থ হবি। এনে কাৰ্য্য সম্ভৱপৰ হ'ব তহঁতৰ পবিত্ৰ শ্ৰমৰ দ্বাৰাহে। (পৃঃ ১০৭, "সোণলৈ মুকলি চিঠি—দেউতাকৰ")

আচলতে তেখেতে উপকৰা ধৰণৰ সংস্কাৰ বিচৰা নাছিল—বিচাৰিছিল মূল্যবোধৰ সংস্কাৰ, বিচাৰিছিল এক নতুন সভ্যতা। তেখেতে কৈছিল :

"আমাৰ দেশত মানুহৰ অভাৱ নাই, অভাৱ শ্ৰম কৰিবলৈ লাজ নকৰা প্ৰকৃত মানৱীয়বোধ আৰু নাগৰিক দায়িত্বসম্পন্ন লোকৰ।"

* * * *

"আচলতে ভাৰতত প্ৰকৃত কৃষক আৰু শ্ৰমিকক এতিয়াও যথাৰ্থ সন্মান দিয়া হোৱা নাই, কেৱল পুতৌ কৰাহে হৈছে।"

(পৃঃ ১১৪, ১১৫, "সোণলৈ মুকলি চিঠি—দেউতাকৰ")

অসমৰ ৰাজ্যভাষা আন্দোলনৰ পটভূমিত তেওঁ যিবোৰ ৰচনা লিখিছিল, সেইবোৰৰ মূল্য সম্প্ৰতি কিছু হ্ৰাস পাইছে। কাৰণ অসমত অসমীয়া ভাষাটো ৰাজ্যভাষাৰূপে স্বীকৃত হৈছে, বঙালীসকলৰ সম্প্ৰসাৰণবাদী মনোভাবো কিছু শাম কাটিছে। চৌধুৰীদেৱে অসমীয়া উগ্ৰ জাতীয়তাবাদৰ আপচু আৰু অমংগলীয়া দিশটো লক্ষ্যও কৰা নাছিল। কিন্তু আঞ্চলিকতাকে তেওঁ মকৰধ্বজ বুলি ভবা নাছিল, মানৱতাবাদী আদৰ্শৰ বিৰোধিতা কৰা নাছিল। তেওঁৰ জাতীয়তাবাদ অন্ধ, সংকীৰ্ণমনা, অমানুষিক নাছিল।

আনকি বহিৰাগতৰ প্ৰৱল প্ৰব্ৰজনৰো এটা যুক্তিসংগত কাৰণ তেওঁ তাহানিখনতে আঙুলিয়াই দিছিল ঃ

"আমি অলপ গমি চালেই দেখিবলৈ পাওঁ যে থলুৱা, শিক্ষিত, অশিক্ষিত বা অৰ্দ্ধ-শিক্ষিতৰ মাজত অসংখ্য নিবনুৱা আছে ; কিন্তু বহিৰাগতসকলৰ মাজত এজনো নাই। নতুনকৈ অহা বহিৰাগতসকলেও কিবা নহয় কিবা এটা কৰ্মসংস্থান কৰি লব ধৰিছে।.... পাকিস্থানী লোকসকলক অসমৰ পৰা বাজ কৰি উলিয়াই দি থকা স্বত্তেও তেওঁলোক আকৌ অসমলৈ ঘূৰি ঘূৰি আহি থকাত ৰাজনৈতিক ষড়যন্ত্ৰ আছে বুলি ভবা হয় সঁচা, কিন্তু ইয়াৰ মূলত অৰ্থ নৈতিক কাৰণো নথকা নহয়। আমি, থলুৱা অসমীয়াসকলে অসমৰ মাটিৰ মোল বুজা নাই, কিন্তু পাকিস্থানীকে আদি কৰি বহিৰাগতসকলে সোণ-প্ৰসবিনী অসমৰ মাটিৰ লোভ সামৰিব নোৱাৰি নানা লাঞ্ছনা ভুগিও অসমত প্ৰৱেশ কৰিবলৈ এৰা নাই।"

 (পৃঃ ১০, "নতুন-পুৰুষৰ ভৱিষ্যৎ")

বিলাসিতাৰ প্ৰতি ঘৃণা আৰু সৰল জীৱন-যাত্ৰাৰ প্ৰতি অনুৰাগৰ বাবেই আমি সিদ্ধান্ত কৰা অনুচিত যে তেখেত বিজ্ঞান আৰু প্ৰগতিৰ বিৰোধী আছিল। কৃষিৰ ক্ষেত্ৰত তেওঁ স্পষ্টকৈ উন্নত প্ৰযুক্তিবিদ্যা (পৃঃ ৯৫), উন্নত সঁচ, সাৰ আদিৰ ব্যৱহাৰ ( পৃঃ ১১৯ ) আদি কৌশলৰ পোষকতা কৰিছে।

নৈতিকতা আৰু চৰিত্ৰবলৰ ওপৰত তেখেতে যি গুৰুত্ব দিছে তাৰ মূলমন্ত্ৰ হৈছে আত্মবলত বলীয়ান হৈ একান্তমনে নিজৰ আৰু দহৰ উন্নতিৰ লক্ষ্য সমুখত ৰাখি পৰিশ্ৰম কৰা। উদ্দেশ্যহীনভাৱে নৈতিকতাৰ চৰ্চা কৰাটো তেখেতৰ মনঃপুত নাছিল।

তেখেতৰ দেশপ্ৰেমৰ এক প্ৰধান অংগ আছিল স্থানীয় সমাজৰ হিতসাধন। তেখেতে কিমানবোৰ ৰাজহুৱা অনুষ্ঠানৰ গুৰি ধৰিছিল, কিমানবোৰলৈ দান দিছিল, কিমানবোৰক উৎসাহ দিছিল তাৰ প্ৰমাণ ৰচনাৱলীতে আছে। এনে এক বিশেষত্বপূৰ্ণ (Concrete) দেশপ্ৰেম থকা বাবেই তেখেতৰ আদৰ্শই বিমূৰ্ত্ত, হিংস্ৰ, অন্ধৰূপ লব পৰা নাছিল। তদুপৰি এই দেশপ্ৰেম গণতান্ত্ৰিক আৰু জনগণৰ লগত জড়িত আদৰ্শ হৈ আছিল। সম্প্ৰতি দেশপ্ৰেমৰ নামত বিমূৰ্ত্ত তথা বৃহৎ পুঁজিৰ অনুকূল আদৰ্শহে প্ৰচাৰ হয়। চৌধুৰীদেৱৰ আৰ্হিয়ে তাৰ মায়াজাল ছেদ কৰিব।

সম্ভ্ৰান্ত সামন্ত বংশত জন্মগ্ৰহণ কৰিও চৌধুৰী ডাঙৰীয়াই সামন্তবাদ, উচ্চ-নীচৰ ভেদভাব মনৰ পৰা দূৰ কৰিব পাৰিছিল, কায়িক শ্ৰমৰ মৰ্যদা উপলব্ধি কৰি কাৰ্য্যক্ষেত্ৰত তাক প্ৰতিফলিত কৰিছিল। আধ্যাত্মিক জীৱনবোধৰ লগত তেখেতে দেশপ্ৰেম, প্ৰগতিশীলতা, বিজ্ঞানৰ প্ৰতি আদৰৰ সমন্বয় ঘটাব পাৰিছিল। তেখেতৰ সাহিত্যও মানুহজনৰ দৰে খাটি, নিভাঁজ। তাৰ মূল্য বুজিব পাৰিলে আমাৰ যুৱকসকল নিজেই লাভবান হ'ব। জাতিৰো উন্নতি সম্ভৱ হ'ব—ধ্বংস আৰু বিদ্বেষৰ মাজেৰে নহয়, গঠন আৰু সৃষ্টিৰ মাজেৰে।

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ লেখাত সামাজিক চেতনা

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ প্ৰধান পৰিচয় সমাজৰ এজন মিছনেৰিৰূপে। যিখন সমাজত তেওঁ বাস কৰিছিল সেইখন সমাজৰ সমৃদ্ধিৰ বাবে তেওঁ এটা উৎসৰ্গীকৃত জীৱন যাপন কৰিছিল। সৰ্বসাধাৰণৰ কল্যাণৰ হকে, সামাজিক ন্যায় প্ৰতিষ্ঠাৰ হকে, মানুহৰ মনৰ উৎকৰ্ষ সাধন কৰি নতুন সমাজ গঢ়াৰ কাৰণে তেওঁ যি ত্যাগ স্বীকাৰ কৰিছিল তাৰ দৃষ্টান্ত আমাৰ সমাজত সৰহ নহয়। কিন্তু সেইটোৱেই মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ একমাত্ৰ পৰিচয় নহয়। সামাজিক চিন্তা আৰু অভিজ্ঞতাক আনৰ মাজলৈ বিস্তাৰিত কৰিবলৈ বিচৰাৰ পৰিণতি-স্বৰূপে তেওঁৰ কাপৰ পৰা যিখিনি লেখা ওলাইছিল সেইখিনিয়ে তেওঁক এগৰাকী সাহিত্য-শিল্পীৰূপেও প্ৰতিষ্ঠা কৰিছে। সঁচা কথা, শিল্প-কলাৰ সৌন্দৰ্যবোধৰ ধাৰণা আয়ত্ত কৰি লৈ তেওঁ সাহিত্য-চৰ্চা কৰা নাছিল। সাহিত্যৰ সৌন্দৰ্য তথা কলা-কুশলতাৰ প্ৰতি তেওঁ সিমান সজাগ নাছিল যিমান আছিল সমাজৰ কল্যাণ আৰু জাতীয় জীৱনৰ উন্নতিৰ প্ৰতি। আচলতে, সামাজিক দায়বদ্ধতাৰ প্ৰেৰণাই তেওঁক সাহিত্যৰ অধ্যয়ন আৰু অনুশীলনীৰ প্ৰতি উৎসাহী কৰি তুলিছিল। সামূহিক জীৱনৰ সুন্দৰতা তেওঁৰ জীৱন-প্ৰবাহৰ লগত মিলাই লৈছিল আৰু একমাত্ৰ সামাজিক সমস্যাসমূহৰ সমাধানৰ তাগিদাতেই তেওঁ আদহীয়া বয়সত সাহিত্য-কৰ্মত হাত দিছিল। কিন্তু সেইবুলি বাস্তৱ অভিজ্ঞতাৰ আধাৰত নিজস্ব যুক্তি আৰু আদৰ্শ প্ৰতিষ্ঠাৰ আগ্ৰহে তেওঁৰ ৰচনাৰাজিক নীৰস ; উপদেশমূলক বক্তৃতালৈ ৰূপান্তৰিত কৰা নাই। ভাবৰ শৃংখলা আৰু পৰিপক্কতাই, প্ৰকাশভংগীৰ সৰলতা আৰু স্পষ্টতাই কেইবাখনো ৰচনাক সুখপাঠ্য শিল্পকৰ্মৰ মৰ্যদা দান কৰিছে।

হাইস্কুলৰ আৰম্ভণিতে আনুষ্ঠানিক শিক্ষাৰ অন্ত পেলাই মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে কৰ্মজীৱন আৰম্ভ কৰিছিল। জীৱিকাৰ তাড়নাই তেওঁক ব্যৱসায়ৰ পিনে ঠেলি দিছিল। মূলধন আছিল সততা আৰু কঠোৰ পৰিশ্ৰম। এই দুই সম্পদতে খামুচি ধৰি থাকি তেওঁ ক্ৰমে ক্ৰমে ব্যৱসায়ৰ ক্ষেত্ৰ বহলাই গৈছিল। কিন্তু সৰহভাগ অসমীয়া ব্যৱসায়ীৰ বিপৰীতে, মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ব্যৱসায়ৰ পৰিধি যিমানে বাঢ়িছিল সিমানে বহল হৈছিল তেওঁৰ হৃদয়ৰ আয়তনো। তেওঁৰ প্ৰকৃতিয়েই আছিল সংস্কৃতিবান মানুহৰ প্ৰকৃতি। নিৰভিমানী, অমায়িক, সুশীল আৰু মিতব্যয়ী এই লোকজন সেইকাৰণে সমাজৰ সৰু-বৰ সকলোৰে আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰিছিল। আন বহুতৰ দৰে একেনিশাই ঐশ্বৰ্যশালী হোৱাৰ অভিলাষ তেওঁৰ নাছিল। প্ৰচুৰ ধন সংগ্ৰহৰ জৰিয়তে আড়ম্বৰপূৰ্ণ, আৰামী, বিলাসী জীৱন-যাপন কৰাৰ পক্ষপাতীও তেওঁ নাছিল। ইচ্ছা কৰা হলে ভোগ-বিলাসৰ প্ৰাচুৰ্যৰ মাজেদি তেওঁ দিন নিয়াব পাৰিলেহেঁতেন, কিন্তু ব্যক্তিগত জীৱনৰ সুখ-সমৃদ্ধিৰ পৰিবৰ্তে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অধিক গুৰুত্ব দিলে সামূহিক জীৱনৰ উন্নতি আৰু স্বচ্ছন্দতাৰ ওপৰত। পাৰিবাৰিক জীৱনৰ ঠেক পৰিবেষ্টনৰ মাজৰ পৰা তেওঁৰ সমাজমুখী মনটোৱে ততালিকে ঢাপলি মেলিলে জনসাধাৰণৰ ওচৰলৈ, অভাৱ-অনাটনৰ বোকাত পোত্ গৈ থকা সৰহায়া চামৰ মাজলৈ। দুখ-দৈন্যৰে ভৰা পংকিলময় সমাজখনত তেওঁ অকলে সমৃদ্ধিশালী আৰু সৌন্দৰ্যশালী হোৱাৰ সাৰ্থকতাই বা ক'ত! উৎপাদন নকৰাকৈ যিদৰে ভোগ কৰাৰ অধিকাৰ নাই, উৎপাদিত সামগ্ৰীকো সেইদৰে মাথোন নিজৰ ভিতৰতে আৱদ্ধ কৰি ৰখাৰ অধিকাৰ নাই। তেওঁৰ ধন-সম্পদে তেওঁৰ চৌহদৰ শোভা বৰ্ধন কৰিলেই নহ'ব ; তেওঁৰ চৌপাশে থকা দুৰ্দশাগ্ৰস্ত সমাজখনৰ উদ্ধাৰতো সহায় কৰিব লাগিব। এয়াই আছিল মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ আদৰ্শ আৰু তেওঁৰ এই আদৰ্শৰ বাস্তৱ ৰূপ আমি প্ৰত্যক্ষ কৰিছোঁ নলবাৰী চহৰৰ দেহত প্ৰাণ সঞ্চাৰ কৰা অনুষ্ঠানসমূহৰ জৰিয়তে

—"মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ", "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়", "ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী ভৱন" প্ৰমুখ্যে শিক্ষা-সংস্কৃতিমূলক ভালেমান প্ৰতিষ্ঠানৰ জৰিয়তে।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ব্যৱসায়িক জীৱনৰ কৃতকাৰ্যতা তেওঁৰ বিৰামহীন উদ্যমৰ ফল। উদাৰতা আৰু বদান্যতা আছিল তেওঁৰ চৰিত্ৰৰ ভূষণ। দুৰ্নীতিৰ পৰা বহু আতৰত থাকি আৰু অবাবত এপইচাও ব্যয় নকৰি তিল্ তিল্‌কৈ সংগ্ৰহ কৰা তেওঁৰ অৰ্থ-সম্পদে সমাজৰ হেজাৰজনৰ মুখত হাঁহি বিৰিঙাইছিল। সেয়াই হ'ল—তেওঁৰ জীৱনৰ 'চৰম আনন্দ'। সততা আছিল তেওঁৰ মানসিক বল আৰু দৃঢ়তাৰ প্ৰধান উৎস। ইয়েই তেওঁক অন্যায়-অবিচাৰৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ সাহস দিলে। ইয়াৰ লগত সংযুক্ত হৈছিল প্ৰখৰ সমাজ-চেতনা। ইয়েই তেওঁক উদগণি দিলে মুকলিমূৰীয়াকৈ ৰাজহুৱাভাৱে সমাজৰ জ্বলন্ত সমস্যাসমূহৰ কাৰণ আৰু প্ৰতিকাৰ সম্পৰ্কে মাত মাতিবলৈ।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সামাজিক দায়বদ্ধতাৰ পৰিচয় তেওঁৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা অনুষ্ঠান-প্ৰতিষ্ঠানসমূহতেই নহয়, তেওঁৰ সাহিত্যকৰ্মখিনিতো অতি স্পষ্ট হৈ আছে। চৌধুৰীয়ে নিৰবচ্ছিন্ন-ভাৱে সাহিত্য-চৰ্চা কৰা নাছিল। ব্যৱসায়িক জীৱনৰ ব্যস্ততাই তেওঁক সেই সুবিধা নিদিলে। কিন্তু সেই ব্যস্ততাৰ মাজতো যে তেওঁ যথেষ্ট মনোযোগেৰে পঢ়া-শুনা কৰিছিল, সমাজৰ আটাইবোৰ দিশলৈ চকু দিছিল, ভাষা-সাহিত্য, শিক্ষা-সংস্কৃতিৰ উপৰিও ভালেমান গুৰুত্বপূৰ্ণ স্থানীয় আৰু ৰাষ্ট্ৰীয় সমস্যাৰ বিষয়ে চিন্তা-চৰ্চা কৰিছিল তাৰ প্ৰমাণ তেওঁৰ ৰচনাসমূহত ফট্‌ফটীয়া হৈ আছে। তেওঁৰ প্ৰবন্ধ, নিবন্ধ, পদ্যকে ধৰি আটাইখিনি ৰচনাৰ কেন্দ্ৰীয় ভাব দুটা—উদাৰ মানৱতাবোধ আৰু জাতীয় জীৱনৰ উন্নতি। সঁচা কথা কবলৈ হলে, তেওঁৰ তেজৰ লগত মিহলি হৈ থকা এই দুটা ভাবে প্ৰকাশৰ পথ বিচাৰি উখল-মাখল লগাইছিল আৰু তাৰ পৰিণতি হিচাপেই সৃষ্টি হৈছিল ঃ এগৰাকী

চিন্তাশীল সাহিত্যিকৰ। মানুহক 'মানুহ ৰূপে' প্ৰতিষ্ঠা কৰাৰ, প্ৰতিজন মানুহকে সমান মৰ্যদা দান কৰাৰ, কৃষক-শ্ৰমিকক শোষণ আৰু নিষ্পেষণৰ পৰা উদ্ধাৰ কৰাৰ চিন্তা আৰু পৰিকল্পনা তেওঁৰ প্ৰতিখন ৰচনাৰ লগত প্ৰত্যক্ষ অথবা পৰোক্ষভাৱে জড়িত হৈ আছে। অসমৰ ৰাজ্যভাষা আন্দোলনক কেন্দ্ৰ কৰি লিখা 'বোবাৰ মৰ্মবেদনা' নামৰ ৰচনাখনত তেওঁ সমসাময়িক সমস্যা এটিৰ অতি সূক্ষ্মভাবে বিচাৰ-বিশ্লেষণ কৰিছে। এই সম্পৰ্কত অসমীয়া মানুহৰ বেদনাৰ মৰ্ম তেওঁ গভীৰ-ভাৱে উপলব্ধি কৰিছে। অসমত অসমীয়া ভাষাক "ৰাজ্যিক ভাষা" ৰূপে গ্ৰহণ কৰাৰ ন্যায্যতা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। অস্বীকাৰ কৰা মানেই অবান্তৰ কথাৰ অৱতাৰণা কৰি দেশৰ শান্তি, সংহতি বিনষ্ট কৰিবলৈ চেষ্টা কৰা। এয়াই চৌধুৰীৰ মত। কিন্তু মন কৰিবলগীয়া কথা—"অসম" আৰু "অসমীয়া ভাষাৰ" স্বাৰ্থৰক্ষাৰ কাৰণে চৌধুৰীয়ে কোনো ক্ষেত্ৰতেই তুচ্ছতা, সংকীৰ্ণতা আৰু অন্ধ জাতীয়তাৰ পৰিচয় দিয়া নাই। আৱেগৰ সোঁতত উটি গৈ মানৱতাৰ মূল নীতিৰ পৰা এডাল চুলিৰ সমানো তেওঁ বিচ্যুত হোৱা নাই। মাথোন "অসমীয়া ভাষা"ৰ উন্নতিৰ কথাই যে তেওঁ চিন্তা কৰিছে, সেইটো নহয়। মানুহৰ প্ৰতি দৰদে তেওঁক সকলো ভাষা-ভাষীৰ লোকক সমান মৰ্যদাৰে চাবলৈ প্ৰেৰণা দিছে। সেইকাৰণেই ভাৰতৰ সৰু-বৰ সকলো ভাষাৰ সুস্থ বিকাশৰ ওপৰত তেওঁ গুৰুত্ব দিছে। তেওঁৰ বিশ্বাস, সকলো ভাষাৰ উন্নতিৰ প্ৰতি সহানুভূতিশীল হলেহে, প্ৰতিটো ভাষা-গোষ্ঠীৰ লোকক সমান শ্ৰদ্ধাৰ চকুৰে চালেহে, সৰু সৰু ভাষাবোৰৰ উদ্ধাৰ আৰু সমৃদ্ধিত সহায় কৰিলেহে দেশখনৰ প্ৰতি প্ৰকৃত সন্মান প্ৰদৰ্শন কৰা হ'ব। থলুৱা অথবা আঞ্চলিক সমস্যাৰ প্ৰসংগতো চৌধুৰীয়ে ৰাষ্ট্ৰীয় ঐক্য আৰু সংহতিৰ কথা কবলৈ পাহৰা নাছিল। দেশৰ ঐক্য আৰু সংহতিৰ খাতিৰতেই তেওঁ হিন্দী ভাষাক "ৰাষ্ট্ৰভাষা" কৰাৰ সপক্ষেও সবল যুক্তি আগবঢ়াইছে। হিন্দী ভাষাই যে সকলো সম্প্ৰদায় আৰু ভাষা-ভাষীৰ সমৰ্থন কম-বেছি

পৰিমাণে আদায় কৰিব পাৰিব, সেই কথা তেওঁ বিশ্বাসযোগ্যভাৱে বিশ্লেষণ কৰি দেখুৱাইছে। সংকীৰ্ণ আঞ্চলিকতাবাদৰ তেওঁ মুঠেও পোষকতা কৰা নাই। "আমাৰ ৰাষ্ট্ৰীয় সংহতি" শীৰ্ষক ৰচনাখনত তেওঁ আঞ্চলিকতাবাদী আন্দোলনক এচাম ক্ষমতালোভী নেতাৰ জনসাধাৰণক বিভ্ৰান্ত কৰাৰ আৰু ক্ষমতা দখল কৰাৰ ৰাজনীতি বুলি বিবেচনা কৰিছে। অন্তঃসাৰশূন্য, শ্লোগানধৰ্মী আনুষ্ঠানিকতাৰো তেওঁ স্বৰূপ উদঙাই দেখুৱাইছে। "আমাৰ খাদ্য আৰু বৈদেশিক মুদ্ৰা সংকট", "জয় জোৱান জয় কিষাণ" আদি প্ৰবন্ধৰ নাম এই প্ৰসংগত উল্লেখ কৰিব পাৰি।

অসমৰ জাতীয় জীৱনৰ উন্নতি মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ সাধনা আছিল। তেওঁৰ প্ৰতিটো ভাষণ আৰু প্ৰায় প্ৰতিটো নিবন্ধৰ মাজতেই তেওঁ পাকে-প্ৰকাৰে এই প্ৰসংগটো উত্থাপন কৰিছে। অসমৰ দুখ লগা অনুন্নত অৱস্থাৰ কাৰণে অসমীয়া মানুহৰ শ্ৰম বিমুখতাকেই তেওঁ দায়ী কৰিছে। সঁচা কথা, অসমৰ উন্নতিত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে ঃ অসমীয়াৰ এলাহ আৰু অকৰ্মণ্যতাই। অসমত উদ্ভৱ হোৱা বহিৰাগত সমস্যাকে আদি কৰি আন বহুতো জটিল সমস্যাৰ প্ৰধান কাৰণ ইয়াৰ মাজতেই সোমাই আছে। "সোণলৈ মুকলি চিঠি—দেউতাকৰ", "নতুন পুৰুষৰ ভৱিষ্যত", "সঞ্জীৱনী মন্ত্ৰ ঃ থলুৱা লোকৰ কাৰণে" —এই তিনিটা নিবন্ধৰ পৰাই বুজিব পাৰি, শাৰীৰিক শ্ৰমৰ গুৰুত্ব চৌধুৰীয়ে কিমান আন্তৰিকতাৰে উপলব্ধি কৰিছিল আৰু তাৰ কাৰণে ডেকা শক্তিক কিদৰে উদ্দীপিত কৰিবলৈ বিচাৰিছিল। যুৱ-সমাজৰ সমুখত দেখা দিয়া সংকট অতিক্ৰম কৰাৰ, নতুন পুৰুষে সন্মুখীন হোৱা অন্ধকাৰ আৰু অনিশ্চিত ভৱিষ্যতৰ পৰা পৰিত্ৰাণ পোৱাৰ, থলুৱা লোকসকল আনৰ শোষণৰ পৰা মুক্ত হোৱাৰ এটাই মাথোন উপায় আছে আৰু সেইটো হৈছে কায়িক শ্ৰমৰ জৰিয়তে নিজকে উপযুক্তৰূপে, স্বাৱলম্বীৰূপে গঢ়ি তোলা। উৎপাদনক্ষম নহলে কোনো জাতিয়েই সন্মানেৰে জীয়াই থাকিব নোৱাৰে। পৰনিৰ্ভৰশীল এটা জাতি

পদে পদে লাঞ্চিত হ'বলগীয়া হয়। গতিকে, সংশ্ৰমৰ মৰ্যাদা উপলব্ধি কৰি আমি পোনতে আত্মনিৰ্ভৰশীল হ'ব লাগিব। আমাৰ নিবনুৱা সমস্যাৰো সমাধান সেইদৰেহে হ'ব, চৰকাৰী চাকৰিৰে নহয়। এইদৰে সমাজৰ প্ৰতিটো জ্বলন্ত সমস্যাৰ উৎপত্তিৰ কাৰণ আৰু সমাধানৰ পথ নিৰ্দেশ কৰি মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে প্ৰখৰ সমাজ-চেতনাৰ সাঁচ ৰাখি থৈ গৈছে।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ চিন্তাধাৰা আছিল বাস্তৱ অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত। সেই চিন্তাধাৰা আছিল বাস্তৱত কাৰ্যকৰী কৰিব পৰা ; আন বহুতৰ দৰে আকাশত চাংপতা বিধৰ নহয়। তেওঁ যে কিবা নতুন কথা কৈছিল, সেইটো নহয়। কিন্তু যিখিনি কৈছিল সেইখিনিত আছিল নিষ্ঠা, আন্তৰিকতা আৰু পৰিপাটিতা। তেওঁৰ লিখনিৰ মাজেদি ফুটি উঠিছিল সহজ-সৰল, সুস্থ আৰু মাৰ্জিত ৰুচি-বোধৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী মানুহজন।

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনৰ পুনৰ্নিৰ্মাণ

এতিয়ালৈকে প্ৰকাশিত তথ্য, ৰচনা আদিৰ পৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী সম্পৰ্কে মই যিখিনি জানিব পাৰিছোঁ, সি তেনেই সামান্য নহয়। সেই প্ৰকাশিত তথ্য আৰু ৰচনাৰ পৰা চৌধুৰী মানুহজন সম্পৰ্কে কেৱল এটা থূলমূল ধাৰণাই নহয়, চৌধুৰী মানুহজন তেখেতৰ ব্যক্তিত্ব আৰু আদৰ্শৰে, ৰূপ আৰু অৱয়বেৰে মোৰ চকুৰ আগত জীৱন্ত হৈ ধৰা দিছে। তেখেতৰ জীৱনকালত কেতিয়াও লগ নোপোৱা মোৰ দৰে এজন লোকৰ ওচৰত চৌধুৰীক এনেকৈ জীৱন্ত ৰূপত পৰিচিত কৰি দিব পৰাটো প্ৰকাশিত এই তথ্য আৰু ৰচনাবোৰৰ সংগ্ৰাহক-ৰচকসকলৰ কম কৃতিত্বৰ কথা নহয়। এই তথ্য আৰু ৰচনাবোৰ মই পাইছোঁ দুখন গ্ৰন্থ আৰু এখন আলোচনীত— "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী অভিনন্দন গ্ৰন্থ", সম্পাদক—হৰেন্দ্ৰনাথ শৰ্মা, প্ৰকাশক—মহেন্দ্ৰ নাৰায়ণ চৌধুৰী সম্বৰ্দ্ধনা সমিতি, নলবাৰী, ১৯৮১ ; "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী", প্ৰকাশক—মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী, নীৰদা চৌধুৰী বৰুৱা, নলবাৰী, ১৯৮২ আৰু "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয় আলোচনী", সম্পাদিকা—ইভা ৰাণী শৰ্মা, ১৯৯০-'৯১, নলবাৰী। এই গ্ৰন্থ দুখন আৰু আলোচনীখনে চৌধুৰী মানুহজনক ভিতৰ আৰু বাহিৰ—দুয়ো পিনৰ পৰাই জনাত সহায় কৰে।

"হাঁহি জিলিকি থকা মুখখনেৰে", "হাতত ছাতিটো লৈ", "বগা ধুতি-পাঞ্জাবী পিন্ধি" (গোলোকচন্দ্ৰ দত্তৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ৫৭) ওলাই আহি "পামৰ খেতি-বাতিত নজৰ দিয়া" বা তেখেতৰ দ্বাৰা প্ৰতিষ্ঠাপিত "বালিকা বিদ্যাপীঠ" বা "বালিকা মহাবিদ্যালয়"ৰ নিৰ্মাণৰ কামৰ তদাৰক কৰা, "ৰাজেন্দ্ৰ চৌধুৰী ভৱন"লৈ আহি "নলবাৰী সাহিত্য সমাজ"ৰ সভাত যোগ দিয়া এই "শকত-আবত, ওখ-পাখ

আৰু জাকত-জিলিকা" নোহোৱা, বগা গাৰ ৰঙৰ, মূৰৰ চুলি চুটি চুটিকৈ কটা (ত্ৰৈলোক্যনাথ গোস্বামীৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ৩৭) লোকজনৰ এটি স্পষ্টছবি গ্ৰন্থ দুখন আৰু আলোচনীখন পঢ়াৰ পিছত সজীৱহৈ ধৰা দিয়ে। তদুপৰি এই তিনিখন গ্ৰন্থ-আলোচনীৰ পৰা মানুহজনৰ ব্যক্তিত্ব আৰু চৰিত্ৰ, আদৰ্শ আৰু মানসিকতাৰ এটা সম্যক ধাৰণা গঢ় লৈ উঠে। তেওঁৰ জীৱনৰ সৰু-বৰ ঘটনা— অনেকৰেই আমি মুখামুখি হওঁ—যিহৰ ফলত মানুহজনক ভিতৰ আৰু বাহিৰৰ পৰ্বাও জনাৰ সুবিধা হয়। এনেকৈয়েই আমাৰ চকুৰ আগত জীৱন্ত হৈ উঠে: তেজ-মঙহৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী মানুহজন—তেওঁৰ স্বকীয় মন, অন্তৰ আৰু আদৰ্শৰে।

ওপৰোক্ত তিনিখন গ্ৰন্থ-আলোচনীৰ পৰা আমি জনামতে, এখন ডাঙৰ, চহকী ঘৰত জন্মিও ঘটনাক্ৰমে এঘাৰ বছৰ বয়সতে অতি নিঠৰুৱা অৱস্থাত পৰিছিল তেখেত। কিন্তু বিশেষ মনোবলৰ অধিকাৰিণী তেখেতৰ মাকৰ তত্বাৱধানত আৰু নিজৰ চৰিত্ৰ আৰু মানসিক দৃঢ়তাৰ বলত নিজকে সুপ্ৰতিষ্ঠিত কৰি তোলা এই মানুহজনৰ সৰ্বোপৰি আছিল এক বিশিষ্ট মানৱীয় অনুভূতি আৰু এখন অতি দৰদী অন্তৰ। ইয়াৰ ফলতেই নিজৰ ঘৰলৈ বোৱাৰী হিচাপে অহা লোকৰ ঘৰৰ ছোৱালীবোৰক নিজৰ ছোৱালীৰ দৰে কৰি লৈ তেওঁলোকৰ পিতৃ-স্থানীয় পূজ্যপাদ শহুৰ হৈও তেখেতে তেওঁলোকৰ পৰা আদায় কৰিব পাৰিছিল মাতৃবৎ স্নেহ (ভাৰতী চৌধুৰীৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ১৪; আলোচনী, পৃঃ ৩১-৩২)।

**সকলো মানুহৰ সমতাৰ ধাৰণা আৰু নিঃকিন, খাটি খোৱা মানুহৰ প্ৰতি তেখেতৰ সৌহাৰ্দ্য ইমানেই আছিল যে নিজৰ ঘৰৰ কাম-বন কৰা ল'ৰা-ছোৱালীবোৰক তেখেতে ঘৰৰ মানুহৰ লগতে একেলগে বহি খাবলৈ দিছিল (নিৰদা চৌধুৰী বৰুৱাৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ৯)। এনে নিঃকিন, দুখীয়া লোকৰ প্ৰতি তেখেতৰ মানোভাব প্ৰকাশ পাইছিল তেখেতৰ বোৱাৰীয়েকক দিয়া এনে উপদেশত,—**

"সিহঁতক যেন তোমালোকে নিজৰ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰা। সিহঁতৰ ভাত-কাপোৰৰ অভাৱৰ বাবেহে আমাৰ ঘৰত থাকিবলৈ বাধ্য হৈছে" ( ভাৰতী চৌধুৰীৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ১৪ ) ।

নলবাৰী চহৰৰ আটাইতকৈ ধনী মানুহজন তেখেত নহয় যদিও সেই চহৰৰ ধনী মানুহবোৰৰ মাজৰে তেখেত এজন। অথচ ধন-দৌলত-ঐশ্বৰ্যৰ প্ৰতি তেখেতৰ কোনো টান নাই। বোৱাৰীয়েক ভাৰতী চৌধুৰীয়ে লিখিছে :

> আমাৰ শেহতীয়া ননন্দজনীৰ বিয়াৰ সময়ৰ এটি কথা.... তেওঁৰ বাবে সেই সময়ত চলা নতুন ডিজাইনৰ গহণা আৰু কাপোৰ গুৱাহাটীৰ পৰা অনা হ'ল। সকলোৱে চাই প্ৰশংসা কৰিলে। বিয়াৰ আয়োজনৰ ব্যস্ততাৰ মাজতে জোৰণৰ আগদিনাখন পিতাক গহণা আৰু কাপোৰখিনি দেখুৱাবলৈ মাতি আনিলোঁ। মোৰ আৰু ডাঙৰ জাজনীৰ মনৰ ভাব—গহণা, কাপোৰৰ বাবে আমাক প্ৰশংসা কৰিব। কিন্তু পিতাই সেইবোৰত এবাৰলৈকো চকু নুফুৰাই কলে, "মাই, এইবোৰ বস্তু মোৰ মনত খোলাগুটিৰ দৰে, মাজনীক শহৰেকৰ ঘৰত মানুহে যেতিয়া প্ৰশংসা কৰিব সেইবোৰহে মোৰ মনত মণি-মুকুতা ( অভিনন্দন গ্ৰন্থ, পৃঃ ১৪-১৫ )।"

তেখেতৰ পুত্ৰ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীয়েও লিখিছে,—"সৰুকালৰে পৰা পিতাৰ আন আন গুণবোৰৰ ভিতৰত দুটা বিশেষ গুণৰ দ্বাৰা মই বাৰুকৈয়ে প্ৰভাৱান্বিত হৈছিলোঁ। তাৰে এটা হ'ল—তেখেতৰ সাধাৰণ সাজ-পোচাক আৰু সাধাৰণভাৱে চলন-ফুৰণ ( অভিনন্দন গ্ৰন্থ, পৃঃ ৫ )।"

নৈতিকতাৰ পৰা কেতিয়াও ভ্ৰষ্ট নোহোৱা আৰু অ-নৈতিকতাক কেতিয়াও প্ৰশ্ৰয় নিদিয়া তেখেতৰ স্বভাৱৰ বাবেই যুদ্ধৰ দিনত যেতিয়া অ-নৈতিকতাৰ আশ্ৰয় নোলোৱাকৈ খাদ্য-সামগ্ৰীৰ দোকান চলাই থকা অসম্ভৱ হ'ল, তেতিয়া তেখেতে সেই ব্যৱসায় বাদ দি কাঠৰ দোকান

খুলি ললে। কাঠৰ ব্যৱসায়ত তেতিয়া দুৰ্নীতি বা ভেঁজালৰ আশ্ৰয় নললেও চলিছিল। যি ব্যৱসায়েই নকৰক কিয়, তাত তেখেতে দোপত-দোপে উন্নতি কৰিছিল প্ৰচুৰ টকা খটুৱাইছিল বাবে নহয়, বা টকা ঘটাৰ কৌশল জানিছিল বাবেও নহয়। ব্যৱসায়ত তেখেতে উন্নতি কৰিছিল "কৰ্মনিষ্ঠা, কষ্টসহিষ্ণুতা, কৰ্মতৎপৰতা, ধৈৰ্য আৰু মনৰ স্থিৰতাৰ বাবে (হৰেন্দ্ৰনাথ শৰ্মাৰ প্ৰবন্ধ, অভিনন্দন গ্ৰন্থ, পৃঃ ৫২)।" কিন্তু বুজা যায়, ব্যৱসায়ত উন্নতি কৰাৰ গুৰিত এই গুণবোৰৰ উপৰিও তেখেতৰ আছিল: এক জন্মলব্ধ বিচক্ষণ অৰ্থনৈতিক জ্ঞান। তাৰ এটি নমুনা দ্বিৰাজ তালুকদাৰৰ প্ৰবন্ধত পাওঁ:

> এদিন চৌধুৰীদেৱে নলবাৰী চহৰৰ পামলৈ আহি লহপহকৈ বাঢ়ি অহা চাল পাওঁ পাওঁ হোৱা লাউ পুলিটো ছাতিটোৰে নমাই দিলে।.......চৌধুৰীদেৱে পুলিটোৰ আশাত চেঁচা পানী ঢালি দিয়াত অসন্তুষ্ট হৈ তেখেতৰ পিনে চাই থকাত তেখেতে কলে, "আজিকালি চানখেৰৰ দাম শতকৰা পঁচিশ টকা, খেৰী ঘৰ ৰখা বৰ টান। বজাৰত এক ভাৰ লাউ চাৰি অনাত পোৱা যায়। এনেক্ষেত্ৰত লাউ পুলি চালত তুলি, চালৰ দহ বছৰীয়া আয়ুস চাৰি বছৰলৈ কমোৱাৰ কোনো দৰ্কাৰ নাই।"
>
> (অভিনন্দন গ্ৰন্থ, পৃঃ ৫৫)

ধৰ্মীয় আচাৰ-নীতিত অনাবৰত বুৰ গৈ থকা, ধৰ্মীয় আচাৰ-অনুষ্ঠান অন্ধভাবে পালন কৰি যোৱা এজন গোড়া ধাৰ্মিক লোক তেখেত নাছিল—গ্ৰন্থ-আলোচনী তিনিখনত এই কথাৰ উল্লেখ নাথাকিলেও, এই কথা তাত স্পষ্ট। কিন্তু গ্ৰন্থ-আলোচনী তিনিখনত এই কথাও স্পষ্ট যে প্ৰকৃত অৰ্থত ধাৰ্মিক মন এটা তেখেতৰ আছিল। তেখেতে পাতি দিয়া স্কুল অৰু কলেজ দুখনৰ ছোৱালীবোৰক তেখেতে দেৱী বুলি জ্ঞান কৰিছিল আৰু আনৰ আগতো সেই বুলি উল্লেখ কৰিছিল। ক্ৰমে ক্ৰমে এই ভাব তেখেতৰ মনত দৃঢ় হৈ গৈ শেষত

একপ্ৰকাৰ অন্ধবিশ্বাসতেই পৰিণত হৈছিল। তলত ইয়াৰ উদাহৰণ :

> ছাত্ৰীসকলক তেখেতে দেৱীজ্ঞান কৰিছিল। সদায় দহ বজাৰ আগতে বিদ্যালয় চৌহদত উপস্থিত হয় দেৱীসকলৰ প্ৰাৰ্থনা শুনিবলৈ। তেখেতৰ ধাৰণা যেন সঁচাকৈয়ে সৰগৰ পৰা দেৱীসকলে নামি আহি প্ৰাৰ্থনা কৰিছে। তাৰ পিছত যেতিয়া চলা-ফুৰা কৰিবলৈ অক্ষম হৈছিল তেতিয়া সদায় ৰাতিপুৱা আমাৰ "কামৰূপ ইলেট্ৰিক্ ষ্টোৰ্চ"ৰ বাৰাণ্ডাত বহি থাকেহি। কয়, "এই ফালেদি মোৰ দেৱীসকল যাব। তেওঁলোকক চাই মই বৰ সুখ পাওঁ (উত্তৰাবালা চৌধুৰীৰ প্ৰবন্ধ, আলোচনী, পৃঃ ২৩)।"

আকৌ আমি পাওঁ :

> মহাবিদ্যালয ভৱন নিৰ্মাণৰ সময়ত এবাৰ ধনৰ অভাৱ অনুভৱ কৰি তেখেতে চিন্তাক্লিষ্ট মনেৰে এদিন বিদ্যালয় চৌহদত উপস্থিত হৈছিল। হঠাতে তেখেতৰ মনত এক গভীৰ প্ৰত্যয় জন্মিল যে দেৱীসকলৰ চৰণ ধোৱা পানীবোৰ য'ত একত্ৰিত হৈছে সেই পানী তিনি চলু মুৰত ললে নিশ্চয় এই আৰ্থিক সমস্যাৰ সমাধানৰ বাট উজু হ'ব। যেনে চিন্তা তেনে কাম (নিৰদা চৌধুৰী বৰুৱাৰ প্ৰবন্ধ, আলোচনী, পৃঃ ১০)।"

চৌধুৰীৰ শিশু আৰু কিশোৰ অৱস্থাৰ বিষয়ে গ্ৰন্থ আৰু আলোচনী তিনিখনৰ পৰা বৰ বেছি জানিব পৰা নাযায়। চৌধুৰীৰ এইকালৰ বিষয়ে তিনিওখন গ্ৰন্থ-আলোচনীৰ ভিতৰত মাত্ৰ এটিহে প্ৰবন্ধ আছে— হৰেকৃষ্ণ গোস্বামীৰ প্ৰবন্ধটি (অভিনন্দন গ্ৰন্থ, পৃঃ ৩১)। অৱশ্যে এই একেটি প্ৰবন্ধৰ পৰাই শিশু আৰু কিশোৰ মহেন্দ্ৰ নাৰায়ণৰ বিষয়ে জানিব পৰা কথাখিনিৰ মূল্য উচ্চ (পৃঃ ৩১-৩২)। শিশু আৰু কিশোৰ অৱস্থাৰ বাহিৰে বাকীছোৱা জীৱনৰ প্ৰায় সকলো দিশ গ্ৰন্থ-আলোচনী তিনিখনে সামৰিছে। আমি জানিব পাৰিছোঁ—তেখেত

আছিল এজন ভাল খেতিয়ক, দলীয় ৰাজনীতিত যোগ নিদিলেও তেওঁ ৰাজনীতি সচেতন লোক আৰু এজন নিষ্ঠাবান সাহিত্যিকো। দলীয় ৰাজনীতিত নথকা এই ৰাজনীতি-সচেতন লোকজনৰ ৰাজনৈতিক চেতনা তেখেতৰ সহজাত সমাজচেতনাৰ পৰা উদ্ভূত আছিল বুলি এই গ্ৰন্থ-আলোচনী তিনিখনৰ পৰা বুজা যায়। শশী শৰ্মাৰ অভিনন্দন গ্ৰন্থ, আলোচনীৰ প্ৰবন্ধ দুটিৰ পৰা আৰু "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী"ত তেখেতে লিখা "আভাষ" নামৰ পাতনিখনৰ আৰু অধ্যক্ষ মুৰাৰি মোহন দত্তৰ ইংৰাজী প্ৰবন্ধৰ পৰা (আলোচনী) এই কথাৰ সন্দেহ পোৱাৰ উপৰিও চৌধুৰীৰ নিজৰ ৰচনাবোৰৰ পৰাও এই কথা স্পষ্ট।

তেখেতৰ সাহিত্য-চৰ্চাৰ গুৰিতেও আছিল তেখেতৰ সমাজচেতনা। সেই কথাও শশী শৰ্মাৰ প্ৰবন্ধ তিনিটাৰ পৰা ভালদৰে বুজিব পাৰি। তেখেতৰ সমাজ চেতনাৰ, ৰাজনৈতিক চেতনাৰ তথা সাহিত্য-চৰ্চাৰ স্বৰূপ কি, সি কেনে আদৰ্শসম্ভূত, সেইবোৰৰ প্ৰেৰণা কি—এইবোৰ কথা শ্ৰীশৰ্মাই তেখেতৰ প্ৰবন্ধ তিনিটিত সুন্দৰকৈ বিশ্লেষণ কৰিছে। কিন্তু চৌধুৰীৰ ৰাজনৈতিক চেতনা, সমাজ চেতনা আৰু প্ৰতিভাৰ উৎকৃষ্ট পৰিচয় তথা নিদৰ্শন হ'ল তেখেতৰ নিজৰ ৰচনাবোৰেই। তেখেতৰ সম্পূৰ্ণ ৰচনাৱলী শশী শৰ্মাৰ উপযুক্ত পাতনি এখনেৰে ছপাই উলিওৱাটো তেখেতৰ পুত্ৰ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু দুহিতৃ নিৰদা চৌধুৰী বৰুৱাৰ এটা লেখত লবলগীয়া কাম হৈছে। চৌধুৰীৰ প্ৰবন্ধবোৰত তেখেতৰ ৰাজনৈতিক আৰু সামাজিক চেতনাৰ সম্যক জ্ঞান পাওঁ আৰু ভাৰতৰ অংগীভূত এখন ৰাজ্য হিচাপে অসমৰ মংগলৰ বাবে আমাৰ কৰণীয়খিনি সম্পৰ্কে তেখেতৰ ধাৰণা এই ৰচনাবোৰত স্পষ্ট হয়। এই ধাৰণা যে তেখেতৰ আপোন জীৱনৰ আদৰ্শ আৰু নীতিৰ ওপৰত প্ৰতিষ্ঠিত, এই কথা তেখেতৰ প্ৰবন্ধবোৰৰ পৰা সহজে বুজা যায়; আৰু ইয়েই তেখেতৰ সামাজিক আৰু ৰাজনৈতিক দৃষ্টিভংগী যে আমাৰ আজিকালিৰ বহুতো নেতাৰ দৰে ফোপোলা নাছিল তাক প্ৰমাণ কৰি ইয়াৰ মূল্য চৰায়। তেখেতৰ

জীৱনত যেনেকৈ গান্ধীৰ স্বৱলম্বিতা, সততা আদিৰ আদৰ্শ স্পষ্ট, তেখেতৰ ৰাজনৈতিক আৰু সামাজিক আদৰ্শতো তাৰ ছাপ স্পষ্ট। "অসম" আৰু "অসমীয়াৰ" তেখেতে মংগল বিচাৰে ; কিন্তু অসমীয়াৰ কৰ্মবিমুখতা দেখি তেখেত ব্যথিত আৰু চিন্তিত।

সাহিত্যিক হিচাপে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীক আমি তেখেতৰ গ্ৰন্থত, প্ৰবন্ধবোৰত, কবিতাত আৰু গল্পত পাওঁ যদিও তেখেতৰ সাহিত্য প্ৰতিভাৰ উজ্জ্বল জিলিকনি দেখা পালোঁ তেখেতে বিভিন্ন অনুষ্ঠানত দিয়া আৰু তেখেতৰ "ৰচনাৱলী"ত সংগৃহীত হোৱা ভাষণাৱলীতহে। চুটি চুটি যদিও তেখেতৰ এই ভাষণাৱলী নিজস্ব অভিজ্ঞতাৰ পৰা প্ৰসূত বাবে আৰু এইবোৰৰ মাজেদি নিজৰ অন্তৰৰ কথা সমাজক কবলৈ ওলোৱা বাবে সেইবোৰে অন্তৰত দ সাঁচ বহুৱায় ; এইবোৰ আমাৰ আজিকালিৰ বেছিভাগ "নেতা"ৰ দৰে অন্তঃসাৰশূন্য নহয়। অতি সৰল ভাষাত ৰচিত হৈয়ো এইবোৰ হৃদয়স্পৰ্শী ; সাহিত্য হিচাপে ই এই ভাষণবোৰৰ এটি বিশেষ গুণ। এনে বিশিষ্ট সাহিত্যিক গুণ তেখেতৰ জীৱনীমূলক ৰচনা কেইখনতো বিৰাজমান। এই ক্ষেত্ৰত ঈশ্বৰচন্দ্ৰ বৰুৱাৰ বিষয়ে লিখা তেখেতৰ ৰচনাখন বিশেষভৱে উল্লেখযোগ্য। একোজন সাধাৰণ মানুহৰ গাত কেনে অসাধাৰণ গুণ আৰু আদৰ্শ নিহিত হৈ থাকিব পাৰে, তাৰ এটি উৎকৃষ্ট উদাহৰণ চৌধুৰী যেনেকৈ নিজেই, তেনেকৈ ঈশ্বৰচন্দ্ৰ বৰুৱাৰ জীৱনতো তেখেতে ইয়াৰেই সন্ধেদ দিছে। আদৰ্শগত এক পৰম একাত্মভাবত লিখা এই ৰচনাখনে চৌধুৰীৰ নিজস্ব অন্তৰ আৰু আদৰ্শৰো এক ভাল পৰিচয় বহন কৰিছে। এজন ব্যৱসায়ী হিচাপে ব্যৱসায়িক জীৱনত সদা-ব্যস্ত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে নিজৰ জীৱনৰ অভিজ্ঞতা আৰু নিজস্ব নীতি আৰু আদৰ্শৰ অনুধাবনত জীৱনৰ শেষৰ ফালে তাকৰীয়া হলেও যি উচ্চ মূল্যৰ সাহিত্যৰ সৃষ্টি কৰিলে, সেই সৃষ্টিয়ে ত্ৰৈলোক্যনাথ গোস্বামীদেৱক মুগ্ধ কৰাৰ দৰে ( অভিনন্দন গ্ৰন্থ / দীনেশচন্দ্ৰ দত্তৰ প্ৰবন্ধ, পৃঃ ২৩ ) মোকো মুগ্ধ কৰিছে।

এইদৰে আমি দেখা পাওঁ, "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী অভিনন্দন গ্ৰন্থ", "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী" আৰু "মহেন্দ্ৰ নাৰায়ণ বালিকা মহাবিদ্যালয় আলোচনী" চৌধুৰীৰ জীৱনী এখন ৰচনাৰ বাবে প্ৰয়োজন হ'ব পৰা প্ৰায়খিনি উপাদানৰেই মূল্যবান সংগ্ৰহ। ইয়াৰ লগতে এই তিনি গ্ৰন্থ-আলোচনী হৈ উঠিছে : সমগ্ৰ নলবাৰী অঞ্চলটোৰে শৈক্ষিক আৰু সাংস্কৃতিক ইতিহাসৰো উপাদানৰ ভঁৰাল। অৱশ্যে চৌধুৰীৰ জীৱনৰ এখন সম্ভাব্য, পূৰ্ণাংগ আৰু ক্ৰুটীমুক্ত জীৱনীৰ বাবে এই তিনি গ্ৰন্থ আৰু আলোচনীয়ে বহন কৰা উপাদানক তথাপি কিন্তু সম্পূৰ্ণ আৰু ক্ৰুটীমুক্ত বুলি কব নোৱাৰি। চৌধুৰীৰ জীৱন আৰু কাৰ্যাবলীৰ, ব্যক্তিত্ব আৰু চৰিত্ৰৰ আৰু অধিক খবৰ বা তথ্য লাগে— এইপিনৰ পৰা আলোচ্য গ্ৰন্থ আৰু আলোচনীৰ উপাদানবোৰক মই অসম্পূৰ্ণ আৰু ক্ৰুটীপূৰ্ণ বুলি কব খোজা নাই। এই সমলবোৰকেই অসম্পূৰ্ণ আৰু ইয়াৰ বহুতো সমলেই ক্ৰুটীপূৰ্ণ বুলি কব খুজিছোঁ তলত দিয়া কাৰণত।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সামাজিক ভাৱমূৰ্তি (image) এক শিক্ষা তথা নাৰীশিক্ষা প্ৰসাৰকামী উদাৰ দাতা হিচাবে। কিন্তু মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী মহাবিদ্যালয়, ভেলামাৰী মহেন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰাথমিক বিদ্যালয়, ৰাজেন্দ্ৰ চৌধুৰী ভৱন, সুভদ্ৰা চৌধুৰী ভৱন—এইবোৰৰ দানৰ ক্ষেত্ৰত চৌধুৰীৰ ভূমিকাৰ সম্পূৰ্ণ আৰু যথাযথ খবৰ আৰু তথ্য— আলোচনী কেইখনে আমাক দিয়া নাই ; যিখিনি দিছে সেইখিনিও বহু সময়ত দ্ব্যৰ্থবোধক আৰু বিভ্ৰান্তিকৰ। উদাহৰণস্বৰূপে আমি দেখিছো যে ওপৰোক্ত অনুষ্ঠান পাঁচটা তেখেতৰ দানৰ ফল আৰু তাৰে তিনিটাই তেখেতৰ নামেৰেই নামাংকিত। এইটোও জানিছোঁ যে তেখেতৰ নামৰ অনুষ্ঠান কেইটাই তেখেতৰ জীৱন কালতেই তেখেতৰ নাম ধাৰণ কৰিছিল। এনেস্থলত, স্বাভাৱিকতে প্ৰশ্ন উঠে এই অনুষ্ঠানবোৰ

গঢ়ি তুলি তেখেতে নিজেই নিজৰ নাম দান কৰিছিলনেকি ? অনুষ্ঠান তিনিটা গঢ়ি তোলাটো তেখেতৰ বদান্যতাৰ চিন হলেও, তাৰ মাজেদি নিজৰ নাম যুগমীয়া কৰাৰ প্ৰয়াস নিশ্চয় প্ৰশংসনীয় নহয়। এই বিষয়ত চৌধুৰীৰ ভূমিকা দৰাচলতে কেনে আছিল ? শশিভূষণ চৌধুৰী-দেৱৰ প্ৰবন্ধত আছে, "ৰাইজৰ অনুৰোধত মাটি, ঘৰ, আচ্‌বাব্‌, সা-সঁজুলিসহ "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ" আৰু "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়"—এই দুখন শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি ৰাইজক অৰ্পণ কৰিলে (অভিনন্দন গ্ৰন্থ, পৃঃ ৪)।" ইয়াৰ পৰা মই তোলা প্ৰশ্নৰ উত্তৰ পোৱা নাযায়। ৰাইজৰ অনুৰোধত তেখেতে অনুষ্ঠান দুটি যেনেকৈ গঢ়িলে, ৰাইজৰ অনুৰোধতে তেনেকৈ অনুষ্ঠান দুটিৰ নাম নিজৰ নামেৰে দিলেনেকি ? সেই কথা ইয়াত স্পষ্ট নহয়। এই বিষয়ত বসন্তকুমাৰ ভট্টাচাৰ্যৰ প্ৰবন্ধত ইয়াতকৈ কিছু বিতং খবৰ আছে। তেখেতে লিখিছে, "নিজৰ সাঁচতীয়া লক্ষাধিক টকা ভাঙি, পৈতৃক খেতি-মাটিডৰাৰ বুকুত দেহে-কেহে খাটি গঢ়ি তুলিলে নলবাৰী চহৰৰ দ্বিতীয় ছোৱালী হাইস্কুল—"মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ"। উল্লেখযোগ্য যে নিজৰ নামেৰে স্কুলখনৰ নামকৰণ কৰিবলৈ তেখেতৰ মুঠেই ইচ্ছা নাছিল। কিন্তু ৰাইজে গুণীৰ গুণ স্বীকাৰ কৰি সেইটো নাম ৰখাত পুনৰাই তেওঁ আপত্তি নকৰিলে (অভিনন্দন গ্ৰন্থ, পৃঃ ৪৮)।

ইমানৰ পিছতো কিন্তু এই নাম কোনে দিলে, সেইকথা স্পষ্ট হৈছে বুলি কব নোৱাৰি। কাৰণ ৰাইজ মানে কোনখন ৰাইজ, ইয়াৰ পৰা বুজা নাযায়। যদি সমগ্ৰ নলবাৰীৰ ৰাইজেই এই কাম কৰিছিল, তেন্তে এই বিদ্যাপীঠ নিৰ্মাণৰ বাবেই পৰিচালনা সমিতিয়ে "দান-বৰঙণি বিচাৰি ৰাইজৰ ওচৰ চপাত এজন ব্যৱসায়ীয়ে চৌধুৰীৰ নামত প্ৰতিষ্ঠা কৰিব খোজা বিদ্যালয়ৰ বাবে দান দিবলৈ অনিচ্ছা

প্ৰকাশ” কিয় কৰিছিল ? ( করুণাকান্ত শৰ্মাৰ প্ৰবন্ধ, আলোচনী, পৃঃ ৫০ ) গতিকে যিখন ৰাইজে চৌধুৰীৰ নামেৰেই স্কুলৰ নাম হওক বুলি জোৰ দিছিল, সেইখন ৰাইজ কোন কোন আৰু কেনে মানুহৰ আছিল, তাৰ নেতৃত্ব কোনে দিছিল, তাৰ খবৰৰ প্ৰয়োজন আছিল। এই ৰাইজৰ নেতৃত্ব যদি চৌধুৰীৰ পুত্ৰ বা পৰিয়ালে দিছিল, তেন্তে চৌধুৰীৰ ভাবমূৰ্তি বৰকৈ হ্ৰাস নাপাব। পুত্ৰ বা পৰিয়ালৰ এনে আৱেগ-অনুভূতি স্বাভাৱিক আৰু প্ৰশংসনীয়ই। কিন্তু ৰাইজৰ নেতৃত্ব যদি সঁচাকৈয়ে ৰাইজৰেই কোনোবাইহে দিছিল (পৰিয়াল বা আত্মীয়ৰ কোনোবাই নহয় ), তেন্তে চৌধুৰীৰ ভাবমূৰ্তি হৈ উঠিব আটাইতকৈ উজ্জ্বল—কিয়নো এই কামত চৌধুৰীৰ ওচৰত ৰাইজৰ কৃতজ্ঞতাও জড়িত হ'ব। এই কথাৰ নিৰ্ণয়ৰ বাবে স্কুল বা কলেজৰ নাম ক'ত, কেতিয়া, কেনেকৈ কোনে প্ৰথমে ঠিক কৰিছিল, তাৰ বিতং খবৰ লাগিব ; আৰু নামটো শেষত আনুষ্ঠানিক কৰা হ'ল কেনেকৈ—তাৰ বিৱৰণো লাগিব। স্কুল-কলেজৰ নাম চৌধুৰীৰ নামেৰে দিয়াত ৰাইজৰ এচামৰ যদি আপত্তি আছিল, তেন্তে সেই চাম ৰাইজৰ পৰিচয়, তেওঁলোকৰ আপত্তিৰ কাৰণ আদিও পাঠকে জানিব লাগিব। কাৰণ জীৱনীকাৰে পাঠকক জনাব লাগিব -এই ৰাইজৰ আপত্তিৰ কাৰণ ন্যায্য নে তেওঁ-লোকে নিজে নকৰা বা নোৱাৰা কাম আনে পৰাত বা কৰাত তেওঁলোকৰ ঈৰ্ষা। যি হওক, কলেজখনৰ নাম কিন্তু চৌধুৰীৰ নামেৰে দিয়াত চৌধুৰীৰ যে আপত্তি আছিল আৰু চৌধুৰীৰ পুত্ৰ মুনীন চৌধুৰীৰ এই নামটোৱেই হ'ব লাগিব বুলি যে দৃঢ় মত আছিল—সেই কথা স্পষ্ট হৈছে ( গোলোকচন্দ্ৰ দত্তৰ প্ৰবন্ধ/আলোচনী, পৃঃ ১৫-১৬ )। দেউতাকৰ আপত্তি সত্বেও কলেজখনৰ নাম দেউতাকৰ নামেৰেই ৰখাত পুত্ৰ মুনীন চৌধুৰীৰ যি আৱেগ আৰু দৃঢ়তা—তাক মানুহে শ্ৰদ্ধাই কৰিব। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পূৰ্বৰ অভিজ্ঞতাজনিত কাৰণত কৰা আপত্তিয়েও তেখেতক আমাৰ ওচৰত বেছি মোহনীয় কৰি তোলে।

এইবোৰ দানৰ ক্ষেত্ৰত চৌধুৰীৰ ভূমিকা সম্পৰ্কে আৰু কিছু ওপৰঞ্চি তথ্যৰ প্ৰয়োজন আছে। নলবাৰী অঞ্চল শিক্ষাত আগবঢ়া যদিও স্ত্ৰীশিক্ষাত পিছপৰা বাবেই মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে বালিকা স্কুল আৰু কলেজ দুখন গঢ়ি তুলিছিল। কিন্তু ইয়াক গঢ়াৰ ভাব আৰু তাগিদা তেখেতৰ নিজৰেইনে অন্য কাৰোবাৰ? এনে শিক্ষানুষ্ঠানৰ প্ৰয়োজনীয়তা তেখেতে নিজে উপলব্ধি কৰি নিজৰ চাৰিওকাষে ৰাইজক একত্ৰিত কৰি এই কামত আগবাঢ়িছিল নে ৰাইজেহে অন্য কাৰোবাৰ নেতৃত্বত নলবাৰীৰ এই অভাৱ পূৰাবৰ বাবে ধনবান এই লোকজনক বুজাই বঢ়াই এই কামৰ বাবে আগুৱাই আনিছিল? কোৱা বাহুল্য, এই চহকী মানুহজনে নলবাৰী অঞ্চলত স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ প্ৰয়োজনীয়তা নিজে প্ৰথমে বোধ কৰি নিজৰ ধনেৰে স্কুল আৰু কলেজ গঢ়িবলৈ ইচ্ছা কৰি ৰাইজক সেই কামৰ বাবে একত্ৰিত কৰিলে। তেখেতৰ ভাবমূৰ্তি যেনে হ'ব, ৰাইজেহে তেখেতক ইয়াৰ বাবে আগুৱাই আনিলে তেখেতৰ ভাবমূৰ্তি তাতকৈ কিছু ভিন্ন হ'ব। আকৌ ৰাইজেহে যদি তেখেতক এই কামৰ বাবে আগবঢ়াই আনিছিল, তেন্তে এই ৰাইজৰ নেতৃত্ব যিয়ে দিছিল, তেখেত বা তেখেতসকলকো এতিয়াৰ বা ভৱিষ্যতৰ ৰাইজে পাহৰা উচিত নহয়। তাৰ বাবে চৌধুৰীৰ নামৰ লগতে তেখেত বা তেখেতসকলৰ নামো পোহৰলৈ অহা উচিত। এই নেতৃত্বত যদি চৌধুৰীৰ পুত্ৰও আছিল, তথাপি শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত তেখেতৰ অৰিহণাৰ বাবে ৰাইজে তেখেতকো মনত ৰখা উচিত হ'ব। আনহাতে পিতৃৰ স্মৃতি সুগমীয়া কৰাৰ বাবে পুত্ৰৰ এই যি মহৎ আবেগ ( noble sentiment ) তাৰ সন্দেহো ভৱিষ্যতৰ ৰাইজে পোৱা উচিত হ'ব।

কিন্তু এই বিষয়ে প্ৰকৃত সত্য কি? শশি চৌধুৰীৰ মতে নলবাৰী "স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত তুলনামূলকভাৱে পিছপৰা", আৰু ইয়াৰ কাৰণ নলবাৰীত "স্ত্ৰীশিক্ষাৰ অনুষ্ঠানৰ অভাৱ"—এই কথা "ৰাইজৰ লগতে চৌধুৰীদেৱে বাককৈয়ে উপলব্ধি" কৰে, আৰু ৰাইজৰ অনুৰোধত মাটি, ঘৰ,

আচ্‌বাব্‌, সা-সঁজুলিসহ অনুষ্ঠান দুটা "প্ৰতিষ্ঠা কৰি ৰাইজক অৰ্পণ" কৰে ( অভিনন্দন গ্ৰন্থ, পৃঃ ৪ )। ইয়াৰ পৰা মই বিচৰা ওপৰোক্ত প্ৰশ্নৰ কিন্তু প্ৰকৃত উত্তৰ নাপালোঁ। ৰাইজৰ লগতে চৌধুৰী আছিল বুলি বুজিলোঁ; কিন্তু আগ কোন? শশি চৌধুৰীৰ মতে কোনোৱে যেন আগ নহয়; সমানে সমানে ৰাইজ আৰু তেখেত আগবাঢ়িছিল। কিন্তু বসন্ত কুমাৰ ভট্টাচাৰ্যৰ মতে হলে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়েই এই বিষয়ত আগ। তেখেতে স্কুল পতাৰ বিষয়ে লিখিছে, "দ্বিতীয় এখন ছোৱালী হাইস্কুলৰ অভাৱ বহুদিনৰে পৰা ৰাইজে অনুভৱ কৰি আহিছিল। কিন্তু....সেই অভাৱ দূৰীকৰণৰ অৰ্থে কোনো লোক আগবাঢ়ি অহা নাছিল। পিছত আহিল এজন আগবাঢ়ি। তেওঁ হ'ল মহেন্দ্ৰ নাৰায়ণ চৌধুৰী।" ( অভিনন্দন গ্ৰন্থ, পৃঃ ৪৭ ) আকৌ কলেজ পতাৰ বিষয়ত ভট্টাচাৰ্যই লিখিছে, "নলবাৰীত স্বকীয়া ছোৱালী কলেজ এখনো নাই। নলবাৰী কলেজত ছোৱালীৰ সংখ্যা আশাতীত-ৰূপে বৃদ্ধি পাইছে। বহুতে আসন নাপাই, নিৰাশ হৈ উভতিবলগীয়াত পৰিছে। ...... এইবাৰো চৌধুৰীদেৱ সচেতন হ'ল। ছোৱালীসকলৰ উচ্চশিক্ষা লাভৰ পথ সুগম কৰাৰ মানসেৰে ১৯৭৯ চনত তেওঁ প্ৰতিষ্ঠা কৰিলে "মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাদ্যািলয়"। ( অভিনন্দন গ্ৰন্থ, পৃঃ ৪৮ ) ভট্টাচাৰ্যৰ কথাৰ পৰা বুজা যায়, স্কুল-কলেজ প্ৰতিষ্ঠাত ৰাইজৰ ভূমিকা নাই বুলিবই পাৰি; এই বিষয়ত চৌধুৰীৰেই সকলোখিনি। কিন্তু এই কথা শশি চৌধুৰীৰ কথাৰ বিপৰীতে যায়। গতিকে কাৰ কথা সত্য? গতিকে এই বিষয়ত তৃতীয় এটা মতামত বিচাৰি গোলোকচন্দ্ৰ দত্তৰ প্ৰবন্ধত আমি পাওঁ: "ডাঙৰ ল'ৰাৰ পৰা জানিব পাৰিলে এচাম ৰাইজে মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠৰ লগতে বালিকা কলেজ এখনো স্থাপন কৰাৰ গুণা-গঁথা কৰিছে।" ( আলোচনী, পৃঃ ১৫ ) এই কথা আকৌ পূৰ্বৰ দুয়োটা মতৰ বিপক্ষে গ'ল। চৌধুৰীয়ে ৰাইজক লগত লৈ স্কুল-কলেজ পতা দূৰৈৰ কথা, নিজে আগভাই গৈও স্কুল-কলেজ

পতা দূৰৈৰ কথা, পুতেকৰ পৰাহে জানিব পাৰিলে, ৰাইজে এখন কলেজ পাতিব খুজিছে তেওঁৰ নামত। কলেজ পতাৰ ক্ষেত্ৰত যদি এইদৰে ৰাইজেহে আগ ভাগ লৈছিল, তেখেতে প্ৰথম অৱস্থাত তাৰ গমেই পোৱা নাছিল, তেন্তে স্কুল পতাৰ ক্ষেত্ৰত দৰাচলতে কি হৈছিল ? এই বিষয়ত কৰুণাকান্ত শৰ্মাই আমাক জনাইছে : "১৯৭১ চনত কেইজন-মান শিক্ষানুৰাগী উদ্যোক্তাই দ্বিতীয় ছোৱালী হাইস্কুল এখন আৰম্ভ কৰাৰ যোঁ-জা কৰি চৌধুৰীদেৱৰ কলেজ পথত থকা তেখেতৰ এবিঘা মাটি দান দিবলৈ অনুৰোধ কৰিছিল। পৰিচালনা সমিতিয়ে আন সকলো দায়িত্ব বহন কৰিবলৈ সমৰ্থ হলে তেখেতে প্ৰস্তাৱিত শিক্ষানুষ্ঠানৰ বাবে এবিঘা মাটি কম হ'ব বাবে দুই বিঘা মাটি দিব বুলি ৰাজহুৱা সভাত প্ৰতিশ্ৰুতি দিছিল।" (আলোচনী, পৃঃ ৫০) গতিকে ইয়াতো আমি জানিলোঁ, কলেজ পতাৰ দৰে স্কুল পতাৰো মূল ভাবটো ৰাইজৰেই ; ইয়াৰ মাথোন তেখেত উৎসাহী দাতা ; কিন্তু এই দানে যেনিবা ৰাইজৰ আশাকো চেৰ পেলাই গৈছিল। শ্ৰীশৰ্মাৰ কথাই আটাইতকৈ নিৰ্ভৰযোগ্য ; কিয়নো ইয়াক চৌধুৰীদেৱৰ "বালিকা বিদ্যাপীঠলৈ মাটি দানৰ প্ৰতিশ্ৰুতি" নামৰ নিজৰ প্ৰবন্ধটি-য়েও সমৰ্থন কৰিছে ("মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী", পৃঃ ১৯৬-১৯৭)। সি যি কি নহওক, এই বিষয়ৰ নিৰ্ভৰযোগ্য, বিতং তথ্য আমাক লাগিব চৌধুৰীদেৱৰ এখন নিৰ্ভৰযোগ্য, বস্তুনিষ্ঠ জীৱনীৰ বাবে।

স্কুল আৰু কলেজ দুখনৰ পৰিচালনাত চৌধুৰীৰ ভূমিকা কেনে আছিল ? গ্ৰন্থ তিনিখনৰ প্ৰাপ্য তথ্য আৰু খবৰৰ পৰা আমি জানিব পাৰোঁ যে তেখেতৰ আপোন সৎ আদৰ্শ আৰু নীতিজ্ঞান তাৰ ছাত্ৰীসকলে যাতে গ্ৰহণ কৰে, সেই লৈ তেখেত আগ্ৰহী আছিল। সদায় দহ বজাত স্কুলখনৰ ছাত্ৰীসকলৰ প্ৰাৰ্থনা সভাত আঁতৰৰ পৰা হলেও যোগ দিয়া (উত্তৰা বালা চৌধুৰীৰ প্ৰবন্ধ, আলোচনী, পৃঃ ২৩), বালিকা বিদ্যাপীঠৰ বঁটা-বিতৰণী সভাৰ তেখেতৰ নিজৰ ভাষণ (ৰচনাৱলী, পৃঃ ২২২-২২৮) আৰু বালিকা

মহাবিদ্যালয়ৰ নৱাগত আদৰণি সভাত তেখেতে দিয়া ভাষণ ( ৰচনাৱলী, পৃঃ ২৪০-২৪২ ) আদি ইয়াৰ উদাহৰণ। এনে আগ্ৰহৰ বাবে তেখেত আমাৰ প্ৰশংসাৰ পাত্ৰ। অনুষ্ঠান দুটিৰ প্ৰশাসনিক দিশৰ কৰ্মাৱলীত বা পৰিচালনাত তেখেতৰ ভূমিকা কেনে—সেই বিষয়ে গ্ৰন্থ তিনিখনিত বিশেষ একো নাই। এই বিষয়ৰ তথ্য আৰু খবৰো আমাক লাগে। আনহাতে অনুষ্ঠান দুটিৰ বিদ্যায়তনিক দিশৰ পৰিচালনাত চৌধুৰীয়ে যে হস্তক্ষেপ নকৰিছিল, কেতিয়াবা সি নিজৰ স্বাৰ্থৰ বিপক্ষে গলেও তেনে কথাৰ উমান এই গ্ৰন্থ-আলোচনী তিনিখনৰ পৰা পোৱা যায়। এনে কথাৰ বাবে চৌধুৰী প্ৰশংসনীয়। অৱশ্যে এনে কথাও স্পষ্টভাৱে জানিবলৈ গ্ৰন্থ-আলোচনী তিনিখনিত প্ৰয়োজনীয় তথ্য আৰু সংবাদ নাই। উদাহৰণস্বৰূপে, তেখেতে নিজে পতা স্কুলখনত তেখেতৰ নিজৰ ছোৱালী প্ৰধান শিক্ষয়িত্ৰী। এয়া যোগ্যতাৰ বিবেচনাত নে চৌধুৰীৰ আৱেগিক ইচ্ছাত? ইয়াৰ উত্তৰ গ্ৰন্থ-আলোচনী তিনিখনত নাই। পিছে চৌধুৰী যে এনে কথাত নিজৰ প্ৰভাৱ পেলোৱা মানুহ নহয়, সেই কথা গ্ৰন্থ-আলোচনীত তেখেতৰ বিষয়ে আনে লিখা প্ৰবন্ধবোৰ পঢ়িলে আৰু তেখেতৰ ৰচনাৱলীত তেখেতে লিখা কথাবোৰ পঢ়িলে বুজিব পাৰি। তেখেতৰ ছোৱালীয়ে স্কুলখনৰ প্ৰধান শিক্ষয়িত্ৰী হিচাবে নিযুক্তি পোৱাত তেখেতে উপদেশ দিছিল, "মাই, তোমাক মই মোৰ কন্যা হিচাবে মৰম কৰোঁ; কিন্তু স্কুলখন মোৰ আটাইতকৈ মৰমৰ। গতিকে স্কুলখনৰ প্ৰতি তোমাৰ কৰ্তব্যৰ মাজেৰে মোৰ মৰম আদায় কৰিব পাৰিবা।" ( অভিনন্দন গ্ৰন্থ, পৃঃ ১১ ) আৰু, "এইখন তোমাৰ পিতাৰাৰ স্কুল নহয়, ৰাইজৰহে। তাত আমাৰ গৌৰৱ কৰাৰ কোনো অধিকাৰ নাই। তুমিও নিজক স্কুলৰ পৰিচালিকা হিচাবে চাব লাগিব, মোৰ কন্যা হিচাপে নহয়।" ( একে স্থানত )।

নিজৰ স্বাৰ্থৰ বিপক্ষে বিদ্যায়তনিক দিশৰ প্ৰশাসন গলেও চৌধুৰীয়ে যে স্কুল-কলেজৰ হিতৰ কাৰণেই একো নামাতিছিল, তাৰ এটি উদাহৰণ পোৱা যায় নিবদা চৌধুৰী বৰুৱাৰ ৰচনাত। তেখেতৰ

ছোৱালী চৌধুৰী বৰুৱাই লিখিছে যে কলেজ স্থাপন হলত স্কুলৰ শিক্ষয়িত্ৰী কামৰ উপৰিও তেখেতে অবৈতনিকভাৱে এবছৰৰ বাবে কলেজতো শিক্ষা দান কৰি সহায় কৰি দিছিল। তেখেতৰ সন্তান জন্মৰ সময়ত শিক্ষাদানৰ পৰা বিৰত থাকিবলগীয়া হোৱাত কলেজৰ এই কামফেৰা গিৰীয়েক ৰমানাথ বৰুৱাই কৰি দিছিল। কিন্তু তেখেতৰ গিৰীয়েকে "হঠাৎ এদিন গৈ দেখে যে মহাবিদ্যালয়ৰ দৈনিক ৰুটিনখন পৰিবৰ্ত্তন কৰা হৈছে আৰু কোনো কথা নজনোৱাকৈ আমাক তাৰ পৰা বিদায় দিয়া হৈছে। পিতাই এই কথা জানি বৰ বেজাৰ পায় যদিও মহাবিদ্যালয়ৰ স্বাৰ্থত তেখেতে এই কথা কোনো দিনে কাৰো আগত প্ৰকাশ নকৰিলে।" ( আলোচনী, পৃঃ ২০ )

ভেলামাৰীত তেখেতৰ নামৰ প্ৰাথমিক স্কুলখনৰ বিষয়ত আমাৰ প্ৰাপ্ত তথ্য আৰু বাতৰি যথোপযুক্ত নহয়। ভেলামাৰীত পূৰ্বতে কোনো প্ৰাথমিক বিদ্যালয় আছিলনে? সেই বিদ্যালয়ৰেই নতুন ৰূপ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰাথমিক বিদ্যালয় নেকি? এয়ে হলে চৌধুৰীৰ যিটি ৰূপ আমি পাম, ভেলামাৰীত যদিহে তেখেতে নতুনকৈ এটি স্কুল স্থাপন কৰিলে ৰাইজৰ অভাৱলৈ লক্ষ্য ৰাখি, তেন্তে চৌধুৰীৰ আমি তাতকৈ এটি মহত্তৰ ৰূপ পাম। আকৌ স্কুলটোৰ নাম মহেন্দ্ৰ নাৰায়ণ চৌধুৰী প্ৰাথমিক বিদ্যালয় কোনে দিলে? ইয়াৰ উত্তৰেও চৌধুৰীৰ ৰূপৰ হেৰ্‌ফেৰ্ কৰিব। শশিভূষণ চৌধুৰীৰ প্ৰবন্ধৰ পৰা ভেলামাৰীত পূৰ্বতে স্কুল থকা যেন নালাগে আৰু নিজৰ ইচ্ছামতে চৌধুৰীয়ে সেই স্কুল পতা বুলি বুজা যায়। তেখেতে লিখিছে,—"বাক্সা অঞ্চলৰ ভেলামাৰী গাৱঁত থকা জমি স্থানীয় লোকৰ ওচৰত বিক্ৰি কৰি দি বিক্ৰিলব্ধ ধনৰ লগতে কিছু ধন যোগ দি সেই গাৱঁতে…এটা পকী ঘৰ নিৰ্মাণ কৰি এখন বিদ্যালয় প্ৰতিষ্ঠা কৰি দিছে।" ( অভিনন্দন গ্ৰন্থ, পৃঃ ৩ ) সেই স্কুলৰ নামকৰণ কেনেকৈ হ'ল সেই বিষয়ে তেখেত নিমাত। এই বিষয়ে বসন্ত কুমাৰ ভট্টাচাৰ্যই মাত্ৰ জানি এই নাম ভেলামাৰী গাৱঁৰ মানুহে কৃতজ্ঞতাৰ চিন হিচাবেই দিয়া বুলি কৈছে

যদিও স্কুলখনো এখেতে আকৌ গাৱঁৰ মানুহৰ অনুৰোধতহে পতা বুলি কলে। (অভিনন্দন গ্রন্থ, পৃঃ ৪৮) তেন্তে কোনটো শুদ্ধ? শশি চৌধুৰীদেৱে সংক্ষিপ্তভাৱে আৰু সৰলতাৰে কথাবোৰ কবলৈ যাওঁতে কেতিয়াবা লাগিতিয়াল তথ্য বা সত্যও ঢাক খাই যায় বা বিকৃত হয়। এনে বিপদৰ প্রতি তেখেত যেন সজাগ নহয়। বসন্ত কুমাৰ ভট্টাচাৰ্যই প্রতিটো ঘটনা বা কাৰ্যৰ আঁতি-গুৰি আনহাতে যথাযথ ৰূপত দিবলৈ চেষ্টা কৰে। এনে স্থলত, ভট্টাচাৰ্যৰ খবৰেই আমি প্রকৃত সত্য বুলি গ্রহণ কৰিলোঁহেঁতেন। কিন্তু দ্বিৰাজ তালুকদাৰে আকৌ আমাক জনালে—"চৰকাৰে চিলিং এক্ট প্রৱৰ্তন কৰাৰ আগে আগে তেখেতে উদ্ধৃত্ত মাটিখিনি বিক্রি কৰি দিছিল। ....এনেদৰে চৌধুৰীদেৱে নলবাৰী চহৰ আৰু ভেলামাৰী গাৱঁৰ মাটি বিক্রি কৰি দিছিল। (অভিনন্দন গ্রন্থ, পৃঃ ৫৬) তালুকদাৰে দিয়া এই খবৰৰ পৰা দেখা যায়, ভেলামাৰীৰ মাটি বিক্রি কৰিছিল তাত স্কুল পতাৰ বাবে নহয় , সেই মাটি চিলিং এক্ট অনুসৰি বিনা পইচাই এৰি দিবলগীয়া হোৱাৰ ভয়তহে । তালুকদাৰৰ কথা সঁচা হলে ভেলামাৰীত স্কুল পতা কাম ভেলামাৰীৰ ৰাইজৰ ভালপোৱা বা তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ কৰাৰ আগ্রহৰ পৰিচয় চৌধুৰীৰ নহবও পাৰে।

এনে সীমাবদ্ধতা আৰু অসম্পূৰ্ণতা সত্ত্বেও আমাৰ এই আলোচিত গ্রন্থ আৰু আলোচনী তিনিখন কিন্তু মহেন্দ্র নাৰায়ণ চৌধুৰীৰ জীৱন, ব্যক্তিত্ব, চৰিত্র আৰু মানসিকতাত এক নিবিড় পৰিচয়ৰ বাবে অতি উপাদেয় গ্রন্থ-আলোচনী বুলি কবই লাগিব। চৌধুৰীক তেখেতৰ প্রকৃত ৰূপত তেখেতৰ স্থান আৰু কালৰ পটভূমিত নিৰ্ভুলভাৱে উপস্থাপিত কৰি তেখেতৰ এক নিৰপেক্ষ, বস্তুনিষ্ঠ আৰু সম্পূৰ্ণ পৰিচয় দিবলৈ কোনো যোগ্য লোক এখন জীৱনী ৰচনাৰ বাবে আগবাঢ়ি আহিলে তেনে সম্ভাব্য জীৱনীকাৰৰ এই তিনি গ্রন্থ আৰু আলোচনী হ'ব প্রাথমিক অথচ মূল্যবান আৰু অপৰিহাৰ্য সমল। এই তিনি গ্রন্থ-আলোচনীত চৌধুৰীৰ জীৱন আৰু মানসিকতাৰ বিষয়ত বৈ যোৱা ফাঁকবোৰ পূৰাবলৈ আৰু পূৰাই তাতকৈ ওপৰলৈ যাবলৈ, অধিক

তথ্য সংগ্ৰহ, নিৰ্বাচন আৰু নিৰীক্ষণ (Selection Scrutiny) কৰি উলিওৱাৰ উপৰিও এনে জীৱনীকাৰে নিৰ্ভৰযোগ্যতাৰ খাটিৰত আৰু এক কাম কৰিব লাগিব। চৌধুৰীৰ প্ৰতি সম্ভাৱসম্পন্ন, তেখেতৰ লগত ঘনিষ্ঠ আৰু তেখেতৰ আত্মীয় বা আপোনলোকৰ খবৰ, তথ্য আৰু মতামত সংগ্ৰহ কৰাৰ উপৰিও তেখেতক জনা, তেখেতক দূৰে দূৰে পৰ্যবেক্ষণ কৰা, তেখেতক বিৰূপ সমালোচনা কৰা, আনকি তেখেতৰ লগত প্ৰতিদ্বন্দ্বিতা কৰা বা শত্ৰুতা কৰা লোকসকলকো লগ ধৰি তেওঁলোকৰ চৌধুৰী আৰু তেখেতৰ কৰ্মাৱলী তথা চৰিত্ৰ সম্পৰ্কে মতামত সংগ্ৰহ কৰিব লাগিব। এনে মতামত সংগ্ৰহৰ পিছত তাক ভালদৰে নিৰীক্ষণ কৰি তাৰে কিমানখিনি গ্ৰহণযোগ্য তাক বিশ্লেষণ কৰি উলিয়াই চৌধুৰীৰ স্বৰূপ নিৰ্মোহভাৱে নিৰ্ণয় কৰিব লাগিব।

কিন্তু সেই কাম হৈ নুঠালৈকে (কেইজন অসমীয়া মানুহৰ বিষয়েনো দৰাচলতে এনে জীৱনী আমাৰ ওলাইছে?) এই তিনিখন গ্ৰন্থ-আলোচনীৰ মূল্যবান সমলখিনিয়েও মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ এটা ৰূপ আমাৰ আগত জীৱন্ত কৰি তুলিছে। সেই ৰূপ এক গুণী ব্যক্তিত্বৰ অধিকাৰী, এখন দৰদী অন্তৰ আৰু এক আদৰ্শ চৰিত্ৰ আৰু মানসিকতাৰ অধিকাৰী এগৰাকী বিত্তবান অথচ শিক্ষাপ্ৰাণ লোকৰ। সেই ৰূপ এজন লোকৰ, যিয়ে "কামৰূপ সঞ্জীৱনী সভা"ই তেখেতক 'দানাৰ্ণৱ' উপাধি দিবলৈ ইচ্ছা কৰাত তাক বিনম্ৰভাৱে প্ৰত্যাখ্যান কৰে। কিন্তু সেই অনুষ্ঠানটোৱে তেখেতক 'শিক্ষা সেৱক' উপাধি প্ৰদান কৰাত তাক আনন্দমনে গ্ৰহণ কৰে।" (নিৰদা চৌধুৰী বৰুৱাৰ প্ৰবন্ধ, আলোচনী, পৃঃ ২০)। ধনবান হৈয়ো ধন-ঐশ্বৰ্যক খোলাকুটিৰ দৰে জ্ঞান কৰা, অল্পশিক্ষিত হৈয়ো শিক্ষাপ্ৰাণ এনে এগৰাকী লোকক মোৰ নিজৰ অঞ্চলৰ আৰু মোৰ নিজৰ জীৱনকালৰে হোৱা সত্ত্বেও জীৱিত অৱস্থাত এদিন লগ নাপালোঁ—কিতাপ আৰু আলোচনী তিনিখন পঢ়াৰ পিছত সেই লৈয়েই হৈছে মোৰ খেদ। কিতাপ আৰু আলোচনী তিনিখনৰ প্ৰভাৱিকা শক্তিয়ে এই কথাই আঙুলিয়ায়।

# স্বাৱলম্বন ঃ চৌধুৰীৰ চিন্তাৰ প্ৰাসংগিকতা

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী নলবাৰী অঞ্চলৰ এটি পৰিচিত নাম। তেখেতৰ সান্নিধ্যলৈ আহি তেখেতক জনাৰ বা বুজাৰ সুযোগ পোৱা নাছিলোঁ। নলবাৰী চহৰৰ মাজত ঘূৰোঁতে প্ৰায়েই তেখেতে স্থাপন কৰা "বালিকা বিদ্যালয়" আৰু "বালিকা মহাবিদ্যালয়" দুখন দেখি তেখেতৰ প্ৰতি অসীম শ্ৰদ্ধা উপজিছিল। সমাজৰ দুৰ্বল অংশৰ প্ৰতি থকা তেখেতৰ দায়বদ্ধতাৰ কথা চৌধুৰীয়ে কামেৰে প্ৰমাণ কৰি থৈ গৈছে। অতি সৰু পৰিয়ালত জন্মগ্ৰহণ কৰিও তেখেতে নলবাৰী অঞ্চলৰ এগৰাকী বিশিষ্ট ব্যৱসায়ীৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। কষ্টোপাৰ্জিত ধনেৰেই স্ত্ৰী-শিক্ষাৰ বাবে যিখিনি বৰঙণি যোগাই গ'ল—সেয়াই সমাজৰ দুৰ্বল শ্ৰেণীৰ হকে সংগ্ৰাম কৰাসকলৰ বাবে এক প্ৰেৰণাৰ উৎস হিচাপে ৰ'ব। ব্যৱসায়ী হলেও চৌধুৰী আছিল ব্যৱসায়ী গোষ্ঠীৰ "এক কক্ষচ্যুত তৰা"। তেখেতৰ উদ্যম আৰু কৰ্মৰাজিৰ মাজতে নিহিত আছিল তেখেতৰ উদাৰতা আৰু আধুনিক মানৱতাবাদী প্ৰতিভা।

চৌধুৰী—দেশৰ, সমাজৰ পৰা বিচ্ছিন্ন এক ধনলিপ্সু ব্যৱসায়ী নাছিল। তেখেতৰ দেশপ্ৰেম—তেখেতে সময়ে সময়ে ৰচনা কৰা ৰচনাৱলীৰ মাজেৰে ফুটি ওলাইছে। তেখেতে অসমৰ ৰাইজ বিশেষকৈ ডেকা-গাভৰুৰ কামৰ প্ৰতি অনীহা দেখি অধৈৰ্য হৈ পৰিছিল। অসমৰ খাদ্য-সংকটৰ এটি কাৰণ আমাৰ শ্ৰম-বিমুখিতা বুলি তেখেতে আক্ষেপ কৰিছে। আমাৰ দেশৰ "উচ্চ শ্ৰেণী"য়ে স্বাধীনতাৰ পূৰ্বৰে পৰা বিলাসী হৈ অলস জীৱন-যাপন কৰি 'সকলো প্ৰকাৰৰ শাৰীৰিক শ্ৰমৰ পৰা বিৰত হয়।' "সেই উচ্চ শ্ৰেণীক অনুকৰণ কৰি শিক্ষিত, মধ্যবিত্ত আৰু অৱস্থাপন্ন লোকসকলেও কায়িক শ্ৰমৰ প্ৰতি বিমুখ হৈছে। এইবোৰ দেখি দেখি অৰ্দ্ধশিক্ষিত আনকি খেতিয়কৰ ল'ৰা, নিম্ন প্ৰাইমাৰী স্কুল পাছ কৰি ইংৰাজী স্কুলত নাম লগোৱা ছাত্ৰসকলেও শাৰীৰিক পৰিশ্ৰম ত্যাগ কৰি ভদ্ৰলোক জাতিৰ অন্তৰ্ভুক্ত হৈছে। (সম্পূৰ্ণ

ৰচনাৱলী, পৃঃ ৫৩ )।" ভাৰতীয় সমাজত প্ৰচলিত চতুৰ্বৰ্ণই কালক্ৰমত দুটা জাতিৰ ("ভদ্ৰলোক জাতি" আৰু "কৃষক" বা "শ্ৰমিক জাতি") জন্ম দিয়া বুলি চৌধুৰী এক সিদ্ধান্তত উপনীত হৈছে। আধুনিক শিক্ষাই "শ্ৰমিক শ্ৰেণীৰ বিশেষকৈ খেতিয়ক শ্ৰেণীৰ সংখ্যা হ্ৰাস" কৰা বুলিও তেখেতে ভাবিছিল। আধুনিক শিক্ষাৰ পোহৰে জাতীয় চেতনা জাগ্ৰত কৰিলেও আমাৰ দেশত এক নগৰকেন্দ্ৰিক জাতীয় সংস্কৃতি গঢ়ি উঠিছিল বৃটিছ আমোলত। "বৃটিছ ৰাজৰ কৰ্মত নিযুক্ত কেৰাণী, আইনজীৱি, শিক্ষক আৰু অন্যান্য চাকৰিজীৱি কৰ্মচাৰীসকল এই সংস্কৃতিৰ নব্যধাৰক আৰু লগে লগে উপজীৱ্যও।"[১] প্ৰকৃততে এই সংস্কৃতি বৰ্তি থকা বাবেই "অৰ্দ্ধশিক্ষিত ল'ৰাবোৰে কৃষি, শিল্প আদি কঠোৰ কৰ্মৰ চিন্তা সম্পূৰ্ণ ত্যাগ কৰি চকীত বহা চাকৰিৰ অনুপযুক্ত হলেও তুলত বহিব পৰা পিয়ন, চকীদাৰ, চাপ্ৰাচী আদি চাকৰিৰ অনুসন্ধানত ঘূৰি ফুৰে আৰু ঘৰত ভদীয়া আৰু ভোদায়ে উপাৰ্জ্জন কৰা চাউলমুঠি খাই অন্ত কৰে ( সম্পূৰ্ণ ৰচনাৱলী, পৃঃ ৫৪ )।" চৌধুৰীয়ে অসমীয়া ডেকা-গাভৰুৰ অকৰ্মণ্যতাৰ বাবেই অসমৰ অৰ্থনীতি ভাগি পৰা বুলি আক্ষেপ কৰিছে। সহজ, সৰল-চিতীয়া চৌধুৰীয়ে চৰকাৰৰ অকৰ্মণ্যতাক দোষাৰোপ কৰিছে আৰু বাৰে বাৰে দেশৰ উঠি অহা চামক শ্ৰম বিমুখতা ত্যাগ কৰি কঠোৰ পৰিশ্ৰমৰ বাবে আগবাঢ়ি আহিবলৈ আহ্বান জনাইছে।

স্বাধীন ভাৰতে মানুহৰ মৌলিক সমস্যাসমূহৰ অন্ন-বস্ত্ৰ, স্বাস্থ্যৰ সমস্যাসমূহৰ সমাধান কৰিব নোৱাৰি সাম্ৰাজ্যবাদী ৰাষ্ট্ৰসমূহৰ পৰা ঋণ লোৱাত চৌধুৰীয়ে অতিষ্ঠ হৈ লিখিছিল—"আজি আমাৰ দেশে ৰাজনৈতিক স্বাধীনতা লাভ কৰিছে যদিও অৰ্থনৈতিক স্বাধীনতা এতিয়াও আকাশ-কুসুম হৈয়ে আছে। স্বাধীনতা লাভৰ বাইশ বছৰৰ পিছতো আমাৰ দেশ অৰ্থ, বস্ত্ৰ, খাদ্য, বিলাস সামগ্ৰী আদিৰ কাৰণে পৰনিৰ্ভৰশীল ( সম্পূৰ্ণ ৰচনাৱলী, পৃঃ ৮৮ )।" ভাৰতে যে অৰ্থনৈতিক স্বাধীনতা

---

১ Dr. S. K. Sen, "Economic Transition in Bengal", in Renascent Bengal, P.P. 23-24

লাভ কৰা নাই, সেয়া আজি স্বাধীনতাৰ ৪৩ বছৰৰ পাছতো একে সত্য হৈ আছে। বৰং বিশ্ব মুদ্ৰাকোষ (IMF) আৰু বিশ্ববেংকৰ ওচৰত সাৰ্বভৌমত্ব বন্ধকত থৈও আমি ঋণ লব ধৰিছোঁ। এই অৱস্থাত চৌধুৰী নিশ্চয় অধৈৰ্য হৈ পৰিলেহেঁতেন। “চিন্তাশীল লোকসকলে অনুমান কৰে যে উন্নত সাম্ৰাজ্যবাদী দেশবোৰে নতুনকৈ ৰাজনৈতিক স্বাধীনতা লাভ কৰা অনুন্নত দেশবোৰক অভিসন্ধি কৰি সাহায্যৰ লোভ দেখুৱাই সেই অনুন্নত দেশবোৰক সুদূৰ ভৱিষ্যতলৈ বিভ্ৰান্ত কৰি অৰ্থনৈতিকভাৱে পৰাধীন আৰু সকলো ক্ষেত্ৰতে পৰনিৰ্ভৰশীল কৰি ৰাখি কেৱল অনুগামী কৰি ৰখাৰ ব্যৱস্থা কৰিছে (সম্পূৰ্ণ ৰচনাৱলী, পৃঃ ৮৮)।” আমাৰ দেশৰ অৰ্থনীতি গঢ়ি তোলা হৈছে বিশ্ব মুদ্ৰাকোষ আৰু বিশ্ববেংকৰ নিৰ্দেশত। বৃটিছৰ শাসনতেই দেশীয় শিল্প, কুটীৰ শিল্প মুজুৰা পৰি গৈছিল। নেহেৰুৰ আমোলত শিল্প-উদ্যোগৰ যি বিকাশ ঘটিছিল এতিয়া বিদেশী বহুজাতিক সংস্থাবোৰক মুক্ত উদাৰনীতিৰ নামত পুনৰ লুণ্ঠনৰ সুযোগ দিয়াৰ ফলত তাতো প্ৰৱল প্ৰতিদ্বন্দ্বিতা চলিব আৰু দেশৰ শিল্প-উদ্যোগে প্ৰচণ্ড মাৰ খাব। দেশৰ অৰ্থনীতি স্ব-নিৰ্ভৰশীল কৰি তুলিব নোৱাৰিলে আমাৰ দেশ স্বাৱলম্বী হোৱাৰ কল্পনাও অলীক হৈ ৰ'ব। চৌধুৰী এগৰাকী নিভাঁজ দেশপ্ৰেমিক আছিল। জনসাধাৰণৰ দুখ-দুৰ্গতি নিৰসনৰ বাবে হাতে-কামে লাগি যোৱা বিধৰ মানুহ আছিল চৌধুৰী। আজিৰ ডেকা-গাভৰুৱে কষ্ট নকৰে এই কথাও সত্য নহয়। কিন্তু যি চামে কষ্ট নকৰি সহজলভ্য ধনৰ আশাত মায়ামৃগ খেদি ফুৰিছে, সেইচামৰ প্ৰতি চৌধুৰীৰ উপদেশ নিশ্চয় কামত আহিব। চৰকাৰে উপযুক্ত আঁচনি দাঙি ধৰিলেহে যুৱশক্তি কামৰ প্ৰতি আকৰ্ষিত হ'ব আৰু যুৱশক্তিয়ে নিজৰ শক্তিৰ পূৰ্ণ ব্যৱহাৰ কৰি দেশক স্বাৱলম্বী কৰি তুলিব পাৰিব। “স্বাৱলম্বন— ব্যক্তি আৰু জাতিৰ বিকাশৰ মূলমন্ত্ৰ, মহাশক্তি।”

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৰচনাৰাজিৰ ভাষাৰ বৈশিষ্ট্য

চৌধুৰীদেৱৰ প্ৰকাশিত মৌলিক ৰচনাৰ কিতাপ তিনিখন (১) বোবাৰ মৰ্মবেদনা (১৯৬০ চন), (২) আমাৰ খাদ্য সংকট (১৯৬৩ চন) আৰু বিচাৰ (১৯৭১ চন)। ইয়াৰ উপৰিও অ'ত ত'ত সিঁচৰিত হৈ থকা কেইটামান প্ৰকাশিত লেখাও আছে। সেইবোৰৰ ভিতৰত 'কবিতা,' 'জীৱনী', 'গল্পৰ নমুনা', 'চিঠিপত্ৰৰ নমুনা' আৰু 'ব্যঙ্গাত্মক ৰচনা'। তেখেতে মাত্ৰ এটা গল্প লিখিছিল ('অনুতাপ')। এই গল্প-টোৰে তেখেতে গল্পকাৰ হিচাবে প্ৰতিষ্ঠা লাভ কৰিছে বুলি ক'ব পৰা যায়। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱে অধিক সংখ্যক গ্ৰন্থ প্ৰণয়ন কৰি আমাৰ ভাষা-সাহিত্যৰ ভঁড়াল চহকী কৰা বুলি কব নোৱাৰি; তেখেতৰ ৰচনাৰ মাজেদি কোনো ৰচনা ৰীতি বা গদ্যশৈলীয়ে স্থায়ীভাবে ৰূপ নললেও নিৰপেক্ষভাৱে বিচাৰ কৰি চালে এইটো অনুভূত হয় যে তেখেতৰ সাহিত্য-কৰ্মৰ এক স্থায়ী মূল্য তথা ভাষাগত বৈশিষ্ট্য ৰক্ষা হৈছে আৰু থাকিবও। তেখেতৰ ৰচনাসমূহ বিচাৰ কৰি চালে তেখেতক নিবন্ধকাৰ বোলাই সমীচিন হ'ব বুলি মনে ধৰে। চৌধুৰীদেৱে এটি অধ্যয়নপুষ্ট মনেৰে তেখেতৰ ৰচনাত হাত বুলাইছিল আৰু নিজে উপলব্ধি কৰা সত্যক অবিকৃত আৰু যুক্তিৰ ভেঁটিত দাণ্ডি ধৰিব পাৰিছিল। তেখেত মূলতঃ ব্যৱসায়ী হলেও সংঘাতপূৰ্ণ জীৱনৰ অভিজ্ঞতা আৰু মননশীলতাৰ দ্বাৰাই ৰচনাৰাজিৰ মাজেদি এটি নিজস্ব ৰীতিৰ সৃষ্টি কৰিবলৈ অহোপুৰুষাৰ্থ কৰি কৃতকাৰ্য হ'ব পাৰিছিল। চৌধুৰীদেৱৰ ৰচনাৰাজিৰ মাজত এটি সুন্দৰ ক্ৰম পৰিলক্ষিত হয়, কিয়নো আগৰ ৰচনাতকৈ পিছৰ ৰচনাৰ ভাষা অধিক উন্নত, সহজ-সৰল নিখুঁত হৈছে। ৰচনাৰাজিৰ প্ৰকাশভঙ্গী যেছি নিখুঁত হোৱা বাবে ই পাঠকৰ বাবে উপাদেয় আৰু মনোগ্ৰাহী হৈছে। তেখেতৰ আলোচনাত্মক গ্ৰন্থ "বোবাৰ

মৰ্ম বেদনা" ১৯৬০ চনৰ "ৰাজ্যিক ভাষা আন্দোলন"ৰ পটভূমিত ৰচিত। সেই সময়ত বহুতো গুণী-মানী লেখকে তেওঁলোকৰ কাপেৰে গোটেই অসম ৰাজ্যত খলকনিৰ সৃষ্টি কৰিছিল। কিন্তু ব্যতিক্ৰম আছিল মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, তেখেতে ৰচনাৰাজিৰ ভাষাৰ মাজেদি অধিক সংযম অথচ উদাৰ মনোভাব, বাস্তৱ দৃষ্টিভঙ্গী গ্ৰহণ কৰিছিল। সেই সময়ত অসমীয়া ভাষা প্ৰচাৰৰ বিৰুদ্ধে যিসকলে মাত মাতিছিল সেইসকলৰ উত্তৰ চৌধুৰীদেৱে দিছিল সংযত—সহজ-সৰল শব্দচয়নেৰে, "কুইনাইন বেছিকৈ ব্যৱহাৰ কৰিলে যেনেকৈ মেলেৰীয়া বীজ ধ্বংস হোৱাৰ উপৰিও শৰীৰৰ শক্তি নষ্ট কৰে, সেইদৰে আমাৰ ভিতৰত তিতা কথাৰ প্ৰয়োগ অতিৰিক্ত হলে তাৰ পৰা বিভেদৰ সৃষ্টি হৈ আমাৰ ভাৰতীয় দেহ ক্ষত-বিক্ষত হৈ জৰ্জৰিত হ'ব পাৰে।" (সম্পূৰ্ণ ৰচনাৱলী, পৃঃ ৪০)।

চৌধুৰীদেৱৰ ভাষাৰ প্ৰকাশভঙ্গীৰে অন্য এটা দিশ হৈছে যে তেখেতে উপলব্ধি কৰা সত্য যুক্তিৰ ভেটিত প্ৰতিপন্ন কৰাৰ সাহসো প্ৰৱলভাবে দেখুৱাব পাৰিছে—"পাকিস্তানৰ পৰা অসমলৈ অহা বঙালীসকলৰ অসমত "অসমীয়া" ৰাজ্যিক ভাষা হোৱাত যদি অসুবিধা হয়, তেনেহলে কছাৰী ৰজাৰ ৰাজ্য কাছাৰ জিলাত থকা আদি অসমীয়াসকলৰ বঙালী ৰাজ্যিক ভাষা হলে অসুবিধা নহবনে?" (স. ৰ. পৃঃ ২৪)।

চুটি বাক্য, সহজ সৰল শব্দচয়নে চৌধুৰীদেৱৰ নিজস্ব ৰীতিকে সূচায়; তেখেতে বঢ়িয়াকৈ বুজে যে—"তিতা কথাৰ প্ৰয়োগ অতিৰিক্ত হলে তাৰ পৰা বিভেদ সৃষ্টি হৈ আমাৰ ভাৰতীয় দেহ ক্ষত-বিক্ষত হৈ জৰ্জৰিত হ'ব পাৰে।" (বোবাৰ মৰ্মবেদনা, পৃঃ ৪০)। চৌধুৰীদেৱে ঘৰুৱা নিভাঁজ অসমীয়া ঠাঁচ ব্যৱহাৰ কৰি ভাষাৰ ক্ষেত্ৰত নিজৰ দখলৰ নিদৰ্শন দাঙি ধৰাৰ উমান পোৱা যায় তেখেতৰ ১৯৬৩ চনতে ভাৰতৰ এই দুখ লগা বৈদেশিক ঋণৰ বিষয়ে লিখা লেখা এটিৰ মাজেৰে—"খাৰৰো এটা সীমা আছে আৰু আমি সেই খাৰ সুতে-মূলে পো-নাতিৰ দিনলৈ

পৰিশোধ কৰিবই লাগিব। আমি যিমানেই ডাঙৰ কথা কৈ আত্মতৃপ্তি লাভ নকৰোঁহক, মহাজনৰ ওচৰত ধৰুৱা নীতিগতভাৱে অবনত হ'বই লাগিব।" (স. ৰ. পৃঃ ৪৪)। চৌধুৰীদেৱৰ ৰচনাৰ ভাষা সহজ-সৰল যদিও ইয়াৰ প্ৰকাশভঙ্গী মন কৰিবলগীয়াকৈ ব্যঙ্গাত্মক। তেখেতে ৰচনাৰ মাজেদি সাধাৰণ শ্ৰমজীৱি মানুহৰ জীৱনৰ ওপৰত ব্যঙ্গাত্মক দৃষ্টিৰে অৱলোকন কৰা নাই ; ব্যঙ্গাত্মক ভাব প্ৰয়োগ কৰিছে "বাহিৰে ৰং-চং ভিতৰে কোৱা ভাতুৰী" সদৃশ লোকৰ ক্ষেত্ৰতহে।

চৌধুৰীদেৱৰ ৰচনাৰাজিৰ বিভিন্ন ঠাইত ৰূপকধৰ্মী বৰ্ণনাৰ চিত্ৰই ভাষা আয়োগৰ অন্য এটি দিশ পোহৰাই তুলিছে। এই ৰূপক ধৰ্মী বৰ্ণনাই তেখেতৰ গভীৰ মননশীলতাৰ পৰিচয় দিয়ে—"চাৰিওফালে শাৰী পাতি থকা নাৰিকল আৰু খেজুৰৰ পাতবোৰে মৃদু সমীৰণৰ পৰশ পাই যেন আনন্দত আত্মহাৰা হৈ নৰ্তকীৰ দৰে লয়লাসে নাচিবহে ধৰিছে।" (দুৱাৰ বন্ধ—স. ৰ পৃঃ ৮৫) এটি কাহিনীৰ সৃষ্টি কৰি অসমীয়া মানুহৰ দুৰ্বলতা ক'ত তেখেতে আঙুলিয়াই দিছে। তেখেতে তেল নগৰী ডিগবৈ চাবলৈ গৈ ঘড়ীৰ কাঁটাৰ লগত চলা তেল চহৰত ঘড়ীৰ পাচে পাচে যোৱা অসমীয়া ডেকা দুজনমানক দেখি অসমীয়াৰ অনুন্নত অৱস্থাটোৰ কাৰণ ফট্-ফটীয়াকৈ দেখিছিল—এনে কলাত্মক প্ৰকাশৰ (artistic style) চেষ্টাও চৌধুৰীদেৱে কৰিবলৈ প্ৰচেষ্টা চলাইছে। চৌধুৰীদেৱে তেখেতৰ ৰচনাৰ ভিন ভিন ঠাইত বচা বচা বিবিধ ধৰণৰ নিখুঁত অৰ্থযুক্ত খণ্ডবাক্য, বাক্যাংশ প্ৰয়োগ কৰি চিত্ৰকল্পৰ ইঙ্গিত দিছে। সেইবোৰৰ ভিতৰত মৃদু সমীৰণ, লয়লাসে নচা, মাটিয়া তেল, উপবাসী জীৱন-যাপন, মুঠিয়ে মুঠিয়ে সোণ বোটালা, বিলাস নিদ্ৰা, কাণ গধুৰ কৰা, সেন্দুৰীয়া আকাশ, উদয়াচলৰ ঢাকণি, সোণালি কিৰণ, মানস চকু, ৰত্নপ্ৰসু অসম, দুৱাৰ বন্ধ, লাবণ্যময়ী নাৰী, উৰুখা পঁজা, নিৰ্বাচক মণ্ডলীৰ কৰৰ ভাৰ, আঁউসী নিশাৰ ঘোপ্‌মৰা অন্ধকাৰ, হাবিয়নী মাটি, আমোদৰ বাণী, হাতনি পেৰা, এন্ধুমতি মৰা, সোণ প্ৰসৱিনী অসম, ভুকীয়া পেটে গুৰু-গোসাঁই নমনা, অনতি বিদূৰ, অবোধৰ বাণিজ্য, গন্ধৰ লাক।

শব্দচয়নৰ ক্ষেত্ৰটো চৌধুৰীদেৱে সহজ-সৰল কথিত ঠাঁচ্ সংযতভাৱে ব্যৱহাৰ কৰি এটি স্বকীয় ৰীতি অৱলম্বন কৰা বুলি মনে ধৰে। এই শব্দবোৰত দুটা ধাৰা দেখা যায়। এটা হৈছে ধৰ্মীয় আৰু আনটো হৈছে পৰম্পৰাগত। সেই শব্দবোৰৰ নমুনা এনেধৰণৰ—দস্তুৰ, ধাৰ-ধুপাৰ, এঘুমতি, আস্থৰি, বিৰিৰিং, মাতঙ্গ, পদযুগল, পশুজ্ঞান, অভাজন, আৰ্তক, পশিল, হামকুৰি, কুশাঙ্কুৰ, দীনমণি, অঙ্কলা, সজ্জন, পঞ্চত্ব, বিহৰি, সন্তবাণী, শ্ৰমবিমুখ, দেহামৰা, ভুকীয়া পেট, মোল, হৃষ্টচিত্ত, চেঙালুটি, বুন্দমাৰ আৰু জেউৰ ধৰা, পিপৰা আদি।

চৌধুৰীদেৱে ভাষা-সাহিত্য, সংস্কৃতি, শিক্ষা, খাদ্য সমস্যা, বানপানী, মথাউৰি, বৈদেশিক ঋণ, ৰাষ্ট্ৰীয় সংহতি, জীৱনী আদি বিষয়ৰ উপৰিও অস্পৃশ্যতা, শুদ্ধাচাৰ, শিশুৰ চৰিত্ৰ গঠন আদি বিষয়ৰ ওপৰত নিজস্ব দৃষ্টিৰে সংযতভাৱে সমালোচনাত্মক বিশ্লেষণ দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে। তেখেতৰ অধিকাংশ ৰচনাই সমালোচনাত্মক অথচ সৃষ্টিশীলও। তেখেতৰ সহজ-সৰল ভাষা অথচ গভীৰ নিষ্ঠাৰে বৰ্ণিত কথাই পঢ়ুৱৈৰ মনত সহজে আলোকপাত কৰিব পাৰিছে। তেখেতৰ বচনভঙ্গী প্ৰায়ে ব্যাঙ্গাত্মক—"কংগ্ৰেছ চৰকাৰে প্ৰতিষ্ঠা কৰিব খোজা সমাজবাদৰ ধ্বনি ভদোৰামে অভিনয় মঞ্চত মহাবীৰ ভীমসেনৰ ভাও লৈ বীৰদৰ্প কৰাৰ দৰে অন্তঃসাৰশূন্যহে।" "মহাত্মাৰ বাণী সত্য, প্ৰেম, অহিংসা, সমাজবাদ আদি ভোট যুদ্ধত জয়লাভ কৰাৰ অস্ত্ৰত বাহিৰে যেন আন একোৱেই নহয়" (স. ৰ. পৃঃ ২৭৭)।

জতুৱা ঠাঁচৰ সফল প্ৰয়োগ কৰি চৌধুৰীদেৱে নিজৰ ৰচনা সম্ভাৰক প্ৰাণৱন্ত কৰি তুলিছে। উদাহৰণস্বৰূপে কেইটিমানৰ নমুনা এনেধৰণৰ —'নাটন দিনত টেণ্টন বুদ্ধি,' 'বিপদত ধৈৰ্যই ওষধি,' 'কাঁহ পৰি জীণ যোৱা', 'ভূত খেদিবলৈ ব্যৱহাৰ কৰা সৰিয়হতেই ভূতে বাঁহ লোৱা' আদি।

উন্নতমানৰ গদ্যৰ চানেকি চৌধুৰীদেৱে তেখেতৰ লেখাত ব্যৱহাৰ কৰি পাঠকৰ মন মুহিবলৈ সক্ষম হৈছে—(১) "প্ৰতিধ্বনিয়ে সুধিছে

যে তেওঁলোকে এই বিষয়ে পুনৰ বিবেচনা কৰা উচিত হ'ব।" (২) "দেশৰ এই আঁউসী নিশাৰ ঘোপমৰা অন্ধকাৰৰ মাজত পোহৰৰ বন্তি জ্বলাবলৈ বিধায়কসকল আগবাঢ়ি আহিব।" (স ৰ. পৃঃ ২৭৮) (৩) "আনৰ মিঠা কথাত ভোল গৈ কাৰো লগত অতি মিত্ৰ নহ'বা" (স. ৰ. পৃঃ ২৮৩)। (৪) "সেই পাপবৃক্ষৰ বিষময় ফল আজিহে ফলিব : মৰণ কালত পিপ্‌ৰাৰ পাখি গজি আকাশলৈ উৰাব খোজে, কিন্তু সিহঁত চৰাই-চিৰ্‌কতিৰ পেটলৈহে যায়" (স. ৰ. পৃঃ ১৫৭)।

প্ৰবন্ধকাৰ হিচাবে চৌধুৰীদেৱ সফল হৈছিল বুলি স্বীকাৰ কৰিব লাগিব। তেখেতৰ কবিতাৰ ৰচনাৰ কাল আছিল সত্তৰৰ দশক। তেখেতৰ কবিতাবোৰৰ মাজেৰে পৌৰাণিক কবিতাৰ প্ৰভাৱ অনুৰণিত হৈ থকা বুলি কব পৰা যায়। তেখেতৰ কবিতাত অন্ত্যমিলযুক্ত মিত্ৰাক্ষৰী ছুলড়ী আৰু পয়াৰ ছন্দৰ চানেকি আছে আৰু প্ৰতিটো পদৰ মাজেদি প্ৰকাশ পাইছে এটি সুবিন্যস্ত শব্দযুক্ত সুস্থভাব আৰু ৰস পদৰ লালিত্য, ভাষাৰ গাম্ভীৰ্য আৰু ভাবৰ প্ৰগাঢ়তা চৌধুৰী-দেৱৰ কবিতাৰ বৈশিষ্ট্য—

অতি ভয়ঙ্কৰ মৃগেন্দ্ৰ তৎপৰ
মনুষ্যৰ ঘ্ৰাণ পাই,
আহে ভীম গতি যেন ৰুদ্ৰ মূৰ্তি
মোৰ প্ৰাণ উৰি যায়।
কেশৰীয়ে খায় আন গতি নাই
নাই ত্ৰাণকৰ্তা লোক,
আৰ্ত ভয়হাৰী ত্ৰাহি ত্ৰাহি হৰি
হৰি ৰক্ষা কৰা মোক। (স. ৰ. পৃঃ ৭৯)

(হৰি ৰক্ষা কৰা মোক)

প্ৰভাতে অৰুণে হাঁহি সোণালী বৰুণ ভাঁহি
পোহৰৰ পণ্যবোৰে পাৰি,
কাচই কিৰণ পায় উঠিছে জক্‌মকায়
আছে তাতে অপৰূপ ধৰি।
যেন নিশাচৰগণে আন্ধাৰে সন্তোষ মনে
ময়ো সেই কুজ্ঞান লভিলোঁ,
চিৰ সত্য শুদ্ধ মত এৰি সজ্জনৰ পথ
তমোময় অৰণ্যে পশিলোঁ। (স. ৰ. পৃঃ ৭৪-৭৫)
(অবোধৰ বাণিজ্য)

চৌধৰীদেৱৰ কবিতাত ব্যৱহৃত প্ৰতীকধৰ্মিতা আৰু কল্পনাপ্ৰৱণতা বিশেষভাৱে মন কৰিবলগীয়া বিধৰ। 'হক যুগমীয়া স্মৃতি', 'মৃগ-তৃষ্ণা', 'কোকিলৰ কুহু ধ্বনি' আদি প্ৰতীকধৰ্মী শব্দৰ ব্যৱহাৰে কাব্যিক অভিব্যঞ্জনাৰ সৃষ্টি কৰিছে তেখেতৰ কবিতাবোৰত। এই ক্ষেত্ৰত প্ৰধানকৈ 'হক যুগমীয়া স্মৃতি' বোলা প্ৰতীকধৰ্মী শব্দটোলৈ মনত পৰে। তেখেতে 'হক যুগমীয়া স্মৃতি' নামৰ কবিতাটোৰ মাজেৰে 'বহু প্ৰান্তবাসী নানা ভাষা-ভাষী' ভাৰতীয় শিশু আৰু চেমনীয়াইতক ভাই বুলি মাতি 'বৰ্ণ-বৈষম্য তথা উচ্চ-নীচ ভেদাভেদ' আঁতৰাই 'সত্য আৰু ত্যাগৰ' বীজমন্ত্ৰেৰে জীৱন ধন্য কৰিবলৈ কল্পনা কৰিছে। 'অনুতাপ', 'ফক্‌ফকীয়া ককাৰ বক্‌বকণি' যি গল্প তেখেতে লিখিছে সেইবোৰৰ ভাষা সহজ-সৰল, শব্দচয়ন সংযত, প্ৰকাশভঙ্গী সাবলীল। ইয়াৰ মাজেদি মানৱ জীৱনৰ বাস্তৱ সত্যৰ বৰ্ণনা, মানুহৰূপী জীৱনৰ ভেদ-ভণ্ডামি ৰূপতো বিশেষকৈ অসমীয়া মানুহৰ শ্ৰমবিমুখতাক ব্যঙ্গাত্মক দৃষ্টিৰে চাইছে।

আনুষ্ঠানিক শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হলেও সৎ, নিষ্ঠাবান চৌধুৰীদেৱে নিজৰ শ্ৰম, অধ্যয়ণপুষ্ট মন আৰু একান্ত সাধনাৰ বলতে ভাষাৰ ক্ষেত্ৰত এনে স্বকীয় ধাৰা প্ৰৱৰ্তন কৰাটো কম উল্লেখনীয় সাফল্য নহয়।

# চৌধুৰীৰ চিন্তাধাৰাত গান্ধীজীৰ প্ৰভাৱ

Gandhiji declared "There is no such thing as 'Gandhism' and I do not leave any sect after me, I do not claim to have originated any new principle or doctrine. I have simply tried in my own way to apply the central truths to our daily life and problems.............

........Truth and non-violence are as old as the hills. All I have done is to try experiments in both on as vast a scale as I could............you will not call it 'Gandhism', there is no 'ism' about it." —[Recent Political Thought by V. D. Mahajan, Page 638]

"গান্ধীবাদ" হিচাবে কোনো নিৰ্দিষ্ট "মতবাদ" নাই। গান্ধীবাদী জীৱনধাৰা অ-নমনীয়, গতানুগতিক নাইবা শেষ সিদ্ধান্ত নহয়। বুদ্ধদেৱ, যীশুখৃষ্ট আৰু আধুনিক লেখকসকলৰ ভিতৰত টলষ্টয়, ৰাস্কিন, থ'ৰো আদিয়ে আগতে কোৱা কথাকে গান্ধীজীয়ে কৈছিল। গান্ধীজীৰ বিশেষত্ব এইখিনিতে যে সত্য আৰু অহিংসা নীতি ব্যক্তিগত জীৱনত প্ৰয়োগ কৰাৰ উপৰিও সামাজিক জীৱনত এই নীতি প্ৰয়োগ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যা সমাধান কৰাতো এই নীতি প্ৰয়োগ কৰিছিল। ৰাজনীতি বিজ্ঞানৰ দৃষ্টিকোণৰ পৰা ভাৰতৰ স্বাধীনতা আন্দোলনক ৩টা পৰ্যায়ত ভাগ কৰে। ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্মলগ্নৰ পৰা ১৮৮৫-১৯০৫ চনলৈ নৰমপন্থী, ১৯০৫-১৯২০ চনলৈ উগ্ৰপন্থী আৰু ১৯২০-১৯৪৭ চনলৈ গান্ধীয়ান আন্দোলন নামে জনা যায়। সত্যাগ্ৰহ, অহিংসা, অসহযোগ, আইন অমান্য, হৰতাল, অনশন আদি কাৰ্যকৰী ব্যৱস্থাৰ দ্বাৰা গান্ধীজীয়ে আন্দোলন পৰিচালনা কৰি শেষত ভাৰতবৰ্ষক এখন স্বাধীন ৰাষ্ট্ৰ হিচাবে সৃষ্টি কৰাৰ কৃতিত্ব লাভ কৰিছিল।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ জীৱনত ৰাজনৈতিক মঞ্চই প্ৰভাৱ পেলোৱা দেখা নাই। তেখেত ৰাজনীতিবিদ নহলেও ৰাজনৈতিক চেতনাসম্পন্ন ব্যক্তি। তেখেতৰ লিখনীবোৰ অধ্যয়ন কৰিলে দেখা যায় তেখেতৰ গান্ধীবাদৰ প্ৰতি এটা বিশেষ আকৰ্ষণ আছিল। তেখেতৰ জীৱন-ধাৰণাৰ পদ্ধতি পৰ্যবেক্ষণ কৰিলে এটা কথা আমাৰ আগত প্ৰতীয়মান হয় যে দুৰ্নীতিমুক্ত নিকা ব্যৱসায়ৰ লগতহে তেখেত জড়িত আছিল। এইক্ষেত্ৰত তেখেতে গান্ধীজীৰ সততা নীতিকেই যে মূলমন্ত্ৰ হিচাপে লৈছিল সেইকথা আমি নুই কৰিব নোৱাৰোঁ। থোৰতে কবলৈ গলে গান্ধীজীৰ সৰল সহজ অথচ উচ্চ আৰু দৃঢ় সিদ্ধান্ত আৰু বিশ্বাস তেওঁৰ জীৱনৰ পথ প্ৰদৰ্শক আছিল।

অসহযোগ আন্দোলনৰ সময়ত চৌধুৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰ আছিল আৰু তেখেতৰ উদ্যোগতে খাটিখাৰী ছাত্ৰসভাৰ সদস্যসকলে অসহযোগ আন্দোলনৰ কৰ্মপন্থা যুগুত কৰি কাৰ্য্যত পৰিণত কৰিছিল। সম্ভৱতঃ তেতিয়াৰ পৰাই তেখেতে গান্ধীবাদী ভাবধাৰাৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত হৈছিল আৰু পিছলৈ জীৱনৰ প্ৰতিটো পদক্ষেপতে সেই ভাবধাৰাৰ ধাৰাবাহিকতা ৰক্ষা কৰিছিল।

চৌধুৰীৰ প্ৰকাশিত ৰচনাৱলী অধ্যয়ন কৰিলে এটা কথা স্পষ্ট হয় যে তেখেতে অকল মহাত্মা গান্ধীৰ আদৰ্শৰ অনুগামীয়েই নাছিল গান্ধীৰ সৎ কৰ্মৰ অনুকৰণো কৰিছিল।

চৌধুৰীৰ অন্যতম প্ৰকাশিত পুথি "বোবাৰ মৰ্মবেদনা"ত আমাৰ দেশৰ বিষয়ে আলোচনাত ব্ৰতী হৈয়েই তেওঁ লিখিছে—"মহামানৱ মহাত্মা গান্ধীৰ তপস্যাৰ ফলত অলপতে আমি স্বাধীন হৈছোঁ। পৃথিৱীৰ ভিতৰত আমাৰ দেশো সাৰ্বভৌম অধিকাৰ থকা এখন স্বাধীন দেশ। আমাৰ মাতৃভূমি অসম এই ভাৰতবৰ্ষৰ ভিতৰৰে এখন ৰাজ্য।" (বোবাৰ মৰ্মবেদনা, পৃঃ ২)

যৌৱন কালত চৌধুৰী অহিংসা নীতিৰ প্ৰতি বিশেষ আকৃষ্ট নাছিল কিন্তু বয়স বাগৰি যোৱাৰ লগে লগে অহিংসা নীতিৰ প্ৰতি আসক্ত

হয়। তেখেতে লিখিছে—"ভাৰতৰ জাতিৰ পিতা মহাত্মা গান্ধীয়ে অলপদিনৰ আগতে পবিত্ৰ শক্তিৰ মাহাত্ম্য আমাক দেখুৱাই দি গ'ল। সৰুকালত অহিংসাৰ দ্বাৰাই আমি যুদ্ধত জয় হোৱা আশা কৰিবলৈ টান পাইছিলোঁ, দুই-এজন আমাৰ দলপতিয়েও আমাক গোপনে বুজাইছিল যে অহিংসা নীতিৰ আঁৰত আমাৰ সংগঠনৰ কামটো কৰি লৈ সময়ত আমি হিংসা যুদ্ধ কৰি দেশ স্বাধীন কৰিব লাগিব। আমাৰ ধাৰণা ভ্ৰান্ত আছিল। মহামানৱ মহাত্মা গান্ধী আৰু তেখেতৰ সেনাধ্যক্ষসকল পবিত্ৰ দৈৱশক্তিৰ গুণ—সত্য, প্ৰেম, অহিংসাত অবিচলিত আছিল। ........গতিকে জাতিৰ পিতা মহাত্মা গান্ধীৰ আদৰ্শৰেহে আমাৰ সমস্যা সমাধান কৰিব লাগিব আৰু সভ্যতাৰ জন্মস্থান পুণ্যভূমি ভাৰতবৰ্ষক আসুৰিক শক্তিসমূহৰ হাতৰ পৰা বচাই ৰাখিব লাগিব।" (বোবাৰ মৰ্মবেদনা, পৃঃ ২২) এই উক্তিৰ পৰা চৌধুৰীয়ে গান্ধীজীৰ শিক্ষা কেনে গভীৰভাৱে উপলব্ধি কৰিব পাৰিছিল সি সহজে অনুমেয়।

চৌধুৰীয়ে "আমাৰ খাদ্য সংকট" বোলা পুথিখনত আমাৰ দেশৰ সকলো শ্ৰেণীৰ মানুহকে শাৰীৰিক পৰিশ্ৰম কৰিবলৈ আহ্বান জনাইছিল। আমাৰ স্বাধীনতা ৰক্ষাৰ বাবে জোৱানসকলে প্ৰাণপণ কৰি সীমান্তলৈ যোৱাত তেওঁলোকৰ বাবেও খাদ্যযোগান ধৰিবলৈ লগা হোৱাত জনসাধাৰণক সৰ্বাধিক শস্য উৎপাদন কৰিবলৈ আহ্বান জনাইছে। এই সন্দৰ্ভত তেখেতে গান্ধীজীৰ উক্তি উল্লেখ কৰিছে—"অসহযোগ আন্দোলনত মহামানৱ মহাত্মা গান্ধীয়ে কৈছিল, আমি তৈয়াৰ কৰা প্ৰতিটো সূতাৰ মহুৰাই বৃটিছ সাম্ৰাজ্যত আঘাট কৰি আমাৰ স্বৰাজৰ ভেঁটি তৈয়াৰ কৰিব।" (আমাৰ খাদ্য সংকট ; ৰচনাৱলী, পৃঃ৫৮)

গান্ধীজীয়ে কুটীৰ শিল্পৰ প্ৰসাৰণৰ দ্বাৰা জনসাধাৰণৰ অৰ্থনৈতিক উন্নতিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল আৰু প্ৰতিখন গাওঁকে স্বাৱলম্বী কৰাই তেওঁৰ উদ্দেশ্য আছিল। গান্ধীজীয়ে কৈছিল—"স্বৰাজ আকাশৰ পৰা সৰি নপৰে, ইয়াৰ মূলতে আছে স্বাৱলম্বন।" (বিচাৰ, পৃঃ ৮৯) চৌধুৰীয়ে স্বাৱলম্বনক ব্যক্তি আৰু জাতিৰ বিকাশৰ মূলমন্ত্ৰক মহাশক্তি আখ্যা দিছে।

চৌধুৰীৰ জীৱন-দৰ্শন আৰু সমাজ-চিন্তা বাস্তৱবাদী আৰু আকাশত চাং পতা ধৰণৰ কল্পনা তেখেতৰ নাছিল। বাস্তৱ দৃষ্টিভঙ্গীৰেহে সকলো কথা বিচাৰ-বিবেচনা কৰিছিল। নিবনুৱা সমস্যাই হতাশ কৰা আমাৰ নতুন পুৰুষৰ ভৱিষ্যত নিৰ্ভৰ কৰে উৎপাদনক্ষম কঠোৰ শ্ৰমৰ ওপৰতহে। নিবনুৱা সমস্যা সম্পৰ্কে গান্ধীজীৰ বাণী উদ্ধৃত কৰিছে এইদৰে - "ভৱিষ্যৎ দ্ৰষ্টা মহামানৱ মহাত্মা গান্ধীয়ে ১৯৩৪ চনৰ ৭ এপ্ৰিলত যোৰহাটৰ এখন জনসভাত কৈছিল—"অসমৰ অসমীয়া লোকসকল উদ্যমহীন হোৱা বাবেই অসমলৈ আন আন প্ৰদেশৰ পৰা লাখ-লাখ মানুহ আহিছে ইয়াত জীৱিকা উপাৰ্জন কৰিবলৈ।" গুৱাহাটীতো গান্ধীজীয়ে কৈছিল যে "বাহিৰৰ পৰা অহা মানুহে অসম বেটি ধৰাটো তেওঁলোকৰ দোষ নহয়, অসমীয়াৰ এলাহৰ দোষ।" (বিচাৰ, পৃঃ ১০১)

গান্ধীজীৰ এনেধৰণৰ মন্তব্যই চৌধুৰীক বিশেষভাৱে আকৰ্ষিত কাৰছিল। চৌধুৰীয়ে সোণলৈ লিখা চিঠিত দেশৰ সমস্যাসমূহ কিদৰে সমাধান হ'ব পাৰে সেই বিষয়ে আলোচনা কৰি এনেদৰে লিখিছে— "মহাত্মাৰ বাণী আমাৰ মনত নৱ-আউসাৰ বাট দেখুওৱা বন্তি ৰূপে বিবেচিত হোৱা দৰকাৰ।" স্বাধীনতা আন্দোলনৰ সময়ত গান্ধীজীয়ে কৈছিল যে বিদেশী কাপোৰ পিন্ধাতকৈ নাঙঠ হৈ থকাই ভাল আৰু যিয়ে শ্ৰম নকৰে তেওঁৰ খোৱাৰ অধিকাৰ নাই।" (বিচাৰ, পৃঃ ১০৮) চৌধুৰীয়ে কৃষক আৰু শ্ৰমিকসকলৰ অৱস্থা উন্নত কৰাত আৰু যথাৰ্থ সন্মান দেখুওৱাৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। ৰাছিয়াৰ ৰাষ্ট্ৰীয় পতাকাৰ প্ৰতীক হৈছে কৃষকৰ কাঁচী আৰু শ্ৰমিকৰ হাতুৰী। আমাৰ দেশত মহাত্মা গান্ধীয়ে কৃষক আৰু শ্ৰমিকৰ সাধাৰণ সাজ-পাৰ আঠুমূৰীয়া চুৰিয়া পিন্ধি গভীৰ আত্মীয়তা আৰু প্ৰেমেৰে তেওঁলোকৰ অন্তৰ জয় কৰিছিল। (বিচাৰ, পৃঃ ১১৫) বিভিন্ন ৰচনাত প্ৰকাশ পোৱা ভাবাদৰ্শৰ লগত এই গান্ধীবাদী আদৰ্শসমূহৰ প্ৰভাৱ মন কৰিবলগীয়া।

গান্ধীজীয়ে অস্পৃশ্যতা বৰ্জনৰ আদৰ্শ যে দক্ষিণ আফ্ৰিকাত মনলৈ আনিছিল, সেইকথা চৌধুৰীদেৱে উপলব্ধি কৰিব পাৰিছিল। তলত

দিয়া উদ্ধৃতিত এই কথা স্পষ্ট হয়—“গান্ধীজীয়ে অস্পৃশ্যতা বৰ্জন আৰু শুদ্ধাচাৰ দুয়োটাতে সমানে গুৰুত্ব আৰোপ কৰিছিল····ভাৰতলৈ আহিও সৱৰমতী, ওৱাৰ্দ্ধা আদিত আশ্ৰম পাতি শুদ্ধাচাৰ আৰু স্বাৱলম্বনৰ শিক্ষা দি সেইসকলক সমগ্ৰ ভাৰততে অস্পৃশ্যতা বৰ্জন আন্দোলনত নিয়োগ কৰিছিল।” (বিচাৰ, পৃঃ ১৩৫)

অস্পৃশ্যতা বৰ্জন যে ৰাজনৈতিক শ্লোগান নহয় সেইকথাও চৌধুৰীয়ে উপলব্ধি কৰিছিল। সেইবাবে তেখেতে সবৰমতী আশ্ৰমত প্ৰশিক্ষণ-প্ৰাপ্ত স্বেচ্ছাসেৱীসকলে অস্পৃশ্যতা বৰ্জনৰ বাবে পৰিস্কাৰ-পৰিচ্ছন্নতাৰ গুৰুত্বকো উপলব্ধি কৰাৰ কথা উল্লেখ কৰিছে। চৌধুৰীয়ে ব্যক্তিগত জীৱনতো শুদ্ধাচাৰত গুৰুত্ব দিছিল।

চৌধুৰী মহাত্মাগান্ধীৰ আদৰ্শ আৰু নীতিৰ অন্ধ অনুকৰণকাৰী নাছিল। নিজস্ব চিন্তা-চচাৰ মাজেদি এইবোৰৰ সত্যতা উপলব্ধি কৰাৰ পিছতহে তাৰ দ্বাৰা পৰিচালিত হৈছিল। ‘সোণলৈ লিখা চিঠি’ৰ এটা উদ্ধৃতিৰে এই কথা স্পষ্ট হৈ পৰে—“অৱশ্যে তহঁতে এইটোও কবি যে গান্ধীজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ হাত আৰু শৰীৰেৰে পুৰণিকলীয়া ব্যৱস্থাৰ কৃষি উদ্যোগত লাগি থাকিলে দেশৰ প্ৰগতি অসম্ভৱ। এই কথাত ময়ো তহঁতৰ লগত একমত।” (বিচাৰ, পৃঃ ১১০)

জাতিৰ জনক মহাত্মা গান্ধীয়ে ভাৰতবাসীৰ সমুখত যি বিশ্বজনীন আদৰ্শ ডাঙি ধৰিছিল তাৰ দ্বাৰা হাজাৰ হাজাৰ ভাৰতমাতাৰ সন্তান আধ্যাত্মিক আৰু বৈষয়িকভাৱে উদ্ভাষিত হৈছিল। মহেন্দ্ৰ নাৰায়ণ চৌধুৰীও সেইসকলৰ মাজৰেই এজন।

মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে শিৰোনামাত লিখা আলো-চনাৰ সামৰণিত তেখেতে লিখিছিল—“আমি আনক কপট উপদেশ দিয়াৰ অভ্যাস পৰিহাৰ কৰি মহাত্মাজীয়ে কোৱা আত্মশুদ্ধি অৰ্থাৎ আত্ম-সমালোচনাৰ দ্বাৰা নিজৰ মন পবিত্ৰ কৰাৰ চেষ্টা কৰিলেও সেই মহামানৱজনৰ প্ৰতি শ্ৰদ্ধাঞ্জলী জনোৱা হ’ব আৰু তেনে কাম কৰিলেহে মহাত্মাই শান্তি পাব।”

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱৰ ধৰ্ম-ভাৱনা

[ এই প্ৰবন্ধত নিম্নলিখিত গ্ৰন্থ দুখনৰ পৰা বাৰে বাৰে উদ্ধৃতি দিয়া আছে। আলোচনী=মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয় আলোচনী, ১৯৯০-৯১ চন, বছৰেকীয়া প্ৰকাশ, ষষ্ঠ সংখ্যা, সম্পাদিকা-ইভাৰাণী শৰ্মা। ৰচনাৱলী=মহেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰচনাৱলী, প্ৰথম প্ৰকাশ, জুলাই, ১৯৮২ ]

ভাৰতীয় পৰম্পৰা অনুসাৰে ধৰ্ম শব্দৰ অৰ্থ বৰ ব্যাপক। ধৰ্মই কেৱল উপাসনা কৰাৰ পদ্ধতিটোকে নুবুজায়। ই এজন মানুহৰ জন্মৰ পৰা মৃত্যুলৈ সমগ্ৰ জীৱনত কৰিবলগীয়া কৰ্তব্য কাম, সমাজৰ প্ৰতি আচৰণ আৰু নৈতিক আদৰ্শক সামৰি লয়।

ধৰ্মৰ এটা দিশত আনে দেখা পোৱা বাহ্যিক অনুষ্ঠান, ক্ৰিয়া কৰ্ম, নাম-প্ৰসঙ্গ, পূজা-পাতল আদি পৰে। এইটো ধৰ্মৰ আনুষ্ঠানিক দিশ। আন এটা দিশত এখন সমাজে মিলি পালন কৰা পৰ্ব, উৎসৱ আদি আৰু এখন সমাজে সমূহীয়াকৈ গঢ়ি তোলা ধৰ্মীয় অনুষ্ঠান আদি পৰে। সেইটো ধৰ্মৰ সামাজিক দিশ। ইয়াৰ বাহিৰেও আন এটা দিশত আনে গম নোপোৱাকৈ মনৰ ভিতৰতে গঢ় লৈ উঠা কিছুমান বিশ্বাস আৰু নৈতিক আদৰ্শ আদি পৰে। এই গোপন দিশটো সহজে বুজাৰ উপায় নাই। তথাপি মানুহজনৰ বিভিন্ন আচৰণ আৰু উক্তিসমূহৰ পৰা তাৰো উমান পাব পাৰি। এইটো হ'ল ধৰ্মৰ নৈতিক দিশ।

আনুষ্ঠানিক দিশত চৌধুৰীদেৱ এজন সনাতন হিন্দু ধৰ্মাৱলম্বী লোক। এখেতৰ বংশৰ পূৰ্বপুৰুষ ৰত্নাকৰ চৌধুৰীৰ দিনলৈকে বংশটো শাক্ত আছিল। ৰত্নাকৰ চৌধুৰীয়ে কৈহাটী সত্ৰৰ গোসাঁই এজনৰ পৰা বৈষ্ণৱ মন্ত্ৰৰ দীক্ষা লয়। তেতিয়াৰ পৰা এই বংশ বৈষ্ণৱ হৈ পৰে।

পূৰ্বপুৰুষ ধ্বজনাৰায়ণে স্বৰ্গদেৱ শিৱসিংহৰ পৰা ধৰ্মোত্তৰ ভূমি লাভ কৰে আৰু এখন 'সৎসঙ্গী' সত্ৰ স্থাপন কৰি তাত পদ্মনাভ নামৰ বিষ্ণুৰ বিগ্ৰহ স্থাপন কৰি সেই সত্ৰৰ প্ৰথম মেধি হয়। ( আলোচনী, পৃঃ ৮ )। কালক্ৰমত মহেন্দ্ৰ নাৰায়ণৰ পৰিচয় পোৱা যায় এজন সদ্ বৈষ্ণৱ ৰূপেই।

চৌধুৰী দেৱৰ পৰিয়ালত সদায়েই এটা ধৰ্মভাৱনাৰ অনুকূল পৰিৱেশ আছিলেই। নিজৰ মাতৃৰ ( মাইৰ ) উল্লেখ কৰি তেখেতে নিজেই কৈছে ঃ "মাই নিৰক্ষৰা আছিল সঁচা, কিন্তু কীৰ্তন-দশম আদি পুথিৰ পদ তেওঁৰ মুখস্থ আছিল। তেতিয়াৰ দিনত দুপৰীয়া ভাত খাই উঠি পদপুথি পঢ়া এটা দস্তুৰ আছিল। সাধাৰণতে পিতায়ে পুথি পঢ়ি পদ ভাঙনি কৰি দিছিল। পিতা ঘৰত নাথাকিলে বাইদেৱে পঢ়িছিল। মায়ে শুনি শুনি পদবোৰ মুখস্থ কৰি ৰাখিছিল। এই পদবোৰে জীৱনৰ দুখে-সুখে তেওঁক সান্ত্বনা দিছিল।" ( ৰচনাৱলী, পৃঃ ২৮৪ )। জীৱনৰ শেষ দশালৈকে ধৰ্মপুথি শুনাৰ প্ৰতি চৌধুৰীদেৱৰ বিশেষ আগ্ৰহ আছিল। তেখেতৰ ধৰ্মপত্নী উত্তৰাবালা চৌধুৰী মহোদয়াই লিখিছে ঃ "দিন যোৱাৰ লগে লগে সংসাৰৰ প্ৰতি থকা সকলো মায়া-মোহ ত্যাগ কৰি তেখেতে ধৰ্মপুথি অধ্যয়ন আৰু শ্ৰৱণত ব্ৰতী হৈছিল। সদায় মই আলপৈচান ধৰাৰ উপৰিও ধৰ্মপুথি পঢ়ি শুনাইছিলো।" ( আলোচনী, পৃঃ ২৩ )। তেখেতৰ কন্যা নিৰদা চৌধুৰী বৰুৱাই লিখিছে ঃ "বাৰ্দ্ধক্যজনিত কৰ্মজীৱন ত্যাগ কৰিবলৈ বাধ্য হোৱাত তেখেতে নিয়মীয়াকৈ ধৰ্মশাস্ত্ৰ অধ্যয়নত ৰত থাকি ভগৱানৰ লগত একাত্ম হোৱাত ব্ৰতী হৈছিল। কেইবাজনো লোকে ধৰ্মপুথি পঢ়ি শুনাই তেখেতক পৰম সন্তোষ দিছিল। সেইসকলৰ ভিতৰত তেখেতৰ অতি প্ৰিয় দেবীৰাম পাঠশালা হাইস্কুলৰ শিক্ষক শ্ৰীনাৰায়ণ মহন্ত অন্যতম।" ( আলোচনী, পৃঃ ২৩-২১ )। তেখেতৰ ভাণ্ডৰ বোৱাৰীয়েকৰ মতে চৌধুৰীদেৱে মাজে মাজে নাৰায়ণ মহন্ত-দেৱক এনেদৰে কৈছিল—"বাপা, মোৰ অন্তিম কালত তুমি মোৰ

কাষতে থাকিবা। কিজানি মৰিবৰ সময়ত অজামিলৰ দৰে তোমাক নাৰায়ণ নাৰায়ণ বুলি মাতিলে মোৰ মুক্তিয়ে হয়।" (অধ্যক্ষ মুৰাৰি মোহন দত্তৰ সৌজন্যত)

অজামিলৰ উপাখ্যানৰ উল্লেখে তেখেতৰ যে শংকৰী সাহিত্যৰ লগত সুপৰিচয় আছিল আৰু তেখেতৰ মনত যে ভাৰতীয় পৰম্পৰাৰ এটা প্ৰভাৱ আছিল তাৰ পৰিচয় দিয়ে। তেখেতে কিদৰে সনাতন ধৰ্মৰ পৰম্পৰা কিছুমান আগ্ৰহে সৈতে মানি চলিছিল তাৰ প্ৰমাণ পোৱা যায় মাজু বোৱাৰীয়েকৰ নিম্নলিখিত কথাখিনিৰ পৰা—
(ক) "পিতাই নিজে শুভ দিন-বাৰ চাই ধানৰ আগ আনা কাম কৰিছিল।"
(খ) "গৰুক মহালক্ষ্মী আৰু গাখীৰক অমৃতৰ লগত তুলনা কৰিছিল।"
(গ) "জগন্নাথ তীৰ্থ ভ্ৰমণত তেওঁ আটাইতকৈ প্ৰিয় বস্তু নাৰিকল খাবলৈ এৰিছিল। মৃত্যুলৈকে নিষ্ঠাৰে এই স্ব-নিয়ন্ত্ৰণ ৰক্ষা কৰিছিল।"
(ঘ) "এবাৰ দৰিদ্ৰ ভোজন পাতি আগ্ৰহেৰে অসংখ্য ভিখাৰীক ভোজনৰ শৰাই আগবঢাই নিজে লঘোণে থাকি দণ্ডৱতে সেৱা কৰিছিল। সকলো দৰিদ্ৰ অতিথিৰ ভোজনৰ পিছতহে নিজে আহাৰ গ্ৰহণ কৰিছিল।" (ঙ) "তেখেতে চিয়াৰ-টেবুলত বহি ভাত নেখাইছিল, সদায় মজিয়াত পিড়াত বহি খাইছিল।" (অধ্যক্ষ দত্তৰ সৌজন্যত)

নিজৰ সৰু সৰু একোটা আচৰণৰ মাজেদিয়েই একোজন ব্যক্তিয়ে কি ভাবে সনাতন ধৰ্মৰ পৰম্পৰা একোটা ৰক্ষা কৰি আহিছে তাৰ আভাস পাব পাৰি। ওপৰৰ দৃষ্টান্ত কেইটা এই ফালৰ পৰা গুৰুত্ব-পূৰ্ণ। (ক) ছেদত পোৱাৰ দৰে কৃষিৰ ওপৰত ধৰ্মীয় ভাব অৰ্পণ কৰাটো সনাতন হিন্দু ধৰ্মৰ এটা বিশেষ প্ৰথা। ইন্দোনেচীয়া দেশ-খনত খৃষ্টীয় প্ৰথম শতিকা মানৰ পৰা হিন্দু সভ্যতাই প্ৰৱেশ কৰিছিল। ত্ৰয়োদশ শতিকাৰ পৰা তাৰ সৰহভাগ মানুহেই ইচ্‌লাম ধৰ্ম লবলৈ ধৰে। আজিৰ দিনত তাৰ শতকৰা নৱৈ জনেই ইচ্‌লাম ধৰ্মাৱলম্বী। কিন্তু তাতো ধৰ্মনিৰ্বিশেষে সকলোৱেই আজিৰ দিনতো খেতি চপাবৰ সময়ত পথাৰত "পূজা দেৱীশ্ৰী" নামৰ অনুষ্ঠান এটি কৰে। কোৱা

বাহুল্য যে 'দেৱীশ্ৰী' মানে 'লক্ষ্মী' আৰু 'পূজা' মানে পূজাই। এইটো পৰম্পৰাৰ দৃষ্টান্ত। ওপৰৰ (গ) ছেদৰ 'স্ব-নিয়ন্ত্ৰণ' কথাটো বৰ তাৎপৰ্যপূৰ্ণ। সমগ্ৰ হিন্দুধৰ্মৰে এইটো আটাইতকৈ গুৰুত্বপূৰ্ণ মূলমন্ত্ৰ। সনাতন ধৰ্মৰ আদৰ্শই ভোগ বৰ্জন কৰিবলৈ কোৱা নাই। ভগৱানে সৃষ্টি কৰা এই সুন্দৰ পৃথিৱীখনত ভগৱানৰ দানসমূহ ভোগ কৰিব লাগে। কিন্তু ভোগ কৰোতেও এটা ত্যাগৰ আদৰ্শ লৈ ভোগ কৰিব লাগে। মাত্ৰাহীনভাৱে ভোগ নকৰি সংযতভাৱে ভোগ কৰিব লাগে। সেইবাবেই স্ব-নিয়ন্ত্ৰণৰ আভ্যাস কৰাৰ প্ৰয়োজন। মাত্ৰাহীনভাৱে, আপোনপেটীয়াভাৱে ভোগ কৰাৰ সলনি সংযতভাৱে আৰু আনৰ লগত ভগাই লৈ সম্পদ ভোগ কৰিব লাগে। তাৰ পৰাই সমাজৰ কল্যাণ হয়। ঈশোপনিষদ হ'ল প্ৰাচীনতম উপনিষদ। তাৰে প্ৰথম শ্লোকতে এই ত্যাগৰ মনোভাৱেৰে ভগৱানৰ স্পৰ্শ থকা জগতৰ সুন্দৰ বস্তুবিলাক ভোগ কৰাৰ আৰু আনৰ বস্তুলৈ লোভ নকৰাৰ আদৰ্শ দাঙি ধৰিছে। শ্লোকটো এনে—

ঈশাৱাস্যম্ ইদং সৰ্বং য়ৎকিঞ্চ জগত্যাং জগৎ।
তেন ত্যক্তেন ভুঞ্জীথাঃ মা গৃধঃ কস্যস্বিদ্ ধনম্ ॥

মহাত্মা গান্ধীয়ে একাধিকবাৰ হৰিজন পত্ৰিকা আদিৰ মাধ্যমেৰে এই কথা কৈ গৈছে যে ঘটনাক্ৰমে যদি হিন্দু ধৰ্মৰ সকলো শাস্ত্ৰ থিতাতে বিনষ্ট হৈ যায়, কিন্তু কেনেবাকৈ ঈশোপনিষদৰ প্ৰথম শ্লোকটো নষ্ট নোহোৱাকৈ ৰৈ যায় তেনেহ'লে বুজিব লাগিব যে হিন্দু ধৰ্মৰ একোৱেই ক্ষতি হোৱা নাই।

ধৰ্মৰ সামাজিক দিশলৈ মন কৰিলে দেখা যায় যে চৌধুৰীদেৱে নলবাৰীৰ ৰাজহুৱা অনুষ্ঠান হৰি মন্দিৰৰ বাবে যথেষ্ট কৰিছিল। শশিভূষণ চৌধুৰীৰ মতে "নলবাৰী হৰি মন্দিৰ প্ৰতিষ্ঠাত আৰু ইয়াৰ উত্তৰোত্তৰ উন্নয়নত তেখেতৰ অৰিহণা উল্লেখযোগ্য ; ই তেখেতৰ আধ্যাত্মিক মানোভাবৰ পৰিচায়ক।" (আলোচনী, পৃঃ ১০) ধৰ্ম মন্দিৰৰ উপ-

যোগিতাৰ বিষয়ে আৰু আদৰ্শ ধৰ্মমন্দিৰ কেনে হোৱা উচিত সেই বিষয়ে ইঙ্গিত দি তেখেতে নিজেই কৈছে—“উপাসনা য’তে ত’তে যেনে তেনেকৈ কৰিলেই মানুহে উপাস্য দেৱতাৰ প্ৰতি মনোনিবেশ কৰা টান। সেয়ে ধৰ্মমন্দিৰবোৰৰ উদ্ভৱ হৈছে। এই উপাসনাৰ ঠাইবোৰ সুন্দৰ, অতি পবিত্ৰ আৰু অতি নিৰ্জন-নিভৃত।” (ৰচনাৱলী, পৃঃ ২১৯)। সনাতন ধৰ্ম বৰ প্ৰাচীন। কালক্ৰমত এই ধৰ্মৰ নানান সম্প্ৰদায় সৃষ্টি হৈছে। অৱশ্যে পৃথিৱীৰ আন আন প্ৰসিদ্ধ ধৰ্ম বিলাকতো এনে সম্প্ৰদায় বা প্ৰথাৰ ভেদ আছে। কিন্তু হিন্দুধৰ্ম প্ৰাচীন হোৱা কাৰণে আৰু এই ধৰ্মত ‘দেশ-কাল-পাত্ৰ ভেদে’ আনুষ্ঠানিক ধৰ্ম বেলেগ হ’ব পাৰে বুলি মানি লোৱাৰ ফলত পন্থ-ভেদৰ পৰিমাণটো এই ধৰ্মত অলপ বেছি। তথাপি হিন্দুধৰ্মৰ সকলো সম্প্ৰদায়ৰ মাজত কিবা এটা গভীৰ যোগসূত্ৰ আছে। বিজ্ঞসকলে সেয়ে বিভিন্নতাৰ মাজতো ঐক্য থকাটো কামনা কৰে আৰু বিভিন্ন পন্থৰ এটা সহাৱস্থান হোৱাটো সম্ভৱপৰ বুলি ভাবে। আন কিছুমানে ঐক্যৰ যোগসূত্ৰ চিনিব নোৱাৰি বিভ্ৰান্ত হয় আৰু অনমনীয় মনোভাব লয়। বিষ্ণু চৌধুৰীদেৱে কি ভাবে সংহতি আৰু সহাৱস্থান কামনা কৰিছিল তাৰ দৃষ্টান্ত নিম্নলিখিত উক্তিৰ মাজত পোৱা যায়—

“প্ৰথমে হৰি মন্দিৰৰ উদ্যোক্তাসকলে হৰি মন্দিৰত ধৰ্ম, সমাজ আৰু সংহতিৰ আদৰ্শ আগত লৈ হৰি মন্দিৰৰ নিয়মাৱলী ৰচনা কৰিছিল। ধাৰ্মিকসকলে ঈশ্বৰৰ আৰাধনা, যুৱকসকলে আৰু বিশাল হিন্দুসমাজৰ ভিন ভিন সম্প্ৰদায়ৰ লোকে সমবেতভাৱে সকলো অনুষ্ঠানত যোগ দিব পৰা ব্যৱস্থা সেই নিয়মাৱলীত আছে। সেই কাৰণে আজিলৈকে হৰি মন্দিৰত বিগ্ৰহ প্ৰতিষ্ঠা কৰা হোৱা নাই আৰু ইয়াৰ পূজা-পাৰ্বণ আদি নিৰামিষভাৱে চলি আছে। যুৱকসকলেও ভৱিষ্যতলৈকে এই মহান আদৰ্শ অনুসৰণ কৰি ভিন ভিন সম্প্ৰদায়ৰ মাজত ঐক্য ৰক্ষা কৰি চলিব বুলি আশা কৰিলোঁ “(ৰচনাৱলী, পৃঃ ২১৭-১৮)।”

ৰাস উৎসৱৰ দৰে অনুষ্ঠানসমূহৰ গভীৰ তাৎপৰ্য চৌধুৰীদেৱে বুজি পাইছিল। ৰাসৰ তাৎপৰ্যৰ বিষয়ে তেখেতে এনেদৰে কৈছে—

"গোপী-কৃষ্ণৰ ৰাসলীলা যে সম্পূৰ্ণ ৰূপকধৰ্মী তাৰ বহু প্ৰমাণ আছে। কাৰণ যি সময়ত গোপীসকলে কৃষ্ণৰ লগত লীলা কৰিছিল সেই সময়ত কৃষ্ণও যশোদাৰ বুকুৰ মাজত শুই আছিল আৰু গোপ-সকলৰ বুকুৰ মাজত শুই আছিল গোপীসকল। গোপীসকলৰ আত্মাই জানিবা পৰম-পুৰুষ শ্ৰীকৃষ্ণৰ আত্মাক অন্বেষণ কৰি ফুৰিছিল। অসংখ্য জীৱাত্মাই পৰমাত্মা-পৰমেশ্বৰৰ লগত মিলিবলৈ পৰম ভক্তিৰে আকুতি-নিবেদন কৰিছিল। এক শৰণীয়া ভক্তি ধৰ্মৰ শ্ৰেষ্ঠ নিদৰ্শন এই ৰাস-লীলা। ই পৰম পবিত্ৰ, পৰম আনন্দৰ উৎসৱ" (ৰচনাৱলী, পৃঃ ২১৯)।

এইখিনিতে সংক্ষেপে উল্লেখ কৰিব পাৰি যে ৰাসোৎসৱ যে এক শৰণীয়া ভক্তিধৰ্মৰ দৃষ্টান্ত তাৰ ইঙ্গিত নাৰদৰ ভক্তিসূত্ৰ আৰু শাণ্ডিল্যৰ ভক্তিসূত্ৰতো সুন্দৰকৈ দিয়া আছে। নাৰদৰ ভক্তিসূত্ৰত আছে: "নাৰদস্তু তদৰ্পিতাখিলাচাৰিতা তদ্বিস্মৰণে পৰমব্যাকুলতেতি" (১৯) [ নাৰদৰ মতে কিন্তু সকলো কামৰ অনুষ্ঠান ভগৱানৰ প্ৰতি অৰ্পিত কৰাটোৱেই আৰু ভগৱানক স্মৰণ কৰাৰ বিষয়ত বিজুতি ঘটিলে অত্যন্ত ব্যাকুল হৈ পৰাটোৱেই ভক্তি। ] "অস্ত্যেৱম" (২০) [ ভক্তি বাস্তৱিকতে এনেকুৱাই। ] "যথা ব্ৰজগোপিকানাম্" (২১) [ এই ক্ষেত্ৰত ব্ৰজৰ গোপীসকলৰ ভক্তিকেই উদাহৰণৰূপে ল'ব পাৰি। ] শাণ্ডিল্য ভক্তি-সূত্ৰত আছে "অত এৱ তদ ভাৱাদ্ বল্লৱীনাম্" (১. ২. ১৪) [ সেই কাৰণেই তাৰ অভাৱতো, অৰ্থাৎ জ্ঞানৰ অভাৱতো, কিন্তু তাৰ সলনি এক শৰণীয়া ভক্তি থকাৰ বাবেই, গোপীসকলৰ মোক্ষ লাভ হৈছিল বুলি স্বীকাৰ কৰা হয়। ]

ধৰ্মৰ নৈতিক দিশলৈ দৃষ্টি দিলে ধাৰণা মনলৈ আহে যে চৌধুৰী-দেৱৰ নৈতিক আদৰ্শৰ গঠনত আৰু ধৰ্মীয় ভাৱনাৰ বিকাশৰ ক্ষেত্ৰত প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এক গভীৰ প্ৰভাৱ পৰিছিল।

১। প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ মূল আধাৰ হ'ল পৰমেশ্বৰত বিশ্বাস, ভগৱদিচ্ছাৰ ওপৰত বিশ্বাস। এই বিশ্বাস চৌধুৰীদেৱৰো নৈতিক আদৰ্শৰ আধাৰস্বৰূপ আছিল। পুত্ৰ মুনীন্দ্ৰ নাৰায়ণ চৌধুৰীদেৱক তেখেতে কৈছিল: "বাচা, সকলো কথা আৰু কামত আগবঢ়াৰ আগতে আত্মবিশ্বাস, সততা আৰু ভগৱানৰ ওপৰত আস্থা ৰাখিলে সকলো কামতে সিদ্ধি লাভ কৰিব পাৰিবি।" (আলোচনী পৃঃ ২৪) এই আদৰ্শৰ লগতে জড়িত হৈ আছে প্ৰপত্তি বা শৰণাগতিৰ আদৰ্শ। মানুহ লাগিলে যিমানেই ধনী নহওক বা যিমানেই প্ৰতাপী নহওক তথাপি তেওঁ ভগৱানৰ সহায়ৰ অবিহনে নিতান্ত অসহায়। পুণ্যবানজনৰ জীৱনত হে এই সত্যৰ উপলব্ধি ঘটে। এই উপলব্ধিৰ ফলত ভগৱানৰ ইচ্ছাৰ ওপৰত সকলো এৰি দি মানুহে শান্তি পাব পাৰে। কবিতাৰ মাজেদিও চৌধুৰীদেৱৰ এই শৰণাগতিৰ আদৰ্শই প্ৰকাশ পাইছে। তুলনীয়--

কশৰীয়ে খায় আন গতি নাই
নাই ত্ৰাণ কৰ্ত্তা লোক,
আৰ্ত্ত ভয়হাৰী ত্ৰাহি ত্ৰাহি হৰি
হৰি, ৰক্ষা কৰা মোক (ৰচনাৱলী পৃঃ ৭৯)

নাপাওঁ বিচাৰি কোন পথে শুদ্ধ গতি।
চিত্ত চঞ্চল মোৰ স্থিৰ নহে মতি।
যি উচিত হয় মোৰ সাধা সেই গতি।
শৰণ পশিলো মই হেৰা বিশ্বপতি॥
(আলোচনী, পৃঃ ৮০)

এনেবিলাক কথাই কীৰ্ত্তনৰ গ্ৰাহ-গজেন্দ্ৰৰ উপাখ্যান, গীতাৰ "ত্বয়া হৃষীকেশ হৃদি স্থিতেন যথা নিযুক্তোস্মি তথা কৰোমি' আদিলৈ মনত পেলাই দিয়ে।

২। ঈশোপনিষদৰ প্ৰথম শ্লোকৰ উদ্ধৃতি দি অহা হৈছে। তাত যি ত্যাগৰ উপদেশ দিয়া হৈছে তাৰ অনুসৰণ তেখেতৰ

বদান্যতাৰ মাজেদি প্ৰকাশ পাইছে। উক্ত শ্লোকত ত্যাগক (তেন ত্যক্তেন ভুঞ্জীথাঃ) ঈশ্বৰৰ লগত (ঈশাৱাস্যং মিদং সৰ্ব্বম্) জড়িত কৰাৰ দৰেই চৌধুৰীদেৱেও নিজৰ দানশীলতাক ভগৱানৰ কৰুণাৰ লগত জড়িত কৰিছে। তেখেতে কৈছে ঃ "ভগৱানে মোৰ মনৰ কামনা পূৰণ কৰি আহিছে। পৰমেশ্বৰে মোৰ ব্যৱসায়ৰ উন্নতি কৰাই সেই ধনেৰে স্কুল-কলেজ, সাহিত্য সভা আদিৰ সেৱা কৰাৰ সুবিধা দিছে।" (আলোচনী, পৃঃ ২৪)

৩। উপনিষদৰ লগত তেখেতৰ পোনপটীয়া পৰিচয়ৰ প্ৰমাণ পোৱা নাই। কিন্তু ৰামায়ণ আৰু মহাভাৰতৰ লগত যে আছিল তাৰ সুন্দৰ প্ৰমাণ আছে। "পাণ্ডৱৰ বনবাসৰ দুদিন" নামৰ প্ৰবন্ধত তেখেতে লিখিছে ঃ

"আজিও ৰামায়ণ-মহাভাৰত পঢ়িলে, তাৰ চৰিত্ৰ আৰু পৰিৱেশৰ মাহাত্ম্যই পঢ়ুৱৈ মাত্ৰকে আনন্দত অভিভূত নকৰি নাথাকে। মহাকাব্যৰ দিনৰ ভাৰতীয়ৰ সত্য আৰু ন্যায়, নিষ্ঠতা, পবিত্ৰ প্ৰেম, সৰলতা, কোমলতা আৰু বিশেষকৈ মানৱিকতাৰ নিদৰ্শনে যে অনন্ত কাললৈ মানুহক পৰম আনন্দৰ সন্ধান দি থাকিব ই নিশ্চিত। (ৰচনাৱলী, পৃঃ ১৫১) এইবুলি কৈ তেখেতে যুধিষ্ঠিৰৰ "সত্যনিষ্ঠা" আৰু "শৰণাগত ৰক্ষা"ৰ মহান আদৰ্শ ফুটাই তুলিবৰ বাবে মহাভাৰতৰ দুটা কাহিনী নিজৰ ভাষাৰেই আগবঢ়াইছে।

৪। সত্য আৰু প্ৰেমৰ আদৰ্শৰ প্ৰতি তেখেতৰ যি আকৰ্ষণ আছিল তাৰ কথা কবিতাৰ মাজেদিও ফুটাই তুলিছে। তুলনীয়—

আন কোনো ধন নহয় আপোন<br>
সত্য আৰু প্ৰেম বিনে,<br>
সেই গুণ বাছি ৰাখোঁ আমি সাঁচি<br>
যিটো ৰাখে জ্ঞানী জনে।<br>
আহা সব ভাই পদাংক চাই<br>
মহাজন বাটে যাম,

হিংসা পৰিহৰি ন্যায় পথ ধৰি
সত্য আৰু প্ৰেম পাম।
সত্য-প্ৰেম বিনে আন কোনো ধনে
জগতৰ শ্ৰেষ্ঠ নাই,
ৰাখো সেই গুণে আমি হিয়া মনে
বিয়পাই সৰ্বদায়।

(ৰচনাৱলী, পৃঃ ৭০)

৫। প্ৰশ্ন হয় মহাভাৰতৰ প্ৰসঙ্গত সত্যৰ কথা কৈছিল। কবিতাত দেখোন সত্যৰ লগতে প্ৰেমৰ কথাও আছিল। এই প্ৰেম কি আৰু কাম আৰু প্ৰেমৰ পাৰ্থক্য কি তাকো বৰ মনত লগাকৈ বুজাই দিছে। তুলনীয়—

"নিঃস্বাৰ্থ ভালপোৱাই হৈছে প্ৰেম। কোনো প্ৰতিদান নিবিচৰাকৈ আনক যি মৰম-চেনেহ নাইবা ভক্তি কৰা হয় সেয়ে প্ৰেম। যেনেঃ ঈশ্বৰ প্ৰেম, পিতৃ-মাতৃ ভক্তি, পুত্ৰ-কন্যাৰ স্নেহ ইত্যাদি। যি ভালপোৱাৰ লগত নিজ স্বাৰ্থৰ সম্বন্ধ আছে, যি ভালপোৱাৰ লগত ভোগৰ স্পৃহা থাকে আৰু যি ভালপোৱাৰ লগত কামনা-বাসনাৰ প্ৰবৃত্তি থাকে সেয়ে কাম। যি ভাবৰ পৰা মানুহৰ মনত আনন্দ উত্তৰোত্তৰ বৃদ্ধি হৈ থাকে, কোনো হ্ৰাস নহয় সেয়ে প্ৰেম-ভাব। যি ভাবে মানুহৰ মনত সাময়িক আনন্দ দিলেও পৰ মুহূৰ্ত্তত অৱসাদ বা ঘৃণা আহে, সেয়ে কামভাব। × × × প্ৰেমভাবৰ কথা আনৰ আগত আৱশ্যক হ'লে পিতৃ-মাতৃ গুৰুজনৰ আগত দ্বিধাহীন-ভাৱে প্ৰকাশ কৰিব পাৰি। কামভাবৰ কথা প্ৰকাশ্য ভাৱে আনৰ আগত প্ৰকাশ কৰিব নোৱাৰি। কামভাব গোপন, কপট, অপবিত্ৰ। প্ৰেমভাৱ প্ৰকাশ্য, অকপট, পবিত্ৰ। প্ৰেমে মানুহৰ শান্তি বঢ়ায়।"
(ৰচনাৱলী, পৃঃ ১৮০-৮১)

উল্লেখযোগ্য যে কালিদাসৰ যুগজয়ী সৃষ্টি শকুন্তলা আদিতো পাৰ্থিব কামক কি ভাবে স্বৰ্গীয় প্ৰেমলৈ ৰূপান্তৰিত কৰিব পাৰি

তাৰেই আদৰ্শ দাঙি ধৰিছে। ওপৰৰ উদ্ধৃতিত "ঈশ্বৰ প্ৰেম"ৰ কথা উল্লেখ কৰা হৈছে। ঈশ্বৰৰ প্ৰতি ভক্তিয়েই ঈশ্বৰৰ প্ৰতি প্ৰেম। এই কথা মন কৰিবলগীয়া যে নাৰদৰ ভক্তিসূত্ৰত ভক্তিৰ লক্ষণ (অৰ্থাৎ দেফিনিচন্) দিবলৈ গৈ কৈছে— "ভক্তি হ'ল ভগৱানৰ প্ৰতি আটাইতকৈ গভীৰ প্ৰেমৰ ৰূপত প্ৰকাশ পোৱা বস্তু", "সা তস্মিন্ পৰমপ্ৰেমৰূপা" (সূত্ৰ ২)

৬। ওপৰৰ উদ্ধৃতিত দিয়া কামভাৱৰ বিশ্লেষণৰ আগতেই তেখেতে ব্ৰহ্মচৰ্য, সংযম, সদাচাৰ, শুদ্ধাচাৰ, সদাহাৰ, সুস্বাস্থ্য আদিৰ বিষয়েও সুন্দৰকৈ বুজাই দিছে। ব্ৰহ্মচৰ্যৰ পৰা সুস্বাস্থ্যলৈকে সকলো-বিলাকৰ পাৰস্পৰিক সম্পৰ্ক সুন্দৰকৈ বুজাই দিছে। সেই দৰেই সংযম, সদাচাৰ আদিৰ লগত অস্পৃশ্যতা, জাতিভেদ আদিৰ প্ৰসঙ্গও সাঙোৰ খাই আছে। এইবিলাক বিষয়ৰ প্ৰতি তেখেতৰ যি বৈজ্ঞানিক আৰু গঠনমূলক দৃষ্টিভঙ্গীৰ পৰিচয় পোৱা যায় তালৈ চাই মোৰ ধাৰণা হয় যে তেখেতৰ সংশ্লিষ্ট ৰচনাখিনি আমাৰ চেমনীয়া সকলৰ বাবে পাঠ্য-পুথিৰ অন্তৰ্ভুক্ত হোৱা উচিত। আনকি বয়সীয়া সকলেও শিকিবলগীয়া কথা বহুতো আছে। মই এই প্ৰবন্ধ লিখাৰ সময়ত সময়ৰ সীমাবদ্ধতা থকা সত্ত্বেও কেইটামান প্ৰাসঙ্গিক উদ্ধৃতি দিয়াৰ পৰা বিৰত থাকিব নোৱাৰিলো—

(ক) "—তেনেকৈ আত্মসংযমত মিতব্যয়ী হৈ জীৱনী শক্তি বঢ়াই মানুহো কান্তিযুক্ত আৰু দীৰ্ঘজীৱি হ'ব পাৰে। তদুপৰি সদাচাৰ পালন কৰি বাহিৰৰ ৰোগৰ বীজাণু আৰু সংস্পৰ্শ দোষত আহিব পৰা ৰোগৰ বীজাণুৰ পৰা শৰীৰ ৰক্ষা কৰিব পাৰিলে মানুহে অকাল মৃত্যুৰো হাত সাৰিব পাৰে।" (ৰচনাৱলী, পৃঃ ১৭৭)

(খ) "আগৰ কালত ঋষিসকলে আশ্ৰম পাতিছিল অৰ্থাৎ ফলবান গছ আৰু শাক-পাঁচলিৰ বাৰী পাতিছিল। সেই সাধক-সকলে গছৰ পাত অৰ্থাৎ শাক-পাঁচলি আৰু ফল-মূল খাই তপস্যাত

ৰত আছিল। সেই লঘুপাকী স্নিগ্ধ তেজস্কৰ আৰু উত্তেজনাহীন খাদ্য খোৱা কাৰণে তেওঁলোকে শৰীৰৰ ইন্দ্ৰিয়বোৰক সংযত কৰি একান্ত মনে যোগ সাধনা কৰিব পাৰিছিল।" (ৰচনাৱলী, পৃঃ ১৭৯)

(গ) "ব্ৰহ্মচাৰীৰ সংযমী মনে ভগৱানৰ সৃষ্টিৰ সৌন্দৰ্য্যবিলাক চকুৰে চায় কিন্তু সংযমহীনজনৰ মনে চকুৰে ভোগৰ উদ্ভগালি বিলাকহে চায়। সংযমীজনৰ মনে কাণেৰে ভগৱানৰ গুণ-গান শুনি আনন্দ পায়। সংযমহীনজনৰ মনে কাণেৰে অশ্লীল কথা শুনি ভাল পায়। কায়, মন, আৰু বাক্যত ইন্দ্ৰিয় দমন কৰাই হৈছে ব্ৰহ্মচৰ্যৰ অৰ্থ। ইন্দ্ৰিয় দমন কৰি ব্ৰহ্মক উপলব্ধি কৰাই ব্ৰহ্মচৰ্য। (ৰচনাৱলী, পৃঃ ১৮০)

প্ৰথম উদ্ধৃতিটোৰ প্ৰসঙ্গত এই কথা ক'বৰ মন যায় যে য'তে-ত'তে যিহকে-তিহকে নোখোৱাৰ দৰে আমাৰ যিবিলাক সদাচাৰ, শুদ্ধাচাৰ আদি আমি আধুনিকসকলে পুৰণি দিনৰ সংকীৰ্ণমনা অন্ধবিশ্বাসী মানুহৰ কথা বুলি হেয় জ্ঞান কৰি এৰি দিব খুজিছো, চৌধুৰীদেৱে সেইবিলাকৰো একোটা বৈজ্ঞানিক তাৎপৰ্য আৰু সদভিপ্ৰায় বিচাৰি পাইছে। তেনেদৰে খ-উদ্ধৃতিৰ ক্ষেত্ৰতো দেখা যায় যে তেখেতে প্ৰাচীন কালৰ আশ্ৰমখনকো এখন সুপৰিকল্পিত বাগান-শস্যৰ উদ্যানৰূপে বুজিবলৈ প্ৰয়াস কৰিছে আৰু সেইদৰেই ঋষি-মুনিসকলৰ জীৱন-ধাৰাতো এটা গঠনমূলক দৃষ্টিভঙ্গীৰ উমান পাইছে।

প্ৰসঙ্গক্ৰমে ক'ব পাৰি যে ঋষিসকলৰ ফল-মূল, শাক-পাঁচলি খাই জীৱন-ধাৰণ কৰাৰ যি আদৰ্শ সি হুনাই কুৰি শতিকাৰ শেষ ভাগতো বিশ্বজুৰি জনপ্ৰিয়তা অৰ্জন কৰিছে। ১৯৮২ চনত মেক্সিকলৈ যাওঁতে দক্ষিণ আমেৰিকাৰ চিলিৰ এটা পৰিয়ালৰ লগত বন্ধুত্ব হ'ল। স্বামীৰ নাম ফাৰ্ণান্দ', পত্নীৰ নাম গ্লেদিচ্। দুয়ো সম্পূৰ্ণ নিৰামিষ-ভোজী। অকল সেয়ে নহয়, দুয়ো "নেচাৰেলিষ্ট" অৰ্থাৎ কেৱল ফল-মূল, শাক-পাঁচলি খায়, কিন্তু তাকো সিদ্ধ নকৰাকৈ। তেওঁলোকে জনালে পছিমীয়া দেশত এনে খাদ্য খোৱা মানুহ বহুত আছে।

তেওঁলোকৰ সংঘ আছে। ছপা কৰা পুস্তিকা, আলোচনী আদিও মোক দেখুৱালে। লগতে কওঁ ফাৰ্ণান্দ'ই '৮২ চনৰ আগৰ ১৫ বছৰৰ পৰা যোগ-অভ্যাস কৰি আহিছে আৰু গ্লেদিচ্ আৰু ফাৰ্ণান্দ' দুয়ো সাই বাবাৰ ভক্ত।

৭। সদাচাৰ, শুদ্ধাচাৰ, অস্পৃশ্যতা আদিৰ ওপৰত চৌধুৰীদেৱে নিৰ্ভীকভাৱে কিছু বাস্তৱ-ধৰ্মী কথা কৈছে। সেইখিনি বিশেষভাৱে প্ৰণিধান যোগ্য।

(ক) "সঁচাকথা, সকলো মানুহেই কেতিয়াবা কোনো সময়ত অশুচি বা অপবিত্ৰ অৱস্থাত থাকিব পাৰে। অশুদ্ধ বা অপবিত্ৰ অৱস্থাত থকা মানুহে আনে চুৱাৰ অযোগ্য হৈয়ো থাকিব পাৰে। কিন্তু পিচত পৰিষ্কাৰ-পৰিচ্ছন্ন হলে, সেইলোক আকৌ শুচি বা পবিত্ৰ হয়। লেতেৰা-পেতেৰা হৈ থকা অৱস্থাই অশুচি বা অপবিত্ৰ। এনে লোকহে আচলতে অস্পৃশ্য। কাৰণ এনে অশুচি বা অপবিত্ৰ লোকক চুৱা-গজা কৰিলে বা তেনে লোকে খোৱা বস্তু আদি পৰিবেশন কৰিলে আনৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব পাৰে আৰু শেষত ইয়ে ৰোগৰ কাৰণো হ'ব পাৰে। যি কোনো জাত বা বৰ্ণৰেই নহওক লাগে, অপবিত্ৰ বা অশুদ্ধ হৈ থকা লোক সদায় অস্পৃশ্য আৰু শুদ্ধাচাৰী লোক মাত্ৰেই পবিত্ৰ, চুৱা-গজা কৰাৰ যোগ্য।" (ৰচনাৱলী, পৃঃ ১৩৩) এই উক্তিৰ পৰা দেখা গ'ল যে এক শ্ৰেণীৰ অস্পৃশ্যতাৰ প্ৰয়োজন তেখেতে মানি লৈছে। যথাৰ্থতে যি জন অপবিত্ৰ বা লেতেৰা তেওঁহে অস্পৃশ্য। কোনো বিশেষ বৰ্ণত জন্মিলেই অস্পৃশ্য নহয়।

(খ) "প্ৰকৃত অপবিত্ৰ আৰু অস্পৃশ্য কোন বা কি তাক গভীৰভাৱে অনুভৱ নকৰি কেৱল তথাকথিত নীচ কুলত জন্ম লভা কাৰণেই অস্পৃশ্য বুলি হেয় প্ৰতিপন্ন কৰা এটা বিৰাট অন্যায়, ই কোনোপধ্যেও মানৱীয় কৰ্ম হ'ব নোৱাৰে ····· অস্পৃশ্যতা ব্যাধিয়ে হিন্দু ধৰ্মক খুলি খুলি খালে।" (ৰচনাৱলী, পৃঃ ১৩৩-৩৪) এইটো

বৰ প্ৰশংসনীয় কথা যে উচ্চ কুল আৰু নীচ কুলৰ বিভাজন চৌধুৰী-দেৱে সমৰ্থন নকৰে। কিন্তু নিতান্ত উপায় নাই বাবেহে 'তথা কথিত নীচ কুল' বুলি উল্লেখ কৰিছে।

(গ) কিন্তু অস্পৃশ্যতা বৰ্জনৰ নামত, যি লেতেৰা তাৰ লগত লেটি-পেটি কৰাটো বা মদ আদিৰ দৰে অখাদ্য খাই উদাৰতা দেখুৱাবলৈ যোৱাটো তেখেতে সমৰ্থন নকৰে। তেখেতৰ এই আপোচ-হীন মনোভাব নিজৰ চৰিত্ৰৰ দৃঢ়তাৰ পৰিচায়ক।

তেখেতে কৈছে—"আমি দেখিছোঁ যে আমাৰ দেশৰ দোকান-পোহাৰ, হোটেল আদিত খাদ্যবস্তু যেনে তেনে প্ৰকাৰে প্ৰস্তুত কৰে, সাধাৰণ স্বাস্থ্য-নীতিও বহুতে পালন নকৰে। এনে বস্তু প্ৰায়েই খোৱাৰ অযোগ্য। অস্পৃশ্যতা বৰ্জনৰ নামত তেনে খাদ্যবস্তু খাই আমি ব্যক্তি আৰু জাতীয়স্বাস্থ্য ধ্বংস কৰিছোঁ মাত্ৰ। আনকি অস্পৃশ্যতা বৰ্জন আৰু বন্ধু-বান্ধৱ বা কোনো বিশিষ্ট সমাজৰ আনন্দৰ নামত আমি অখাদ্য বা নিষিদ্ধ গ্ৰহণ কৰিবলৈও কুণ্ঠাবোধ নকৰাত পৰিছোঁ। নেফালৈ গলে মদ নাখালে তাৰ অধিবাসীসকলে বেয়া পাব বুলি আশংকা কৰি আমাৰ বিশিষ্টসকলকে ধৰি সকলোৱে মদ খোৱা এটা ৰীতিত পৰিণত হৈছে।" (ৰচনাৱলী, পৃঃ ১৫৪)

আমাৰ পুৰণি চাম মানুহে য'তে-ত'তে নাখাইছিল, বাটত খাবলৈ কোমল চাউল চাদৰৰ আগত বান্ধি নিছিল। বাস্তৱিকতে এই নিয়ম, এনে সংযম স্বাস্থ্যৰক্ষাৰ বাবে প্ৰয়োজনীয় আছিল। কিন্তু কালক্ৰমত এনে নিয়মৰ বৈজ্ঞানিক তাৎপৰ্য বুজি নাপাই এটা ভাল নিয়মকো অন্ধবিশ্বাসত পৰিণত কৰি পেলালে। আগৰ নীতি-নিয়ম মানি চলা পৰিয়ালবিলাকত বাহিৰলৈ পিন্ধি যোৱা কাপোৰ সাজেৰে কোনেও পাগ-ঘৰলৈ নোসোমাইছিল। ৰান্ধিবৰ বাবে বা খাবৰ বাবে পাগঘৰলৈ সোমাবলৈ হলে পাগঘৰতে থকা 'ধৃতি-কাপোৰ' এসাজ পিন্ধি লৈছিল। দৰাচলতে এনে ব্যৱস্থা বৰ বিজ্ঞানসম্মত আছিল। আজিকালিও প্ৰায় একে কাৰণতে চিকিৎসালয় বিলাকত অপাৰেশ্যন

থিয়েটাৰত সোমাবলৈ হলে বাহিৰৰ জোতা বাহিৰতে এৰি ভিতৰত থকা বেলেগ এজোৰ জোতা আৰু ভিতৰত থকা এপ্ৰণ এটা পিন্ধি লোৱাৰ নিয়ম। কিন্তু কাৰ্যতঃ দেখা গ'ল যে পাগধৰৰ 'ধ্‌তি-কাপোৰ' নামতহে ধ্‌তি। তাকো যে সদায় ধুই-মেলি পৰিষ্কাৰ কৰি ৰাখিব লাগে তালৈ প্ৰায়ে দৃষ্টি দিয়া নহয়।

লেতেৰা হোটেল অদিত খোৱাৰ ক্ষেত্ৰত সংযম কৰাৰ নিচিনা 'অস্পৃশ্যতা'ৰ প্ৰয়োজন আছে। অন্ধবিশ্বাস জড়িত আৰু জাত্যাভিমান জড়িত অস্পৃশ্যতা বৰ্জনীয়। এই মনোভাবেৰেই চৌধুৰীদেৱে লিখিছে—

(ঘ) প্ৰাচীন কালৰ ঋষি-মুনিসকল আছিল যথাৰ্থ শুদ্ধাচাৰী, তেওঁলোকৰ অস্পৃশ্যতাও আছিল বিশেষ তাৎপৰ্যপূৰ্ণ। আজি আমি সকলোতে সৃষ্টি কৰিছো কেৱল ব্যভিচাৰৰ।·· দেহ আৰু মনৰ সামঞ্জস্যপূৰ্ণ বিকাশৰ কাৰণে শুদ্ধাচাৰ আৰু অস্পৃশ্যতা পালন কৰা অপৰিহাৰ্য বিধান। কিন্তু ই গোড়ামিমুক্ত বৈজ্ঞানিক ৰীতি হ'ব হে লাগিব।" (ৰচনাৱলী, পৃঃ ১৩৬)।

৮। ওপৰৰ ৬(খ) আৰু ৭(ঘ) ছেদত দিয়া উদ্ধৃতিৰ পৰা বুজা যায় যে চৌধুৰীদেৱে প্ৰাচীন কালৰ ঋষি-মুনিসকলৰ আচৰণ আৰু মনোভাৱসমূহৰ এটা প্ৰশংসনীয় দিশ থকাটো উপলব্ধি কৰিছিল। তেখেতে এইটো বিশ্বাস কৰিছিল যে যি ঋষি-মুনিসকলে 'বসুধৈৱ কুটুম্বকম্' বুলি ভাবিব পাৰিছিল, 'যত জীৱ তত শিৱ' বুলি ভবিব পাৰিছিল, সেইসকলে সমাজৰ সকলোৰে কল্যাণৰ অৰ্থেই এক বিশেষ ধৰণৰ সমাজ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিছিল। তেখেতৰ মতে আনকি 'জাতি-ভেদ' বা 'শ্ৰেণী-বিভাগ' কৰাৰ সময়তো এই ঋষি-মুনিসকলৰ দৃষ্টিভঙ্গী উদাৰেই আছিল। কিন্তু কালক্ৰমত 'শ্ৰেণী-বিভাগ'ৰো প্ৰকৃত তাৎপৰ্য মানুহে বুজি নোপোৱা হ'ল। তেখেতে কৈছে—

"আদিতে মানুহৰ মাজত কৰ্ম আৰু জাতিৰ বিভাগ নাছিল বুলি জনা যায়। কিন্তু সময়ত সমাজ আৰু কৰ্মৰ পৰিসৰ বৃদ্ধিৰ লগে লগে কৰ্ম অনুসৰি মানুহৰ মাজত শ্ৰেণীৰ বিভাগ হ'ল। এই বিভাগেই

পিচত জাতিভেদত পৰিণত হ'ল। শ্ৰেণী বিভাগৰ সময়ত প্ৰৱৰ্তক ঋষিসকলৰ মনত যিমানেই উদাৰ ভাব নাথাকক কিয়, সময়ত ইয়াত সংকীৰ্ণতাই বাঁহ ললে। সমাজৰ বলী আৰু শক্তিশালীসকলে দুৰ্বল আৰু নিঃকিণৰ ওপৰত অত্যাচাৰ কৰিবলৈ সুযোগ নেৰিলে, নিঃকিণক ক্ৰমে ক্ৰমে অস্পৃশ্য কৰিলেগৈ।" (ৰচনাৱলী, পৃঃ ১৩২)।

এই উদ্ধৃতিত ঋষিসকলৰ 'উদাৰ ভাব'ৰ উল্লেখ আছে। কিন্তু প্ৰশ্ন হ'ল 'শ্ৰেণী-বিভাগে'ই কৰি পেলালে, উচ্চ-নীচ আদি ভাগ কৰি পেলালে, তথাপি উদাৰতা বিচাৰি পাবলৈ অৱকাশ থাকিল ক'ত? এনে প্ৰশ্নৰ সম্ভাৱনা দেখি চৌধুৰীদেৱৰ সমৰ্থনত এটা দৃষ্টান্ত দাঙি ধৰিব খোজো।

গুণ আৰু কৰ্ম অনুসাৰে জাতিভেদ হৈছিল। সেইমতে ব্ৰাহ্মণৰ সন্তানেই পিতৃৰ দৰেই অধ্যয়ন, অধ্যাপনা, পূজা-পাঠ আদি কৰিছিল, ক্ষত্ৰিয়ৰ সন্তানেই যুদ্ধ কৰিছিল, ৰাজ্যশাসন কৰিছিল, বৈশ্যৰ সন্তানে বেহা-বেপাৰ কৰিছিল, উৎপাদিত সামগ্ৰী লৈ বিভিন্ন ঠাইত বাণিজ্য কৰি ফুৰিছিল, শূদ্ৰৰ সন্তানে কায়িক পৰিশ্ৰম কৰি পণ্যদ্ৰব্যৰ উৎপাদন কৰিছিল। নিজ নিজ বৃত্তি বংশানুক্ৰমে চলিছিল। তাৰ এটা সুবিধা আছিল। নহলেনো আজিও বিংশ শতিকাৰ শেষ দশকতো একেটা কথাই চলিব লাগে নে? এতিয়াও আৰ্মিত কাম কৰাজনৰ ল'ৰাই আৰ্মিত সোমাইছে, জজ গোস্বামীৰ ল'ৰাই আকৌ জজ হৈছে, ঠিকাদাৰৰ ল'ৰাই 'ক্লাচ ওৱান্ কণ্ট্ৰেক্টৰ' হৈছে। অৱশ্যে ব্যতিক্ৰমো আছে। আৰু তেতিয়াৰ দিনতো আছিল। দুই-চাৰিজনৰ কথা জনা যায়। আটাইবিলাকৰে 'ৰেকৰ্ড' পোৱা নাযায়। অ-ব্ৰাহ্মণ বিশ্বামিত্ৰ ব্ৰাহ্মণ হৈছিল। ক্ষত্ৰিয় জনকে শূদ্ৰৰ দৰে কৃষি কৰিছিল। ব্ৰাহ্মণ দ্ৰোণাচাৰ্যই আৰু তেওঁৰ পুত্ৰ ব্ৰাহ্মণ অশ্বত্থামাই ক্ষত্ৰিয়ৰ দৰে যুদ্ধ কৰিছিল, শূদ্ৰ জানশ্ৰুতিয়ে ব্ৰাহ্মণৰ দৰে বৈষ্ণৱ পৰা পাৰমাৰ্থিক তত্ত্ব লাভ কৰিছিল।

এসময়ত দ্বিজাতিৰ বাহিৰে বাকীসকলে যাগ-যজ্ঞত পোনপটীয়াকৈ ভাগ লোৱাৰ বিষয়ত বাধাৰ সৃষ্টি হ'ল। কিন্তু মীমাংসা দৰ্শন ৰচনা কৰোতা মুনিসকলেই আনকি নিষাদ নামৰ একেবাৰে তথাকথিত হীন জাতিৰ লোকৰো বেদৰ অধিকাৰ আছে বুলি ঘোষণা কৰি গৈছে। বেদৰ এটা বাক্য হ'ল—"নিষাদস্থপতিং য়াজয়েৎ," ইয়াৰ অৰ্থ—নিষাদবিলাকৰ স্থপতি বা শাসনকৰ্তাজনে যজ্ঞ কৰিব।" এতিয়া প্ৰশ্ন হ'ল নিষাদবিলাকৰ স্থপতিজন যদি নিজে ক্ষত্ৰিয় হয় তেনেহ'লে যজ্ঞ কৰাত অসুবিধা নাই। কিন্তু সেই শাসনকৰ্তাজন যদি নিজেও নিষাদজাতীয় হয় তেতিয়া কি হ'ব? শাস্ত্ৰকাৰে ক'লে যে এই বাক্যৰ অৰ্থ অনুসাৰে শাসনকৰ্তাজন নিজেই নিষাদজাতীয় হ'ব লাগে। তেতিয়া আকৌ ডাঙৰ প্ৰশ্ন হ'ল—নিষাদবিলাক দ্বিজাতি নহয়, তেওঁলোকৰ বেদৰ অধিকাৰ নাই, গতিকে শাসনকৰ্তাজন নিজেই নিষাদজাতীয় হলে কেনেকৈ যজ্ঞ কৰিব? তেতিয়া শাস্ত্ৰকাৰে ক'লে—নিষাদ বা অন্ত্যজ জাতিৰো যে বেদৰ অধিকাৰ থাকিব পাৰে তাৰ বাবে এই 'নিষাদস্থপতিং য়াজয়েৎ' বোলা বেদৰ বাক্যটোৱেই প্ৰমাণ।

উদাৰতাৰ দৃষ্টান্ত দিবলৈ গৈ বেলেগ কথালৈ আঁতৰি গলো। নিষাদস্থপতিটো উদাৰতাৰ দৃষ্টান্ত নহয়। নিষাদৰো যদি অধিকাৰ আছিল, সেইটো তেওঁলোকৰ সহজাত অধিকাৰ। কোনেও উদাৰতা দেখুৱাই দিয়া অধিকাৰ নহয়। উদাৰতাৰ এনে এটা দৃষ্টান্ত আছে যিটোক সাধাৰণতে আমি অনুদাৰতাৰ দৃষ্টান্ত বুলিয়েই ভাবি থাকো।

যি ক্ষেত্ৰত আত্মীয়ৰ মৃত্যু হলে ব্ৰাহ্মণ, ক্ষত্ৰিয় আদিৰ অশৌচ এঘাৰ দিনতে যায় সেই ক্ষেত্ৰত শূদ্ৰৰ এমাহতহে যায়। এই ব্যৱস্থা যিজনে কৰিছিল তেওঁ শূদ্ৰক কষ্ট দিবলৈ এই ব্যৱস্থা কৰা নাছিল। শূদ্ৰৰ প্ৰতি উদাৰতাৰ ভাবেৰে, শূদ্ৰৰ স্বাৰ্থতে এই ব্যৱস্থা কৰিছিল। সেই সময়ত শূদ্ৰসকলৰ নিজৰ মাটি নাছিল। মাটিৰ মালিকৰ খেতি কৰাই তেওঁলোকৰ কাম আছিল। পিতৃ-মাতৃৰ মৃত্যুৰ পিছত শোকাৰ্ত

খেতিয়কসকলে যাতে আকৌ বাৰ দিনৰ দিনাৰ পৰাই গৈ খেতিত ধৰি কঠোৰ পৰিশ্ৰম কৰাবপৰা অন্ততঃ এমাহলৈ অব্যাহতি পায় তাৰ বাবেই এমাহীয়াৰ ব্যৱস্থা কৰা হৈছিল। এইটো এটা উদাৰতা। কাজ-কৰমত কোনে কিমান খৰচ কৰিব তাৰ বাবে বাধ্য-বাধকতা নাছিল। কাৰণ দেশ-কাল-পাত্ৰ ভেদে তাৰতম্য মানি লোৱা হৈছিল। ৰামায়ণত পোৱা যায়, বনবাসৰ সময়ত ৰামে কেৱল বনৰীয়া বগৰীৰেই পিতৃ-শ্ৰাদ্ধ কৰিছিল। এতিয়া যে অশৌচ খেদাবলৈ অৱস্থাই নুকুলুৱা সত্ত্বেও গঞাঁক ভোজ দিবলৈ বাধ্য কৰা হয় তাত জ্ঞাতি আৰু স্বজাতিৰ লোকসকলেই আগভাগ লয়।

২। পুৰণি সমাজ-ব্যৱস্থা এটাৰ সমৰ্থনত বহুতখিনি কোৱা হ'ল যদিও আজিৰ দিনত জাতিভেদ প্ৰথা মানি থকাৰ যুক্তিযুক্ততা নাই। চৌধুৰীদেৱে এনে এটা মতকে সমৰ্থন কৰা যেন ধাৰণা হয়। তেখেতে কৈছে—

(ক) জাত-পাতৰ ভেটিত সমাজ বিভাজন হোৱাৰ পৰাহে ধৰ্মৰ নামত ব্যভিচাৰো হ'ব ধৰে আৰু অন্যায়-অসূয়াৰো সৃষ্টি হ'ব ধৰে।" (ৰচনাৱলী, পৃঃ ২৩৫)

(খ) "........ধৰ্মৰ নামত চলা আত্যাচাৰ, অনাচাৰ, শোষণ, নিপীড়নৰ কাৰণেই মধ্যযুগত বহুতো ভাৰতবাসীয়ে অন্য ধৰ্মত আশ্ৰয় লবলৈ বাধ্য হৈছিল। সেই একে কাৰণতে আজিও নিপীড়িত হৰিজন আদি লোকে অন্য ধৰ্ম গ্ৰহণ কৰি আছে। ........আমি আত্মবিশ্লেষণ কৰি চাব লাগিব, আমি চাব লাগিব ধৰ্মৰ নামত একাংশ ভাৰতীয় লোকে আন একাংশক কেনেদৰে অ-মানৱীয় ব্যৱহাৰ কৰি আহিছে······· (ৰচনাৱলী, পৃঃ ২৩৫-৩৬)।"

চৌধুৰীদেৱৰ কথাৰ লগতে সুৰ মিলাই আমিও কবলৈ ইচ্ছা কৰো যে এসময়ত গুণ আৰু কাম অনুসাৰে বিভাজন হৈছিল যদিও আজিৰ সমাজত তাৰ প্ৰয়োজন নাই। গতিকে সকলো হিন্দুৱেই

কেৱল একেটাই জাত এনে মনোভাব গঢ় লৈ উঠিব লাগে। কেৱল ব্ৰাহ্মণ-অব্ৰাহ্মণৰ ভেদেই নহয়, অব্ৰাহ্মণৰ ভিতৰতো, কায়স্থ-অকায়স্থ বৰকলিতা-সৰুকলিতা, অনুসূচীত-অননুসূচীত আদি ভেদৰ কথাও সমূলি পাহৰি যাব লাগে। এনে কৰাৰ পিছতো অৱশ্যে দুটা শ্ৰেণী থাকিব— উন্নত আৰু অনুন্নত, অথবা ধনী আৰু দুখীয়া। অনুন্নতক উন্নতৰ শাৰীলৈ অনাৰ বাবে যি সামাজিক প্ৰয়াস, তাৰ সুবিধাখিনি তথাকথিত উচ্চ জাতৰ অনুন্নত খিনিয়েও যাতে সমানে পায় তালৈ চকু দিব লাগিব। নহলে তথাকথিত উচ্চ জাত বিলাকৰ মাজৰ পৰাই আকৌ এটা নতুন অনুন্নত, অৱহেলিত শ্ৰেণীৰ সৃষ্টি হ'ব।

১০। চৌধুৰীদেৱে বাৰে বাৰে শ্ৰমবিমুখতা বৰ্জন কৰিবলৈ কৈছে, কৃষিৰ প্ৰতি যত্ন লবলৈ কৈছে, স্বাস্থ্যৰ উন্নতি সাধিবলৈ উপদেশ দিছে। দেখাত এইবিলাক ধৰ্মীয় চিন্তা নহয়। কিন্তু ভাবি চালে এই উপদেশবিলাকৰ লগতো প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ এটা সম্পৰ্ক আছে। প্ৰাচীন কালৰ পৰাই ভাৰতত শ্ৰমবিমুখবিলাকক নিন্দা কৰি অহা হৈছে। অকল নিন্দাই নহয়, মহাভাৰতৰ শান্তিপৰ্ব, মনুসংহিতা আদিত ৰাজধৰ্মৰ আলোচনাৰ প্ৰসঙ্গত 'কণ্টক' বা সমাজ বিৰোধী ( এন্টিচচিয়েল ) তত্ত্ববিলাকৰ উল্লেখ কৰা হৈছে আৰু সেইবিলাকক শাস্তি দিয়া আৰু নিৰ্মূল কৰাটো ৰজাৰ কৰ্তব্য বুলি কোৱা হৈছে। সমাজবিৰোধী তত্ত্বৰ ভিতৰত মগনীয়াকো ধৰা হৈছে। এইটোৱেই বোধহয় শ্ৰমবিমুখতাক নিন্দা কৰাৰ উত্তম নিদৰ্শন। প্ৰাচীন ভাৰতীয় পৰম্পৰাত কৃষিৰ ওপৰত গুৰুত্ব দিয়াৰ এটা নিদৰ্শন দিওঁ। তৈত্তিৰীয় উপনিষদত বহু ঠাইত বহুবাৰ 'অন্ন'ৰ প্ৰশংসা কৰা হৈছে। অন্নৰ ওপৰত জীৱৰ নিৰ্ভৰশীলতা ভালদৰে বুজাই দিয়া হৈছে আৰু তাৰ পিছত গ্ৰন্থৰ শেষৰ ফালে ভৃগুৱল্লীৰ নৱম অনুৱাকত কৈছে—"অন্নং বহু কুৰ্বীত। তদ্ ব্ৰতম্"—"যথেষ্ট খাদ্য উৎপন্ন কৰিব লাগে। সেইটোক এটা ব্ৰত বুলি লব লাগে।" এইটো তেতিয়াৰ দিনৰ 'গ্ৰ' ম'ৰ ফুদ'ৰ শ্লগান। এনে আৰু বহুতো

দৃষ্টান্ত দিব পাৰি। তথাপি সময় আৰু ঠাই বচাবৰ বাবে স্বাস্থ্যৰ বিষয়ত প্ৰাচীন ভাৰতীয় পৰম্পৰাই কি কয় তাৰ এটা মাত্ৰ দৃষ্টান্ত দিওঁ। তৈত্তিৰীয় উপনিষদতে গুৰুগৃহত শিক্ষালাভ কৰি ঘৰলৈ ঘূৰি যাবলৈ ওলোৱা স্নাতকসকলক গুৰুৱে কি উপদেশ দিয়ে তাক কোৱা আছে। গুৰুৱে আৰম্ভ কৰিলে 'সত্যং ৱদ, ধৰ্মং চৰ' ( সত্য ক'বা, ধৰ্ম আচৰণ কৰিবা ) ইত্যাদি আৰু নানান ভাল উপদেশ দিয়াৰ মাজতে ক'লে—"কুশলান্ন প্ৰমদিতৱ্যম্" অৰ্থাৎ "তুমি যাতে সদায় সুস্থ শৰীৰ এটা লৈ কাৰ্যক্ষম হৈ থাকিব পাৰা সেই বিষয়ে যত্ন লোৱাঁৰ ক্ষেত্ৰত ভুল নকৰিবা।"

১১। বহুতৰে এটা ভুল ধাৰণা আছে যে উপনিষদত কেৱল আত্মা-পৰমাত্মাৰ কথাহে আছে। বাস্তৱ জগতখনৰ লগত খাপ্ খাই থাকিব পৰা কোনো উপদেশ নাই বৈষয়িক দিশটোৰ প্ৰতি দৃষ্টি দিবৰ বাবে কোনো নিৰ্দেশ দিয়া নাই। কিন্তু এইটো এটা ভুল ধাৰণা। তৈত্তিৰীয় উপনিষদত উৎপাদন বৃদ্ধি, স্বাস্থ্যৰক্ষা আদিৰ বিষয়ে উপদেশ দিয়াৰ লগতে এই বুলিও কৈছে যে জীৱনত ভূতি বা ঐশ্বৰ্য-বিভূতি অৰ্থাৎ ধন-সম্পদ আহৰণ কৰিবৰ বাবে যি যত্নৰ প্ৰয়োজন সেই বিষয়ে ভুল কৰিব নালাগে, হেলা কৰিব নালাগে — "ভূত্যৈ ন প্ৰমদিতৱ্যম্।" এই উপদেশৰ ব্যাখ্যাত শংকৰাচাৰ্যই কৈছে— "সম্পদ লাভৰ বাবে মাঙ্গলিক কৰ্ম কৰাৰ বিষয়ত হেলা কৰিব নালাগে"—'ভূত্যৰ্থান মঙ্গলযুক্তাৎ কৰ্মনো ন প্ৰমদিতৱ্যম্"। এইকথা বৰ তাৎপৰ্যপূৰ্ণ। চৌধুৰীদেৱে মৌখিক উপদেশ আৰু নিজৰ জীৱনৰ আৰ্হিৰে এই সত্য প্ৰতিষ্ঠা কৰি গ'ল যে যি উপাৰ্জন কৰা যায় তাক সৎভাবে কৰিব লাগে। মঙ্গলজনকভাৱে যি উপাৰ্জন কৰা যায় সেয়েহে প্ৰকৃত সম্পদ, প্ৰকৃত লক্ষ্মী। এই বিষয়ে বিদুৰৰ নীতিকথাত ( মহাভাৰতত ) এটা বৰ তাৎপৰ্যপূৰ্ণ শ্লোক আছে—

শ্ৰীৰ্মঙ্গলাৎ প্ৰভৱতি প্ৰাগল্ভ্যাৎ সংপ্ৰৱৰ্ধতে।
দাক্ষ্যাৎ তু কুৰুতে মূলং সংয়মাৎ প্ৰতিতিষ্ঠতি॥

মাঙ্গলিক চেষ্টাৰ ফলত সম্পদে (টকা পইচা) লাগ দিয়ে। প্ৰগল্‌ভ হলে (অৰ্থাৎ সাহসী হলে, ৰিস্ক্‌ লব পাৰিলে) সম্পদ বাঢ়ে। দক্ষতা থাকিলে সম্পদৰ ভেঁটি কট্‌কটীয়া হয়। সংযম থাকিলে সম্পদ স্থায়ী হয়। —সংযম হ'ল মিতব্যয়িতা। চৌধুৰীদেৱে কিভাৱে মিতব্যয়িতাৰ ওপৰত গুৰুত্ব দিছিল সেই কথা আলোচনী (পৃঃ ১৬)-ত আছে।

১২। ভাৰতীয় ঐতিহ্যৰ, সনাতন প্ৰমূল্যসমূহৰ বাহক হ'ল সংস্কৃত ভাষা। সংস্কৃতৰ প্ৰতি চৌধুৰীদেৱৰ শ্ৰদ্ধা আছিল, সংস্কৃতৰ মহিমাৰ বিষয়ে তেখেত সচেতন আছিল। ৰচনাৱলীত একাধিক ঠাইত (পৃঃ ১, ২০৮, ২১১) সংস্কৃতৰ বিষয়ে তেখেতৰ গুৰুত্বপূৰ্ণ উক্তি আছে। এটি ভাষণত (ৰচনাৱলী, পৃঃ ২৩৫) তেখেতে সুন্দৰ চাৰিটা শ্লোকেৰে মঙ্গলাচৰণো কৰিছে। তাৰে কেৱল প্ৰথম শ্লোকটোৰ উদ্ধৃতিৰে এই প্ৰবন্ধ শেষ কৰিব খোজো —

কৃষ্ণায় ৱাসুদেৱায় দৈৱকী নন্দনায় চ।<br>
নন্দগোপকুমাৰায় গোৱিন্দায় নমোনমঃ॥

# মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৰাষ্ট্ৰ-চিন্তাৰ স্বৰূপ

আদিম কালৰ পৰা মানৱ সভ্যতাৰ বিভিন্ন স্তৰত মাথোঁ জীৱন ধাৰণৰ মানদণ্ড আৰু বৈষয়িক পৰিবৰ্ত্তনেই নহয় ; ব্যক্তি, সমাজ আৰু ৰাজ্য সম্পৰ্কে ধাৰণাৰো ক্ৰমবিকাশ লক্ষ্য কৰিব পাৰি। মধ্যযুগৰ অপৰাহ্ন কালত বিকশিত হোৱা ৰাষ্ট্ৰৰ ধাৰণাকো তুলনামূলকভাৱে এক অৰ্বাচীন ধাৰণা বুলি কব পাৰি। ইয়াৰ পূৰ্বে সৰু সৰু নগৰ আৰু ক্ষুদ্ৰকায় ৰাজ্যলৈ ব্যক্তিৰ জল্পনা-কল্পনা সীমিত আছিল। ইউৰোপ মহাদেশত ৰাষ্ট্ৰ স্বৰূপে প্ৰথম অভ্যুদয় হয় ইংলেণ্ডৰ। পৰৱৰ্ত্তী কালত পৃথিৱীৰ বিভিন্ন অঞ্চলত নতুন নতুন ৰাষ্ট্ৰৰ গঠনেই হৈছে অৰ্বাচীন ইতিহাসৰ সবাতোকৈ উল্লেখযোগ্য ঘটনা।

ইউৰোপত ৰাষ্ট্ৰৰ ধাৰণা বিকশিত হোৱাৰ বহু পূৰ্বে ভাৰতীয় উপ-মহাদেশত এক অন্য ধৰণৰ ৰাষ্ট্ৰ-চিন্তা বিকশিত হৈছিল। বিভিন্ন সৰু সৰু ৰাজ্যত বিভক্ত তথা পাৰস্পৰিক স্বাৰ্থৰ সংঘাত থকা সত্ত্বেও এই উপ-মহাদেশৰ অধিবাসীসকল এক সাংস্কৃতিক ঐক্যৰ সূত্ৰত গঁথা আছিল। বিভিন্ন পৌৰাণিক গ্ৰন্থত আমি জম্বুদ্বীপ তথা ভাৰতবৰ্ষৰ উল্লেখ পাওঁ। অসমৰ শ্ৰীশ্ৰীশংকৰদেৱেও নিজৰ ৰচনাসমূহৰ পুণ্যভূমি "ভাৰতবৰিষ"ৰ কথা উল্লেখ কৰিছে। এই অভ্যুদয়ত ইংৰাজসকলৰ গুৰুত্বপূৰ্ণ ভূমিকা নুই কৰাটো সত্যৰ ব্যতিৰেক মাথোঁ।

স্বাধীনতা আন্দোলনৰ কালছোৱাত সমগ্ৰ ভাৰতবৰ্ষত ৰাষ্ট্ৰীয় ঐক্যৰ চিন্তাধাৰা গভীৰতৰ হ'ল। ভাৰতীয় জনসাধাৰণে উপলব্ধি কৰিলে যে প্ৰৱল পৰাক্ৰমী বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে একগোট নোহোৱাকৈ যুঁজ দিব নোৱাৰি। তদুপৰি এই আন্দোলনৰ কৰ্ণধাৰ মহাত্মা গান্ধী, লালা লাজপত ৰায়, লোকমান্য তিলক, মৌলানা আবুল কালাম আজাদ, জৱাহৰলাল নেহেৰু ইত্যাদিয়ে সমগ্ৰ ভাৰতবৰ্ষক নিজৰ "মাতৃভূমি" বুলি

গণ্য কৰিছিল। হিংসাৰ আশ্ৰয় লৈ হলেও দেশক পৰাধীনতাৰ শিকলিৰ পৰা মুক্ত কৰিব বিচৰা খুদিৰাম বোস, চন্দ্ৰশেখৰ আজাদ, সুভাষচন্দ্ৰ বসু, মন্মথনাথ গুপ্ত ইত্যাদি বীৰ বিপ্লৱীসকলেও ৰাষ্ট্ৰীয় ঐক্যক অত্যধিক গুৰুত্ব দিছিল।

আমাৰ ৰাজ্য অসমেও স্বাধীনতাৰ আন্দোলনত উল্লেখযোগ্য বৰঙণি যোগাইছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, ফখৰুদ্দিন আলি আহমেদ, অমিয় কুমাৰ দাস, বিজয়চন্দ্ৰ ভাগৱতী প্ৰভৃতি নেতৃবৃন্দই মহাত্মা গান্ধীৰ আদৰ্শত বাৰুকৈয়ে উদ্বুদ্ধ হৈছিল। স্বাধীনতা আন্দোলনৰ জোৱাৰে অসমৰ প্ৰতি অঞ্চলক কম-বেছি পৰিমাণে স্পৰ্শ কৰিছিল।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ মানস-পটতো এই আন্দোলনে ৰেখাপাত কৰিছিল। জটিল প্ৰত্যাহিকতাৰ তাগিদাত খুব সক্ৰিয় অংশগ্ৰহণ কৰিব নোৱাৰিলেও মুক্তি যুঁজাৰুসকলক শ্ৰীচৌধুৰীয়ে বিভিন্ন ধৰণে সহায় কৰিছিল। গান্ধীজীৰ আদৰ্শৰ মতে জীৱন পৰিচালিত কৰাৰ বাবে তেখেতৰ আগ্ৰহ আছিল অকৃত্ৰিম তথা আন্তৰিক।

নিজৰ ৰাজ্য অসমক তীব্ৰ ভালপায়ো শ্ৰীচৌধুৰীয়ে নিজকে ভাৰতীয় বুলি গণ্য কৰিছিল। তেখেতে বিভিন্ন ৰাজ্যসমূহৰ মাজত ঐক্য আৰু সংহতিৰ কামনা কৰিছিল। শ্ৰীচৌধুৰীৰ ভাষাত—“আমি এই পূণ্যভূমি ভাৰতবৰ্ষত জন্মগ্ৰহণ কৰিছো। ....আমাৰ মাতৃভূমি অসম এই ভাৰতবৰ্ষৰ ভিতৰৰে এখন ৰাজ্য। ....সকলো কেইখন ৰাজ্যৰ সমবেত শক্তিয়েই ভাৰতৰ মূল শক্তি ; সকলো ৰাজ্যৰ ভাষা-ভাষী লোকসকলেই ভাই-ককাই।”

চৌধুৰীদেৱৰ অন্য এক বিশেষত্ব আছিল অন্যায়ৰ বিৰুদ্ধে স্পষ্ট ভাষাত প্ৰতিবাদ কৰাৰ সাহস। “বোবাৰ মৰ্মবেদনাত” এই সাহস সোচ্চাৰ হৈ উঠিছে। অসমীয়া ভাষাই স্বকীয় মৰ্যাদা লাভ কৰক—এয়া আছিল তেখেতৰ একান্ত কাম্য। ১৯৬০ চনত ভাষা-আন্দোলনৰ

সময়ত আৱেগৰ উগ্ৰতাৰ ফলত কিছু অপ্ৰীতিকৰ ঘটনা অসমত ঘটিছিল। কিন্তু এই পটভূমিত লিখা চৌধুৰীৰ প্ৰবন্ধসমূহত আমি আৱেগৰ সলনি যৌক্তিক বিশ্লেষণহে পাওঁ।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ দৃষ্টিৰ কেন্দ্ৰবিন্দু আছিল মানুহৰ অনন্ত গৰিমা—শ্ৰম-সংস্কৃতি আছিল যি গৰিমাৰ মূলাধাৰ। উদাৰ মানৱতা-বোধ তেখেতৰ উন্নতি ৰচনাত পৰিস্ফুট হৈছিল। গান্ধীজীৰ উপৰিও তেখেতৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছিল মহাপুৰুষ শ্ৰীশংকৰদেৱৰ সমন্বয়বাদী আদৰ্শই। নেহেৰুৰ বৈজ্ঞানিক দৃষ্টিভংগীয়েও চৌধুৰীদেৱক অনুপ্ৰাণিত কৰিছিল।

শ্ৰীচৌধুৰীৰ ভাষাত "যি সময়ত বিজ্ঞানৰ সহায়ত কম প্ৰয়াসতে পৃথিৱীখনে পভত উন্নতিৰ পথত আগবাঢ়িছে, তেতিয়া বিজ্ঞানৰ আশ্ৰয় নোলোৱা আমাৰ কাৰণে কেৱল মূঢ়তাহে হ'ব। অন্যান্য উন্নত দেশৰ দৰে আমিও বিজ্ঞানৰ অনুশীলন কৰি জীৱন আৰু সমাজ প্ৰগতিশীল আৰু মধুৰ কৰি তুলিবই লাগিব।"

চৌধুৰীদেৱে অসমৰ লোকসকলক স্বাৱলম্বী হোৱাটো বিচাৰিছিল। মাত্ৰ চাকৰিজীৱি নহৈ বিভিন্ন বৃত্তিত আত্মনিয়োজন কৰিবলৈ তেখেতে অসমৰ যুৱশক্তিক উদাত্ত আহ্বান জনাইছিল। অসমৰ বাহিৰৰ পৰা অহা অন্যান্য প্ৰদেশৰ মানুহে বিভিন্ন বৃত্তিত আত্মনিয়োগ কৰি অসমত জীৱিকা উপাৰ্জন কৰাৰ পথ বিচাৰি পোৱাটো চৌধুৰীদেৱে লক্ষ্য কৰিছিল। চৌধুৰীয়ে কিন্তু দুই-এজনে কোৱাৰ দৰে এই লোক-সকলক 'শোষণকাৰী' বুলি অভিহিত কৰা নাই। বিভিন্ন বৃত্তিৰ প্ৰতি স্থানীয় লোকসকলৰ অনীহাৰৰ বাবেহে তেখেতে খেদ প্ৰকাশ কৰিছে। শ্ৰম-সংস্কৃতিক সম্পূৰ্ণ আন্তৰিকতাৰে গ্ৰহণ কৰাৰ বাবে চৌধুৰীৰ দৃষ্টিভংগী আৰু বিশ্লেষণ পদ্ধতি সংকীৰ্ণতা পৰ্যবাসিত হোৱা নাছিল।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী শোষণ আৰু ভণ্ডামিক নীৰৱে সহ্য কৰা ব্যক্তি নাছিল। "আমাৰ খাদ্য আৰু বৈদেশিক মুদ্ৰা সংকট",

"জয় জোৱান, জয় কিষাণ", "আমাৰ দেশ" আদি ৰচনাৰাজিত ভণ্ডামিৰ বিৰুদ্ধে প্ৰবল কণ্ঠস্বৰ পৰিস্ফুত। এই ক্ষেত্ৰত তেখেতে শ্লেষ আৰু ব্যঙ্গৰ আশ্ৰয় লৈছে।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ভাৰতবৰ্ষত এক ৰাষ্ট্ৰীয় ভাষাৰ প্ৰয়োজনীয়তা গভীৰভাৱে উপলব্ধি কৰিছিল। অধিকাংশ মানুহে বুজি পোৱা হিন্দীক 'ৰাষ্ট্ৰভাষা' কৰাৰ তেখেতে পোষকতা কৰিছিল। বিভিন্ন ৰাজ্যিক ভাষাসমূহৰ উন্নতিও তেখেতৰ একান্ত কাম্য আছিল। এই ক্ষেত্ৰত তেখেতৰ দৃষ্টিভংগীৰ উদাৰতা আৰু যৌক্তিকতাক অনুকৰণীয় বুলি অভিহিত কৰিব পাৰি।

মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৰাষ্ট্ৰ-চিন্তাত একাংশ নেতাৰ দৰে ধ্বনি-সৰ্বস্বতা নাছিল। "এক নতুন ভাৰতবৰ্ষ"ৰ তেখেতে সপোন দেখিছিল— যিখন ভাৰতবৰ্ষত বিভিন্ন ৰাজ্যৰ মাজত বিৰাজ কৰিব ঐক্য আৰু সংহতি, কোনো ৰাজ্যক য'ত 'শোষণৰ লীলাভূমি' বুলি গ্ৰহণ কৰা নহয়। এই "নতুন ভাৰতবৰ্ষ"ৰ বুনিয়াদ হ'ব ঃ শ্ৰম-সংস্কৃতি।

উপসংহাৰত ক'ব পাৰি যে বিৰল সত্যনিষ্ঠা তথা চিৰন্তন মানৱীয় প্ৰমূল্যসমূহ পৰিচালিকা শক্তি হোৱা বাবে মহেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ব্যক্তি, ৰাষ্ট্ৰ আৰু বিশ্বৰ আপাতদৃষ্টিত পৰস্পৰ বিৰোধী সংঘাত-সমূহৰ মাজতো এক সোণোৱালী সাঁকো নিৰ্মাণ কৰাৰ প্ৰয়াস কৰিছিল। ইয়াৰ দোদীপ্যমান উজ্জ্বলতাই ৰাষ্ট্ৰৰ জীৱনত ব্যাপ্ত হোৱা সংশয় আৰু নৈৰাশ্যবাদৰ নিচ্ছিদ্ৰ তিমিৰ ভেদ কৰি সুস্থ আৰু জীৱনধৰ্মী চিন্তা বিকশিত কৰিবলৈ আমাৰ পাথেয় হওক।

# লিখক পৰিচয়

| | |
|---|---|
| শ্ৰীহৰেন্দ্ৰ নাথ শৰ্মা | অধ্যাপক, অসমীয়া বিভাগ, নলবাৰী কলেজ |
| শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী | অৱসৰ প্ৰাপ্ত অধ্যক্ষ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী |
| শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা | বিশিষ্ট প্ৰকাশক, সাংবাদিক আৰু সাহিত্য সেৱী। বাসস্থান—মালিগাওঁ, গুৱাহাটী |
| শ্ৰীহেমন্ত কুমাৰ দত্ত | অধ্যাপক, ইংৰাজী বিভাগ। মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী। |
| শ্ৰীকৃষ্ণ শৰ্মা | প্ৰবীণ মুক্তি যুঁজাৰু। বাহজানী, নলবাৰী। |
| শ্ৰীশশিভূষণ চৌধুৰী | অধ্যক্ষ, হৰিনাৰায়ণ পাৰ্বতী দত্তবৰুৱা মহা-বিদ্যালয়, নলবাৰী। |
| শ্ৰীলক্ষ্যধৰ চৌধুৰী | সভাপতি, অসম সাহিত্য সভা। |
| শ্ৰীউমাকান্ত শৰ্মা | প্ৰাক্তন অধ্যক্ষ, নলবাৰী কলেজ। |
| ড° বীৰেন্দ্ৰ নাথ দত্ত | অধ্যাপক, লোকসংস্কৃতি বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। |
| শ্ৰীজগন্নাথ চক্ৰৱৰ্তী | প্ৰাক্তন অধ্যক্ষ, নলবাৰী কলেজ। |
| ডা° দেৱীচৰণ চৌধুৰী | প্ৰাক্তন অধ্যক্ষ, গুৱাহাটী মেডিকেল কলেজ। বাসস্থান—শিলপুখুৰী, গুৱাহাটী |
| শ্ৰীশশী শৰ্মা | মুৰব্বী অধ্যাপক, অসমীয়া বিভাগ, নলবাৰী কলেজ। |
| মঃ আমিৰ আলী | অৱসাৰ প্ৰাপ্ত উপাধ্যক্ষ, নলবাৰী চৰকাৰী গৰ্ডন উচ্চতৰ মাধ্যমিক বিদ্যালয়। |
| শ্ৰীমহেন্দ্ৰ নাথ বেজবৰুৱা | সভাপতি, নলবাৰী সাহিত্য সমাজ। |
| শ্ৰীমুৰাৰি মোহন দত্ত | অধ্যক্ষ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী। |
| শ্ৰীমনোমতী চৌধুৰী | নলবাৰী। |

| | |
|---|---|
| শ্ৰীদেবাহুতি চৌধুৰী | লক্ষ্মীনাথ বেজবৰুৱা পথ, নলবাৰী। |
| শ্ৰীখগেন্দ্ৰ নাৰায়ণ চৌধুৰী | এন, টি, ৰোড, নলবাৰী। |
| শ্ৰীভাৰতী চৌধুৰী | লক্ষ্মীনাথ বেজবৰুৱা পথ, নলবাৰী। |
| শ্ৰীনাজমা হুচেইন | সাধাৰণ সম্পাদিকা, ছাত্ৰী একতা সভা (১৯৯০-৯১), মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়। |
| শ্ৰীইভাৰাণী শৰ্মা | সম্পাদিকা, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয় আলোচনী (১৯৯০-৯১) |
| শ্ৰীমানস প্ৰতিম চৌধুৰী | প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ১৩ বছৰীয়া নাতি ল'ৰা। |
| ড° নিৰ্মল কুমাৰ চৌধুৰী | উপাচাৰ্য, গুৱাহাটী বিশ্ববিদ্যালয়। |
| ড° হীৰেণ গোহাঁই | অধ্যাপক, ইংৰাজী বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। |
| ড° শৈলেন ভৰালী | অধ্যাপক, অসমীয়া বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। |
| ড° গোবিন্দ প্ৰসাদ শৰ্মা | অধ্যাপক, ইংৰাজী বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। |
| ড° চন্দ্ৰ মোহন শৰ্মা | অধ্যাপক, উদ্ভিদ বিজ্ঞান, গুৱাহাটী বিশ্ববিদ্যালয়। |
| ড° নৰনাৰায়ণ শৰ্মা | অধ্যাপক, অসমীয়া বিভাগ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী। |
| শ্ৰীকৰুণা কান্ত শৰ্মা | অধ্যক্ষ, দক্ষিণ নলবাৰী মহাবিদ্যালয়, বাহজানী। |
| ড° মুকুন্দ মাধব শৰ্মা | অধ্যাপক, সংস্কৃত বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়। |
| শ্ৰীচিৰঞ্জীৱ জৈন | অধ্যাপক, ইংৰাজী বিভাগ, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়, নলবাৰী। |